# এন এনিমি অৱ দি পিপল্

## ( গণশত্ৰু )

মূল— হেনৰিক ইবছেন
অনুবাদ আৰু সমীক্ষক— অমৰেন্দ্ৰ কলিতা



সমন্বয় গ্ৰন্থালয়
নলবাৰী ; অসম

**এন এনিমি অৱ দি পিপল ঃ** হেনৰিক ইবছেনৰ মূল নাটকৰ অসমীয়া অনুবাদ আৰু পৰ্য্যালোচনা মূলক টোকা। অনুবাদ— অমৰেন্দ্ৰ কলিতা, ইংৰাজী বিভাগ, টিহু কলেজ। প্ৰকাশক— সমন্বয় গ্ৰন্থালয়, নলবাৰী।

প্ৰকাশক ঃ
জিতেন ডেকা
সমন্বয় গ্ৰন্থালয়
নলবাৰী— ৭৮১৩ ৩৫

প্ৰথম প্ৰকাশ ঃ চেপ্তেম্বৰ, ১৯৯৫

মূল্য ঃ ৩৫'০০

মুদ্ৰণ ঃ
মহাবাহু প্ৰেছ,
নলবাৰী— ৭৮১৩ ৩৫

# আগকথা

নৰৱে'ৰ বিশেষ পটভূমিৰ পৰা নিলগাই আনি ইবছেনৰ ৰচনাৱলী অধ্যয়ন কৰাটো সম্ভৱ নহ'ববে কথা। ইবছেনে নিজেও স্পষ্টভাৱে কৈ গৈছিল যে তেওঁক বুজিবৰ বাবে পোনতে তেওঁৰ দেশখন বুজি ল'ব লাগিব। স্কেণ্ডিনেভিয়ান ৰাষ্ট্ৰসমূহৰ ভিতৰৰ আটাইতকৈ সৰু আৰু নিচলা এই দেশৰ কালিকা বহনকাৰী যি মিহলি ভাষা ( নৰৱে' আৰু ডেনমাৰ্ক, এই দুয়ো দেশৰে ভাষাৰ এক সানমিহলি ৰূপ ) ৰ প্ৰয়োগে ইবছেনৰ নাট্যাৱলীক তাৎপৰ্য প্ৰদান কৰিছে, কোনো অনুবাদতে তাৰ মূল শক্তি আৰু সৌষ্ঠৱ ক্ষুণ্ণ নোহোৱাকৈ ৰখা টান। কিন্তু ব্যৱহাৰিক ক্ষেত্ৰত দেখা গৈছে যে ৱিলিয়াম আৰ্চাৰ (১৮৫৬-১৯২৪) ৰ দিনৰে পৰা এতিয়াৰ জেইম্‌জ্, মেকফাৰ্লিন লৈকে— অৰ্থাৎ যোৱা এশটা বছৰে— প্ৰায় নিৰৱচ্ছিন ভাৱে ইংৰাজীলৈ অনূদিত হৈ থকা ইবছেনৰ নাট্যাৱলীয়ে দৰ্শক পঢ়ুৱৈৰ পৰা নৰৱে' সম্পৰ্কীয় একো নোহোৱা-নোপজা বিধৰ জ্ঞান দাবী নকৰে, বৰং মানৱীয় কিছুমান সমস্যাৰ প্ৰতি সঁহাৰি দিব পৰা ক্ষমতাই ইবছেন অধ্যয়নৰ বিষয়ত থাকিব পৰা একমাত্ৰ পূৰ্বচৰ্ত স্বৰূপ। নৰৱে'ৰ পটভূমি উলাই কৰাৰ প্ৰশ্ন নুঠে, বৰং মনোযোগী যিকোনো পঢ়ুৱৈক ইবছেনৰ ৰচনাৱলীয়ে শেহত স্কেণ্ডিনেভিয়ান সংস্কৃতিৰ মূলাধাৰলৈকে লৈ যাব আৰু তেনে পঢ়ুৱৈ নিজাববীয়াকৈয়ে সেই সমস্ত পাঠৰ সতে নৰৱে'ৰ জনজীৱনৰ সম্পৰ্ক অনুধাৱন কৰাৰ বিষয়ত যথাযথ ভাৱে তৎপৰ হৈ উঠিব। কিন্তু হেমলেটে ক'বৰ দৰে আচল বস্তুটো নাটকখন ( "*the play's the thing* " ) , ইবছেনৰ নাটকেই ইবছেন আৰু তেওঁৰ দেশীয় সংস্কৃতিৰ প্ৰকৃত পৰিচয়। ইবছেন বা নৰৱে'ৰ বিষয়ে পঢ়াতকৈ পহিলা সেয়ে ইবছেন পঢ়া প্ৰয়োজন।

এই দৃষ্টিকোণৰ পৰা সম্প্ৰতি শ্ৰীঅমৰেন্দ্ৰ কলিতাই আগবঢ়োৱা 'এন এনিমি অব্ দ পিপল' অৰ অসমীয়া ৰূপান্তৰৰ মূল্য সকলোৱে স্বীকাৰ কৰিব। বিশ্ববিদ্যালয়ৰ অসমীয়া পাঠ্যক্ৰমৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনৰ কথা মনত ৰাখি অনুবাদকে তেওঁৰ দীঘলীয়া পাতনিত ইবছেন অধ্যয়নৰ বিষয়ত সহায়ক হ'ব পৰা ভালেখিনি প্ৰয়োজনীয় কথাৰ সন্নিৱিষ্ট কৰাত কিতাপ খনৰ মূল্য বাঢ়িছে। ইতিমধ্যে সাহিত্যৰ নিষ্ঠাৱান গৱেষক হিচাপে পৰিচয় দিয়া শ্ৰীঅমৰেন্দ্ৰ কলিতাই হেমিংৱে'ৰ 'দ ওল্ড মেন এণ্ড দ ছী' বো অসমীয়া ভাঙনি প্ৰকাশ কৰিছে। তেওঁলৈ আন্তৰিক অভিনন্দন।

২১, বিশ্ববিদ্যালয় চৌহদ,
গুৱাহাটী— ৭৮১০১৪

শ্ৰীৰঞ্জিত কুমাৰ দেৱ গোস্বামী
৭/৮/৯৩

# অনুবাদকৰ এষাৰ

আধুনিক বাস্তৱধৰ্মী নাটকৰ জনক স্বৰূপ হেনৰিক ইবছেনৰ মহৎ কৃতি সমূহৰ ভিতৰত 'এন এনিমি অৱ দি পিপল' অন্যতম। প্ৰচলিত নাট্যশৈলীৰ পৰা ফালৰি কাটি আহি নিজস্ব এক নাট্যশৈলী উদ্ভাৱন কৰি ইবছেনে মানৱ জগতৰ ভিন্ ভিন্ সমস্যা বাস্তৱিক মঞ্চ উপস্থাপনৰ জৰিয়তে নিজস্ব দৃষ্টি ভংগীৰে চাবলৈ প্ৰয়াস কৰিছিল। ইয়াৰ ফলত ইবছেনে প্ৰায় প্ৰতিখন নাটকৰ ক্ষেত্ৰতে বিৰূপ সমালোচনাৰ সন্মুখীন হ'ব লগীয়া হৈছিল। তৎস্বত্বেও তেওঁৰ কাপ কেতিয়াও আপোচমুখী হোৱা নাছিল। জন্মগত সৃষ্টিশীল প্ৰতিভাৰ স্বাক্ষৰ ইবছেনৰ অধিকাংশ নাটকেই নৰৱেৰ স্থানীয় পটভূমিত ৰচিত হ'লেও তেওঁৰ নাটক সমূহে নৰৱেৰ ভৌগলিক পৰিসীমাতে আবদ্ধ নাথাকি এক সাৰ্বজনীন ৰূপ পৰিগ্ৰহণ কৰিছে। সেয়ে ইবছেনৰ নাটক পৃথিৱীৰ প্ৰতিখন দেশৰ নাট্য-পিপাসু সকলৰ অতি আদৰৰ বস্তু। 'এনিমি'ও ইয়াৰ ব্যতিক্ৰম নহয়।

ছাত্ৰ-জীৱনতে নাটকখনে মনত দকৈ সাঁচ বহুৱালেও নাটকখনিৰ অনুবাদৰ কথা তেতিয়াই ভবা নাছিলো। পিছলৈ অসমৰ নাট্যকৰ্মী তথা ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি যোৱা বছৰৰ শেষভাগতে নাটকখনি অনুবাদৰ কাম শেষ কৰা হয় যদিও কিছু এৰাব নোৱাৰা অসুবিধাৰ কাৰণে ছপাশালত দিয়াত পলম হ'ল। ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰি উলিওৱা 'এনিমি'য়ে অসমৰ নাট্যকৰ্মী তথা নাট্যপ্ৰেমী সকলৰ পৰা আদৰ লাভ কৰিব বুলি আমাৰ বিশ্বাস। তদুপৰি নাটকখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া স্নাতকোত্তৰ মহলাৰ পাঠ্য হোৱা হেতুকে মুখ্যতঃ ছাত্ৰ-ছাত্ৰী সকলক উদ্দেশ্যি লিখা পৰ্য্যালোচনা মূলক টোকা খিনিয়ে পাশ্চাত্য নাটক আৰু বিশেষকৈ ইবছেন সম্পৰ্কে অনুসন্ধিৎসু ব্যক্তি সকলেৰো অনুসন্ধিৎসা পূৰণত কিছু পৰিমাণে হলেও অৰিহণা যোগাব বুলি আমি ভাবো।

শ্ৰদ্ধেয় শিক্ষাগুৰু অধ্যাপক (ড০) হীৰেন গোঁহাই, শ্ৰীবসন্ত কুমাৰ ভট্টাচাৰ্য, প্ৰাক্তন সহকৰ্মী শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা ছাৰ, আৰু শ্ৰীঅশোক শইকীয়া দেৱে লিখা-মেলা কামত ব্ৰতী হ'বলৈ সদায় মোক উদগণি যোগাই আহিছে। এই ছেগতে তেখেত সকলক কৃতজ্ঞতাৰে সুঁৱৰিছো। অতি ব্যস্ততাৰ মাজতো শ্ৰদ্ধেয় শিক্ষা

গুৰু শ্ৰীৰঞ্জিত কুমাৰ দেৱ গোস্বামী দেৱে 'আগকথা' হিচাপে দু-আষাৰ লিখি মোক অনুপ্ৰাণিত কৰিছে। তেখেতৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছো।

পুথিখনি প্ৰকাশ কৰিবলৈ অতি আগ্ৰহেৰে দায়িত্ব লোৱা বাবে সমন্বয় গ্ৰন্থালয়ৰ স্বত্বাধিকাৰী বন্ধু শ্ৰীজিতেন ডেকাৰ শলাগ লৈছো। পাণ্ডুলিপি প্ৰস্তুত কৰি থকা কালছোৱাত টিহু মহাবিদ্যালয়ৰ ভাৰপ্ৰাপ্ত গ্ৰন্থাগাৰিক শ্ৰীপৱন কলিতা, বন্ধু শ্ৰীপ্ৰফুল্ল ৰাজবংশী, শ্ৰীচন্দ্ৰ শইকীয়া, শ্ৰীকৃষ্ণ শৰ্মা, শ্ৰীপ্ৰমোদ কলিতা, শ্ৰীসুধন কলিতা আদিয়ে নানা ধৰণে সহায়-সহযোগ আগবঢ়াইছে। সদৌটিৰ ওচৰত মই কৃতজ্ঞ।

জ্যেষ্ঠ সহকৰ্মী প্ৰিয়বন্ধু শ্ৰীহিৰন্ময় ৰায় চৌধুৰীৰ মৰম তথা উৎসাহ জনিত খেচ্‌খেচনিৰ কথা পাহৰিব নোৱাৰিম। তদুপৰি প্ৰিয়-বান্ধৱী শ্ৰীমতী ৰমলা ৰায়-চৌধুৰীয়ে প্ৰাত্যহিক ব্যস্ততাৰ পৰা সকাহ দিয়াৰ উপৰি মোৰ সকলো লিখাৰে প্ৰথম পঢ়ুৱৈ তথা সমালোচিকা হৈ মোক গভীৰ কৃতজ্ঞতাৰ পাশত বান্ধিছে।

আনিচ্ছা স্বত্বেও বৈ যোৱা দুটা এটা ছপাৰ ভুল পৰৱৰ্ত্তী সংস্কাৰণত শুধৰাই দিয়া হ'ব। শেষত, পাঠক-সমাজে পুথিখনি আদৰি লোৱাৰ লগতে গঠন মূলক দৃষ্টি ভংগীৰে ভুল-ক্ৰুটি সমূহ আঙুলিয়াই দিব বুলি আশা কৰিলো।

ইংৰাজী বিভাগ,
টিহু মহাবিদ্যালয়,
টিহু।

শ্ৰীঅমৰেন্দ্ৰ কলিতা
৪চেপ্তেম্বৰ, ১৯৯৩ ইং

# সূচীপত্ৰ

# পাশ্চাত্য নাট্যধাৰা

## নাটকৰ স্বৰূপ

ব্যক্তি আৰু কাহিনীক অবলম্বন হিচাপে লৈ শিল্পীৰ কল্পনাৰে ধৌত নাটক হ'ল এবিধ সৃষ্টিধৰ্মী কলা। নাটকত নাট্যকাৰে নিজে কাহিনীৰ ব্যাখ্যা অথবা বৰ্ণনা নকৰে। প্ৰায়োগিক দিশত কোনো এটা কাহিনী কোনো সংলাপ নোহোৱাকৈ সম্পূৰ্ণৰূপে মৌন ৰূপত উপস্থাপন কৰিব পাৰি। তেনে ক্ষেত্ৰতো আমি ইয়াক নাটক হিচাপেই গণ্য কৰিব লাগিব। সচৰাচৰ এখন নাটকৰ যোগেদি কিছুমান চৰিত্ৰ আৰু কাৰ্য সম্বন্ধিত এটা কাহিনী উপস্থাপন কৰা হয়। নাট্যকাৰে এই চৰিত্ৰ সমূহৰ চিন্তা-ভাবনা, আবেগ-অনুভূতি আৰু কামনা-বাসনাৰ স্বৰূপ প্ৰকাশ কৰাৰ কাৰণে এই চৰিত্ৰসমূহৰ মুখত সংলাপ সংযোজিত কৰে। কোনো এক চৰিত্ৰই আন এক চৰিত্ৰৰ সংস্পৰ্শলৈ আহি কোনো এক বিশেষ কাহিনীৰ পৰিপ্ৰেক্ষিতত প্ৰকাশ কৰিব পৰা প্ৰতিক্ৰিয়া সন্দৰ্ভত এই সংলাপবোৰ নাট্যকাৰে সূক্ষ্ম অন্তৰ্দৃষ্টিৰে কল্পনা কৰি লয়। অৱশ্যে চৰিত্ৰ সমূহে ব্যক্ত কৰা সংলাপৰ উপৰিও কেৱল কাৰ্যৰ জৰিয়তে নাট্যকাৰে বহুতো কথা দৰ্শকৰ বোধগম্য কৰাত সফল হ'ব পাৰে। কিন্তু কেৱল শব্দ প্ৰয়োগৰ দ্বাৰাহে নাট্যকাৰে তেওঁৰ কাল্পনিক চৰিত্ৰ সমূহ আৰু ইবোৰৰ লগত জড়িত ঘটনাৰাজি এক সু-সংবদ্ধ আৰু উদ্দেশ্যপূৰ্ণ আখ্যানত উপস্থাপন কৰে। ইয়াৰ উপৰি এই কাৰ্য্য সমূহ সংঘটিত হোৱা স্থান আৰু কালৰ পটভূমি নিৰ্দেশনাতো শব্দৰ প্ৰয়োগ অনিবাৰ্য্য। আনহাতে নাটকীয় সংলাপে যে কেৱল এটা চৰিত্ৰৰ মনোজগতত ঘটি থকা ভাবনাৰাশিকহে প্ৰকাশ কৰে এনে নহয়। নাটকৰ কাল্পনিক জগত খনত কোনো এক চৰিত্ৰই আন এক চৰিত্ৰৰ সংস্পৰ্শলৈ অহাৰ ফলত উদ্ভৱ হোৱা পৰিস্থিতি সন্দৰ্ভত কোন চৰিত্ৰই কি ভূমিকা গ্ৰহণ কৰিব, তাৰো ইংগিত সংলাপ সমূহে দিয়ে। মূলতঃ নাটকীয় সম্পৰ্ক হ'ল সংঘাতৰ সম্পৰ্ক। এই সংঘাত দুজন ব্যক্তি বিশেষৰ মাজতো হ'ব পাৰে অথবা ব্যক্তি আৰু সমাজ নাইবা আন কোনোবা ভৌতিক বা ঐশ্বৰিক শক্তিৰ মাজতো হ'ব পাৰে।

শব্দ প্ৰয়োগ কৰি লিখিত ৰূপত প্ৰকাশ কৰা কাৰণতে নাটকক নিশ্চিত ভাবেই সাহিত্য বুলি ক'ব পাৰি। আনহাতে মঞ্চত উপস্থাপনৰ উদ্দেশ্য আগত ৰাখি লিখা হোৱা বাবেই নাটকৰ সাহিত্যিক দিশটোৰ ওপৰত মঞ্চত উপস্থাপনৰ প্ৰভাৱ পৰাটো তেনেই স্বাভাৱিক। গতিকে অন্য এক দৃষ্টিকোণৰ পৰা

নাটকক সম্পূৰ্ণৰূপে কেৱল মঞ্চ-কলা বুলিও কোৱাৰ থল থাকে। এই ফালৰ পৰা চাবলৈ গ'লে কেৱল শব্দকে নাটকৰ মাধ্যম বুলি ক'ব নোৱাৰি। বৰং নাটকত প্ৰয়োগ কৰা শব্দৰাজিৰ লগত নাটকখন মঞ্চত উপস্থাপনৰ কাৰণে ব্যৱহৃত পাৰ্থিৱ পৰিবেশ ৰাজি লগ লাগিহে ই এক পূৰ্ণাংগ ৰূপ পায়। এই মত পোষণ কৰা সকলৰ কাৰণে নাটকৰ পাঠখিনি হ'ল এক নিৰ্জীৱ 'খচৰা' মাথোন। অভিনেতা-অভিনেত্ৰী সকলে নিজৰ অভিনয় প্ৰতিভাৰ যোগেদি নাটকত বৰ্ণিত ঘটনা ৰাজিক বাস্তৱ ঘটনাৰ দৰে মঞ্চত ৰূপ নিদিয়ালৈকে এই 'খচৰাই' প্ৰাণ নাপায়। ইয়াৰ লগতে প্ৰয়োজনীয় দৃশ্যৰাজি আৰু আচ-বাব আদি উপযুক্ত পোহৰ আৰু শব্দ প্ৰয়োগৰ সহযোগত মঞ্চত উপস্থাপন কৰিলেহে নাটকৰ কাহিনী এটা জীৱন্ত হৈ উঠে।

## নাটকৰ আদিকথা

মানুহৰ অনুকৰণ কৰাৰ স্বাভাৱিক প্ৰবৃত্তিৰ বিকাশেই নাট্যকলাৰ উৎপত্তিৰ প্ৰথম উৎস বুলি এৰিষ্টটলে কৰা মন্তব্য কম-বেছি পৰিমাণে সকলোৱে সমৰ্থন কৰে। এই বিষয়তো সাধাৰণতে এক সৰ্বজন গ্ৰাহ্য মত পোষণ কৰা হয় যে প্ৰাচীন আচাৰ-ৰীতিৰ লগত জড়িত থকা মূকাভিনয়, গীত আৰু নাচৰ পৰাই লাগে লাহে নাট্যকলা বিকশিত হৈছিল। অৱশ্যে এই কথা সঁচা যে নাট্য কলাই এইবোৰৰ পৰাই সম্পূৰ্ণৰূপে বিকাশ লাভ কৰা বুলি ডাঠি ক'বলৈ তেনে কোনো বিশদ তথ্যপাতি পোৱা নাযায়। কিন্তু উপলব্ধ তথ্যপাতিৰ পৰা ইয়াৰ অন্যথা হ'ব পাৰে বুলি ভৱাৰো যথেষ্ট থল নাই। গীত আৰু নৃত্য জড়িত আচাৰানুষ্ঠান বোৰৰ ধৰণ আৰু উদ্দেশ্য সম্পৰ্কে সাধাৰণতে দুই ধৰণৰ মতবাদ প্ৰচলিত আছে। ইয়াৰ লগতে নাটকে বিকাশ লাভ কৰাৰ ক্ষেত্ৰত এবিধ বিশেষ উপাদান মুখাৰ কথাও সাঙোৰ খাই আছে। প্ৰাচীন সমাজত ধৰ্মীয় আচাৰানুষ্ঠান সমূহত বিশেষ অৱস্থাত অনুকৰণ আৰু ছদ্মবেশে লোৱা ভূমিকাৰ পৰাই এই দুই মতবাদে যথেষ্ট সমৰ্থন আদায় কৰিব পাৰিছে। মুখাৰ ব্যৱহাৰ আৰু ছদ্মবেশ ধাৰণ কৰা প্ৰথা এতিয়াও কিছুমান লোকাচাৰ মূলক অনুষ্ঠানত বৰ্ত্তি আছে।

এই দুই মতবাদৰ প্ৰথমটোৰ মতে, প্ৰাকৃতিক জগতখনত যি দৰে এটা ঋতুৱে আনটোক পৰাভূত কৰি আবিৰ্ভূত হয়, সেইদৰে জীৱনী শক্তিয়ে মৃত্যুক পৰাভূত কৰে। জীৱনে মৃত্যুকো জয় কৰা বিশ্বাস সন্দৰ্ভত কিছুমান ধৰ্মীয় আচাৰানুষ্ঠান পালন কৰা হৈছিল আৰু তাৰ পৰাই নাটকৰ উৎপত্তি হয়। মূক-

ভাবে কৰা পূজা-পাতলবোৰত পুৰণি বছৰৰ বিৰুদ্ধে নৱবৰ্ষৰ বিজয় দেখুওৱা হয়। জীৱনে মৃত্যুৰ লগত যুঁজি মৃত্যুক পৰাভূত কৰা লোক-সংস্কৃতি মূলক প্ৰদৰ্শন অনুষ্ঠান পৃথিৱীৰ বহুতো দেশতে আছে। এই ধৰণৰ অনুষ্ঠান ইউৰোপীয় লোক-উৎসৱ কিছুমানত পৰিলক্ষিত হয়। উত্তৰ-পশ্চিম ইউৰোপ আৰু ইংলণ্ডৰ তৰোৱাল-যুঁজ আৰু মূকাভিনেতা সকলৰ নাটক আৰু আনকি বিংশ শতাব্দীৰ মাজ ভাগলৈ এমেৰিকান ইণ্ডিয়ান, আফ্ৰিকা, অষ্ট্ৰেলিয়া আৰু নিউগিনি আদিত এনে ধৰণৰ উৎসৱৰ প্ৰচলন আছিল। নাটকৰ উৎপত্তি সম্পৰ্কীয় আনটো মত-বাদ সমাধি সম্পৰ্কীয় আচাৰানুষ্ঠানৰ লগত জড়িত। এই আচাৰানুষ্ঠানৰ জৰিয়তে মৃত সকলৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰি এনে কামনা কৰা হৈছিল যাতে তেওঁলোকে অমৰত্ব লাভ কৰি পৃথিৱীত বাচি থকা লোক সকলক প্ৰকৃত দিগ্‌দৰ্শন কৰি ৰক্ষণাবেক্ষণ দিব পাৰে। অন্যথাই জীৱিত লোকসকল তেওঁলোকৰ শক্তি আৰু জ্ঞানৰ পৰা বঞ্চিত হোৱা বুলি বিশ্বাস কৰা হৈছিল। আদিম জনজাতীয় লোক সকলৰ মাজত প্ৰচলিত কিছু অনুষ্ঠানে এই মতৰ যুক্তি-যুক্ততা প্ৰতিপন্ন কৰে। বিংশ শতিকাতো আফ্ৰিকাৰ এক জনজাতিৰ মাজত এক ধৰণৰ নাটকীয় আচা-ৰানুষ্ঠান পালন কৰা হৈছিল। এই অনুষ্ঠান সমূহত মৃত ৰজা সকলৰ গৌৰৱময় কাম-কাজৰ অনুকৰণত অভিনয় প্ৰদৰ্শিত হৈছিল। এইদৰে চালে দেখা যায় যে দুয়োটা মতবাদৰ পক্ষেই যথেষ্ট যুক্তি-যুক্ত সমৰ্থন আছে। প্ৰকৃততে নাটকৰ উৎ-পত্তিৰ উৎস হ'ল একাধিক ধৰ্মীয় অনুষ্ঠান। ইয়াৰ ভিতৰত মৃত্যুৰ বিৰুদ্ধে জীৱনৰ জয়লাভ, উৰ্বৰতা সম্পৰ্কীয় আচাৰানুষ্ঠান আৰু সমাধি সম্পৰ্কীয় আচা-ৰানুষ্ঠানেই প্ৰধান।

গতিকে পৃথিৱীৰ বিভিন্ন প্ৰান্তত নাটকৰ উৎপত্তি সম্পৰ্কে এক সমীক্ষা-মূলক দৃষ্টিৰে চালে ধৰ্মীয় আচাৰ-ৰীতিৰ লগত ইয়াৰ সম্পৰ্ক নুই কৰিব নোৱাৰি। অৱশ্যে "পিৰামিড পাঠ" ১ ৰ ওপৰত ভিত্তি কৰি ইজিপ্তৰ খৃষ্টপূৰ্ব ৩০০০ আৰু

---

১ ইজিপ্তৰ পঞ্চম পুৰুষৰ শেষৰজন সম্ৰাট, ষষ্ঠ পুৰুষৰ চাৰিগৰাকী ৰজা তথা তিনিগৰাকী ৰাণী আৰু সপ্তম পুৰুষৰ এগৰাকী শাসনকৰ্তাৰ অন্ত'মহলৰ কোঠাৰ বেৰত কিছুমান প্ৰাৰ্থনা আৰু স্তুতিগীত খোদিত কৰা হৈছিল। এই গীত সমূহৰ জৰিয়তে ৰজা অথবা ৰাণীৰ পুৰ্ণজন্মৰ কালছোৱাৰ কাৰণে মংগল কামনা কৰা হয়। এই লেখনীসমূহক পিৰামিড পাঠ নামে জনা যায়। ইবোৰক পৃথিৱীৰ ভিতৰত ধৰ্মীয় তথা মৃতকৰ সৎকাৰ সম্পৰ্কীয় প্ৰাচীনতম লেখনী বুলি কোৱা হৈছে।

৪০০০ বছৰৰ ভিতৰত খ্ৰীষ্টিয় আচাৰানুষ্ঠানৰ ওপৰত ভিত্তি কৰি ৰচিত নাটকৰ অস্তিত্ব পোৱা হোৱা বুলি আগবঢ়োৱা মতবাদ সম্পৰ্কে পণ্ডিত সকল একমত নহয়। এই অনুষ্ঠান সমূহত পুৰোহিত সকলে জন্তুৰ মুখা পিন্ধি কিছুমান দেৱ-দেৱীৰ ৰূপদান কৰা বুলি কিছু সংখ্যক পণ্ডিতে ব্যাখ্যা কৰিব খোজে। বিভিন্ন সামাধি-স্তম্ভ আৰু পিৰামিডৰ ওচৰত থকা গৃহ আদিত এইবোৰৰ অভিনয় অনুষ্ঠিত কৰা হৈছিল। এইদৰে বিশ্বৰ অন্যান্য ঠাইতো নাটকৰ উৎপত্তিৰ প্ৰথম দশাত ধৰ্মীয় আচাৰ-ৰীতি জড়িত থকা বুলি কোৱা হয়।

হজৰত মহম্মদ আৰু তেওঁৰ ল'ৰা-ছোৱালীৰ প্ৰয়াণৰ ঠিক পিছৰ পৰাই আৰব, পাৰস্য আৰু তুৰ্কীস্থানত হাছান আৰু ফতিমাৰ বেদনাৰ কথা বৰ্ণিত এক ধৰণৰ *Passion* নাটকৰ পৰম্পৰা আৰম্ভ হৈছিল। অতীজতে চীনত অনুকৰণ-মূলক গীত আৰু নৃত্য শস্য-চপোৱা উৎসৱৰ অংগ আছিল। ইয়াৰ বহু পিছতহে নাটকে তাত স্বাধীন ভাবে এক গাইগুটীয়া কলা হিচাপে বিকাশ লাভ কৰিছিল। কিন্তু পূৰ্বপুৰুষৰ পূজা-পাতাল সম্বন্ধীয় এক অতি পুৰণি আচাৰানুষ্ঠান স্বৰূপে নাটকত পুৰোহিত সকলে গীত আৰু নৃত্য পৰিবেশন কৰিছিল। একেদৰে তিব্বত, কোৰিয়া, পূৰ্ব-ভাৰতীয় দ্বীপপুঞ্জ আৰু জাপানতো নাটকৰ উৎপত্তি আৰু বিকাশৰ লগত ধৰ্মীয় আচাৰানুষ্ঠানৰ প্ৰত্যক্ষ সম্পৰ্ক থকা বুলি কোৱা হয়। আমাৰ ভাৰতবৰ্ষতো নাটকৰ বিকাশৰ কোনো কোনো স্তৰত কৃষ্ণ-ভক্তি সম্পৰ্কীয় উৎসৱৰ অতি ওচৰ সম্বন্ধ থকা বুলি ভাবিবৰ যথেষ্ট থল আছে। পশ্চিম ইউৰোপতো পোনতে গ্ৰীচত আৰু পিছত মধ্য যুগত ইয়াৰ পুনৰুত্থানৰ কালত ধৰ্মীয় আচাৰানুষ্ঠানৰ যোগেদিয়েই নাটকৰ উৎপত্তি তথা বিকাশ ঘটিছিল।

## নাটক-জীৱনৰ এক অনুকৰণ

যদিওবা সকলো ধৰণৰ নাটকত মানৱ আচৰণকে অনুকৰণ কৰা হয়, তথাপি নাট্যকাৰে নাটক এখন মঞ্চত উপস্থাপনৰ জৰিয়তে দৰ্শকৰ পৰা বিশেষ সহাঁৰিৰ উদ্ৰেক কৰাৰ প্ৰত্যক্ষ উদ্দেশ্য নাথাকে। ইয়াকে কৰিবলৈ হ'লে "কলা, কলা নহয়" বুলি দৰ্শক সকলক এক প্ৰতাৰণা সুলভ ভ্ৰান্তিত পেলোৱা হ'ব। এইটো সঁচা যে উপস্থাপিত মানবীয় আবেগ অনুভূতিবোৰ বাস্তৱ জীৱনৰ লগত একে হ'ব লাগিব। কিন্তু এইবোৰ উপস্থাপনৰ ধৰণ বাস্তৱ জীৱনত ঘটা ঘটনা-ৰাজিৰ হুবহু নকল হ'ব লাগিব বুলি কোনো কথা নাই। গতিকে নাটকীয় কৌশলো

কেতিয়াবা বাস্তৱসন্মত হয় আৰু কেতিয়াবা নহয়। মুঠতে দৰ্শক বৃন্দক বঞ্চনা কৰা কেতিয়াও নাট্যকাৰৰ উদ্দেশ্য নহয়। কিন্তু বৰ্তমান সময়ত পঢ়িবলৈ পোৱা আৰু মঞ্চ-উপস্থাপনৰ যোগেদি উপভোগ কৰিবলৈ পোৱা নাটক সমূহলৈ চাই এই কথা ক'বই লাগিব যে বৰ্তমান নাট্যকলাক মানৱ জীৱনৰ পৰা নিলগাই চাব নোৱাৰি। অৰ্থাৎ বাস্তৱ জীৱন আৰু নাট্যাভিনয়ৰ মাজত এক অতি ওচৰ-সম্পৰ্ক গঢ় লৈ উঠিছে।

দৰাচলতে সকলো শ্ৰেণীৰ সাহিত্যকে জীৱনৰ অনুকৰণ বুলি ক'ব পাৰি। ইয়াৰ ভিতৰত মানৱ জীৱনৰ আটাইতকৈ ওচৰ চপা সাহিত্য-সৃষ্টি সমূহেই অইন বোৰৰ তুলনাত মহত্তৰ সাহিত্যৰ আখ্যা লাভ কৰে। ইয়াৰ পৰা এই কথা ক'ব পাৰি যে কেৱল শব্দ প্ৰয়োগৰ কুশলতাই কথাই-কাজে মানৱ জীৱনৰ ওচৰ চপা সাহিত্য সৃষ্টি কৰিব নোৱাৰে। আনহাতে নাট্যকাৰ সকলে তেওঁলোকৰ নাট্যকলাক কেৱল এক শিল্পকলা বুলি অথবা জীৱনৰ অনুকৰণ নহয় বুলি দৰ্শক-পাঠকক বঞ্চনাও কৰিব পাৰে। এই ভ্ৰান্তি সৃষ্টিৰ উদ্দেশ্যে নাট্যকাৰে বাস্তৱ জীৱনত ব্যৱহৃত কথা আৰু বস্তুৰ হুবহু অনুকৰণ কৰে। এই মৌলিক ধাৰণাটোৰ পৰা এই কথা বুজাত সহজ হয় যে নাটকীয় উক্তি হুবহু সেই ধৰণৰ হ'ব লাগিব, যেনিবা কোনো এক বিশেষ পৰিস্থিতিত কোনো এক নাটকীয় চৰিত্ৰই কিবা যাদুৰ বলত মঞ্চৰ পৰা জীৱন্ত হৈ নামি আহিব পাৰিলে ঠিক সেই উক্তিকেই বাস্তৱতো ব্যৱহাৰ কৰিলেহেঁতেন।

এইখিনিতে এই কথা উল্লেখ কৰিব লাগিব যে যদিও স্বভাৱবাদী ( *Naturalists* ) লেখক সকলে দৰ্শকৰ মনত ভ্ৰান্তি সৃষ্টি কৰিব পাৰি বুলি ধাৰণা পোষণ কৰে, আচলতে কোনো এক বিশেষ পৰিস্থিতিত কোনো এক বিশেষ চৰিত্ৰই বাস্তৱত কেনে ধৰণৰ আচৰণ প্ৰদৰ্শন কৰিলেহেঁতেন, সেই সম্ভাৱনীয়-তাৰ মাজতহে তেওঁলোকে নিজকে আবদ্ধ ৰাখে। ইয়াৰ ফলত নাটক এখনৰ অভিনয় প্ৰদৰ্শন চাই উঠি দৰ্শক সকলেও, কোনো এক বিশেষ চৰিত্ৰই কোনো এক বিশেষ পৰিস্থিতিত নাটকত দেখুৱা ধৰণে ঘটিলে বাস্তৱ জীৱনত কেনে আচৰণ প্ৰদৰ্শন কৰিলেহেঁতেন, সেই কথা কল্পনা কৰিহে নাটক এখনৰ প্ৰতি লক্ষ্যাৰি দিয়ে। কাৰণ অভিনয়ানুষ্ঠানত তেওঁলোকে যেন কেৱল তাকেহে দেখে আৰু শুনে।

গতিকে ক'ব পাৰি যে স্বভাৱবাদী ( *Naturalistic* ) আৰু অ-স্বভা-ৱবাদী ( *Un-Naturalistic* ) নাটকৰ পাৰ্থক্য কেৱল শ্ৰুতিগতহে। দুয়োধৰণৰ

নাটকত মূলত: একে ধৰণৰ কাৰ্য্য সংঘটিত হোৱাটোকে প্ৰকৃততে দেখুওৱা হয়। এক কাল্পনিক পৰিস্থিতিত তেজ-মঙহৰ মানুহ এজনে যেনেদৰে ভাবিলে হেঁতেন, অনুভৱ কৰিলেহেঁতেন আৰু কামনা-বাসনা প্ৰকাশ কৰিলেহেঁতেন, ঠিক সেই ধৰণৰ পৰিস্থিতি এটা সৃষ্টি কৰিবলৈকে সংলাপৰ প্ৰয়োগ কৰা হয়। স্বভাৱবাদৰ সূত্ৰ ( *Naturalistic Theory* ) অনুযায়ী ৰচিত নাটক সমূহত চৰিত্ৰ সমূহৰ অন্তৰৰ ভাবৰাশি প্ৰকাশ কৰিবলৈ দৰ্শকসকলে বাস্তৱ জীৱনত আশা কৰাৰ দৰে গ্ৰহণযোগ্য কৰি সংলাপ ব্যৱহাৰ কৰা হয়। আনহাতে স্বভাৱবাদৰ সূত্ৰ অনুযায়ী ৰচিত নোহোৱা নাটক সমূহত, চৰিত্ৰ সমূহে ব্যৱহাৰ কৰা সংলাপ কোনো এক চৰিত্ৰই সঁচা-সচিকৈ জীৱন পালে প্ৰয়োগ কৰিব পৰা ধৰণৰ নহবও পাৰে। ইয়াৰ পৰিবৰ্তে কল্পিত চৰিত্ৰৰ মানসিক জগতখন সৃষ্টিৰ কাৰণে নাট্যকাৰে তেওঁৰ নিজৰ ধৰণে সাহিত্য-কৌশল অৱলম্বন কৰিব পাৰে। তেওঁলোকে এই মানসিক জগতখনকহে বাস্তৱ মানৱ চৰিত্ৰৰ দৰে হুবহুকৈ সত্যতাৰে কল্পনাৰে সজাই তোলে। মোখনিত ক'ব পাৰি যে দৰ্শকৰ জীৱনৰ অভিজ্ঞতাৰ অনুৰূপ অভিজ্ঞতা নাট্যাভিনয়ৰ জৰিয়তে মঞ্চত উপস্থাপন কৰা কথাটো মুঠেই নতুন নহয়। এৰিষ্ট'ফেনিছৰ *The Clouds* নাটকৰ প্ৰথম দৃশ্যতে বাপেক পুতেকৰ শোৱনি-কোঠা দেখুওৱা হৈছে। খ্ৰী: পূ: ৪২৩ ৰ এই দৃশ্য আজি নিউইয়ৰ্ক মহানগৰীৰ ক্ষেত্ৰতো দেখুৱাব পাৰি।

## সাহিত্যৰ এক শাখা হিচাপে নাটক

অতীজতে আৰু আনকি ষোড়শ শতিকাত স্বভাৱবাদৰ সূত্ৰৰ উদ্ভৱ হো কাললৈকে নাটকক এবিধ সাহিত্য হিচাপে গণ্য কৰা হৈছিল। সাধাৰ তিনি ধৰণে এই সাহিত্য বিৰচিত হৈছিল। প্ৰথম বিধত কবিয়ে আত্মভাষণৰ জনসাধাৰণৰ সমুখত কোনো এক কাহিনীৰ বৰ্ণনা আৰু ব্যাখ্যা কৰাৰ উপ তাৰ ওপৰত মন্তব্য প্ৰকাশ কৰিছিল। নাটকৰ দ্বিতীয় বিধত কবিয়ে নি কোনো কাহিনী বৰ্ণনা নকৰি তেওঁৰ দ্বাৰাই কল্পিত ব্যক্তি আৰু এই ব্য সকলৰ কাৰ্য্যকলাপৰ দ্বাৰাহে কোনো এক কাহিনীৰ বৰ্ণনা দাঙি ধৰিছিল এই ধৰণৰ উপস্থাপনকো সংলাপ আৰু কথোপকথনৰ নাটকীয় উপস্থাপন কোৱা হৈছিল। তৃতীয় বিধ নাটক আছিল এই দুয়োবিধৰে এক সংমিশ্ৰ এই বিধত কেতিয়াবা যদি নাট্যকাৰে নিজেই বৰ্ণনাৰ ৰূপত কাহিনী ভাগ উ

স্থাপন কৰিছিল, কেতিয়াবা আকৌ তেওঁৰ কল্পিত চৰিত্ৰৰ কাৰ্য্যৰ মঞ্চ-উপস্থাপনৰ জৰিয়তে কাহিনীভাগ ব্যক্ত কৰিছিল।

ওপৰোক্ত শ্ৰেণী বিভাগ অনুযায়ী আজিকালি এপিক ধৰ্মী কবিতা বোৰক বৰ্ননাত্মক কবিতা বুলি কোৱা হ'লেও এইবোৰ দৰাচলতে এই শেষৰ শ্ৰেণীত পৰিব। উদাহৰণ স্বৰূপে অন্ধতাৰ ওপৰত মিল্টনে ৰচনা কৰা চনেটৰ কথা উল্লেখ কৰিব পাৰি। কাৰণ নাটকৰ এই তিনি শ্ৰেণীত বিভক্ত কৰা লোক সকলৰ মতে সংলাপ ধৰ্মী যিকোনো লেখনীকেই এই তিনি শ্ৰেণীৰ কোনো এক শ্ৰেণী ভুক্ত কৰি নাটক হিচাপে গণ্য কৰিব লাগিব। সেয়ে অ-নাটকীয় সংলাপ বোলা কথাষাৰ পৰস্পৰ বিৰোধী। আনহাতে দাৰ্শনিক সংলাপ আৰু মঞ্চ-উপস্থাপনৰ কাৰণে লিখা নাটক এখনৰ সংলাপৰ মাজত পাৰ্থক্য সহজতে বোধগম্য হয়। কাৰণ দাৰ্শনিক সংলাপক স্বাভাৱিকতে নাটকীয় শ্ৰেণীৰ সংলাপ বুলি লোৱা নহয়। এই প্ৰসংগত এই কথা মনত ৰখা ভাল যে বৰ্তমান নাটকৰ অৰ্থতো দাৰ্শনিক সংলাপক নাটকীয় সংলাপ বুলি লোৱা নহলেও আৰু বক্তাজনে আত্ম-ভাষণ যোগে ব্যক্ত নকৰিলেও দাৰ্শনিক সংলাপো সংঘাতক আধাৰ হিচাপে লৈয়ে ৰচিত হয়। এই সংঘাত হ'ল ভিন্ ভিন্ ধাৰণাৰ মাজত সংঘটিত হোৱা সংঘাত।

## আমোদৰ এক আহিলা হিচাপে নাটক

সাধাৰণতে আমোদৰ এক আহিলা হিচাপে লোৱা হ'লেও মানৱ জীৱনৰ প্ৰতি গভীৰ অন্তৰ্দৃষ্টিৰে লক্ষ্য কৰি ইয়াৰ সমস্যাৰাজি প্ৰকাশ কৰা নাটক আৰু কেৱল আমোদৰ উদ্দেশ্যে ৰচিত নাটকৰ মাজত এক ধৰণৰ পাৰ্থক্য লক্ষ্য কৰিব পাৰি। প্ৰাচীন কালৰ মূকাভিনয় কলাৰ লগত জড়িত নাটকক ঘাইকৈ আমোদৰ নাটক বুলি ক'ব পাৰি। কিন্তু গহীন উদ্দেশ্য ধৰ্মী নাটক কেৱল মূকাভিনয়ক ভিত্তি কৰিয়েই ৰচিত হৈছিল বুলি ক'ব নোৱাৰি। বৰং মূকাভিনয় আৰু গীত ওতঃপ্ৰোতঃভাৱে জড়িত থকা ধৰ্মীয় আচাৰানুষ্ঠান সমূহৰ পৰাহে গহীন নাটকে বিকাশ লাভ কৰিছিল বুলি ক'ব পাৰি। এই পিছৰ শ্ৰেণী নাটককহে আধুনিক বাস্তৱধৰ্মী সমস্যামূলক নাটকৰ বাটকটীয়া বুলি ক'ব পাৰি।

গহীন নাটকৰ নাট্যাভিনয়ে যেনেকৈ এজন পুৰঠ আৰু সংস্কৃতি সম্পন্ন দৰ্শকক আকৃষ্ট কৰে, তেনেকৈ কেৱল আমোদৰ কাৰণে ৰচিত নাটক সমূহেও

ইংতৰ নাটকীয় গুণৰাজিৰে সাধাৰণ দৰ্শক শ্ৰেণীক আকৃষ্ট কৰে। অৱশ্যে কেৱল আমোদৰ কাৰণে ৰচিত নাটক সমূহে একে জাতীয় মূকাভিনয় সম্পৰ্কীয় উৎসৱ পৰা উদ্ভৱ হোৱা বুলি কোৱাটো সিমান সঠিক নহব। ঠিক তেনেকৈ গহীন নাটক সমূহে কেৱল ধৰ্মীয় আচাৰ-ৰীতিৰ পৰাই বিকশিত হোৱা বুলিও ক'ব নোৱাৰি। বৰং এই কথাহে অধিক সত্য বুলি প্ৰতীয়মান হয় যে বিশ্ব ইতিহাসত যুগে-যুগে প্ৰতিবিধ নাটকৰে ইবিধৰ ওপৰত সিবিধৰ প্ৰভাৱ পৰি আহিছে। নিশ্চিতভাবেই এৰিষ্ট'ফেনিছৰ কমেডী সমূহ আমোদৰ উপাদান থকা প্ৰহসন ধৰ্মী মূকাভিনয়ৰ সমলেৰে সমৃদ্ধ। কাৰণ অতি গহীন নাটকতো আমোদৰ উপাদান থকা পৰিলক্ষিত হয়। ইয়াৰ পৰা দৰ্শকে শিক্ষা আৰু আমোদ দুয়োবিধেই সমানে লাভ কৰিব পাৰে। নাট্যকাৰৰ বক্তব্য আৰু এই বক্তব্য প্ৰকাশৰ ধৰণৰ পৰাই দৰ্শকে আনন্দ লাভ কৰিবলৈ সমৰ্থ হয়।

## কুৰি শতিকাৰ নাটকৰ ধাৰা

চতুৰ্দশ শতিকাৰ আৰম্ভণিতে ইটালীয়ান সকলে ধ্ৰুপদী জগতখনৰ প্ৰতি নতুনকৈ আকৃষ্ট হ'বলৈ ধৰাৰ লগে লগে আধুনিক ইউৰোপত নাটকৰো বিকাশ ঘটিবলৈ ধৰে। ইয়াৰ লগে লগে পশ্চিম ইউৰোপৰ বহু কেইখন দেশে ধ্ৰুপদী নাটকৰ প্ৰতি এক বৰ্দ্ধিত হাৰত সহাঁৰি জনালে। আনকি প্ৰক্ষিপ্ত অথবা অপূৰ্ণাঙ্গ নাটকৰ ক্ষেত্ৰতো কম-বেছি পৰিমাণে সকলো দেশতে দৰ্শক পাঠকৰ পৰা একে ধৰণৰ সহাঁৰি অহা দেখিবলৈ পোৱা গ'ল। কেৱল কোনো দেশত কিছু আগতে আৰু কোনো দেশত কিছু পিছত এই প্ৰতিক্ৰিয়া পৰিলক্ষিত হ'ল।

ইয়াৰ আগতে সকলোতে খ্ৰীষ্টিয় আচাৰানুষ্ঠান ভিত্তিক আৰু নিজা দেশীয় বৈশিষ্ট্যপূৰ্ণ নাটকৰ প্ৰচলন ইতিমধ্যে আছিলেই। কিন্তু ধ্ৰুপদী যুগৰ নাটকৰ প্ৰতি জাগি উঠা নতুন স্পৃহাই এই নাটকবোৰক সম্পূৰ্ণৰূপে দমন কৰিব নোৱাৰিলেও কিছু পৰিমাণে কোনো কোনো ক্ষেত্ৰত প্ৰহসন জাতীয় নাটকৰ ওপৰত প্ৰভাৱ নেপেলোৱাকৈ থকা নাছিল। লেটিন ভাষাৰ অধ্যয়নে আধুনিক নাটক উদ্ভৱ হোৱাৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগাইছিল। পিছলৈ গ্ৰীক নাট্যকাৰ সকলৰ নাটকত অভিনয়, অনুবাদ আৰু অনুসৰণো আধুনিক নাটক বিকশিত হোৱাৰ ক্ষেত্ৰত সহায়ক হৈছিল। মধ্যযুগত প্ৰায় অনাৱিষ্কৃত হৈ থকা এৰিষ্ট'টলৰ পোৱেটিকচ্ এ এই ক্ষেত্ৰত বিশেষ অৰিহণা যোগাইছিল। কাৰণ খৃঃ পোন্ধৰশ শতি-

কাত এৰিষ্ট’টলৰ পোৱেটিকচ্ ৰ পুনৰাৱিষ্কাৰ হৈছিল। পুনৰ আৱিষ্কাৰ হোৱাৰ লগে লগে ইয়াৰ ওপৰত টিপ্পনী, ব্যাখ্যা আৰু অপব্যাখ্যা আগবঢ়োৱা কাম আৰম্ভ হৈছিল। আনহাতে পঢ়াশালি সমূহত নাটকবোৰ বিভিন্ন ধৰণে অভিনীত আৰু ব্যাখ্যা কৰা হৈছিল। ফলস্বৰূপে বিশিষ্ট সমালোচক সকলৰ অভিমত আৰু উক্তি সমূহ লাহে লাহে পৰিশোধিত ৰূপত স্কুলীয়া ছাত্ৰ-ছাত্ৰী সকলে জনাৰ সুযোগ লাভ কৰিছিল। ইয়ে নতুন নাট্যকাৰ আৰু নতুন দৰ্শক সৃষ্টিত যথেষ্ট অৰিহণা যোগাইছিল।

কুৰি শতিকাৰ আগমনৰ লগে লগে মানৱ জীৱনৰ সামাজিক আৰু বৌদ্ধিক দিশত অভূতপূৰ্ব পৰিবৰ্ত্তনৰ জোৱাৰ আহিল। নতুন ধৰণৰ সমস্যাৰাজি উদ্ভৱ হোৱাৰ লগতে সেইবোৰৰ সমাধান কল্পে ভিন্ ভিন্ বিতৰ্ক মূলক পথৰ সন্ধান পোৱা গ’ল। পাৰিবাৰিক জীৱন, পুৰুষ-নাৰীৰ দাম্পত্য সম্পৰ্ক, যৌনাচাৰ, অৰ্থ নৈতিক চিন্তাধাৰা, ৰাজনৈতিক-ধৰ্মীয় মতাদৰ্শকে ধৰি মানৱ জীৱনৰ সমগ্ৰ দিশ সামৰি আমূল পৰিবৰ্ত্তনৰ ঢৌ আহিল। নতুন আৰু পুৰণিৰ মাজৰ সংঘাতে নাট্য জগতকো আলোড়িত কৰিলে। নাট্যকাৰ সকলে নতুন আৰু আকৰ্ষণীয় কথাবস্তু সংগ্ৰহ কৰিবলৈ সমৰ্থ হ’ল। সমসাময়িক মানৱ জীৱনৰ সামাজিক আৰু নৈতিক সমস্যা সমূহে নাট্যকাৰ সকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ ধৰিলে। নাট্যকাৰ সকলে নিষ্ঠাৰে এইবোৰক তেওঁলোকৰ নাটকত প্ৰতিফলিত কৰিবলৈ ধৰিলে।

এই কালছোৱাতে মানুহৰ মনত গঢ় লৈ উঠা বৈজ্ঞানিক দৃষ্টিভংগীয়ে সাহিত্যত বাস্তৱবাদ প্ৰয়োগৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগালে। ৰোমান্টিক অভিযানৰ অভিযাত্ৰী হৈ পলায়নবাদী মনোভাৱ গ্ৰহণ কৰাৰ পৰিবৰ্ত্তে সাধাৰণ মানৱ জীৱনৰ বাস্তৱ অভিজ্ঞতা আৰু সমস্যাৰাজিহে সাহিত্যৰ আন আন শাখাৰ লগতে নাটকৰো প্ৰধান উপজীৱ্য হৈ পৰিল। সমাজৰ বিভিন্ন শ্ৰেণীৰ মাজত বিৰাজ কৰা অসমতা আৰু মতান্ধতা, আইনৰ বিভিন্ন ত্ৰুটী, যুদ্ধৰ সন্মুখৰ বিজয় গৌৰৱৰ আঁৰত থকা নগ্ন বাস্তৱতা, পুজিবাদী সমাজ ব্যৱস্থাত মানুহৰ অন্তৰ্জীৱনৰ হাহাকাৰ, পাৰ্থিৱ সুখ লাভৰ কাৰণে নৈতিকতা আৰু চিৰন্তন মানৱ প্ৰমূল্য সমূহৰ জলাঞ্জলি দিয়া এইবোৰেই আধুনিক নাটকৰ প্ৰধান কথাবস্তু হৈ পৰিল। আইন আৰু চৰকাৰ, পৰিয়াল আৰু ব্যক্তিজীৱনৰ গাইগুটীয়া আৰু সামাজিক সত্বা সম্পৰ্কে সততে আগ্ৰহী নাট্যকাৰ সকলে মানৱ জীৱন আৰু সংবেদনশীল ব্যক্তিৰ ওপৰত ইবোৰৰ প্ৰভাৱ তেওঁলোকৰ নাট্যকৰ্মত প্ৰতিফলিত হ’বলৈ ধৰিলে।

আনহাতে ইয়াৰ লগে লগে নাটকৰ পূৰ্বৰ গৌৰৱ উদ্ধাৰ হোৱাৰ বাটো যেন সূচনা হৈ পৰিল। কাৰণ উনৈশ শতিকাৰ শেষ ভাগত সাহিত্যৰ এক শক্তিশালী মাধ্যম ৰূপে নাটকৰ অৱস্থা অৱনমিত হৈ পৰিছিল। কিন্তু আধুনিক যুগত নাটকে শেক্সপীয়েৰৰ যুগৰ পিছতে আকৌ এক সম্মানজনক স্থানত অধিষ্ঠিত হ'বলৈ সক্ষম হৈছে। সময় বাগৰি যোৱাৰ লগে লগে নাটকত নতুন নতুন ধাৰাৰ প্ৰৱৰ্তন হ'বলৈ ধৰিলে। নাট্যকাৰ সকলে নাটকক অধিক জীৱন-মুখী, বাস্তৱধৰ্মী আৰু সাধাৰণ দৰ্শকৰ মনঃপুত কৰাৰ প্ৰয়াস কৰিবলৈ ধৰিলে। অভিনেতা-অভিনেত্ৰী সকলেও মঞ্চাভিনয়ৰ ক্ষেত্ৰত নতুন নতুন দিশৰ সূচনা কৰিবলৈ ধৰিলে। আধুনিক কালৰ গণতন্ত্ৰৰ এজন সাধাৰণ মানুহক জীৱনৰ প্ৰাত্যহিক একঘেয়েমীৰ পৰা কিছুক্ষণৰ কাৰণে হ'লেও মুক্তি দিবলৈ তেওঁলোকে প্ৰয়াস কৰিলে।

নাটকে দৰ্শক সকলৰ মনোযোগ আকৰ্ষণ কৰাৰ লগে লগে দৰ্শক জন-সাধাৰণৰো ৰুচিৰ পৰিবৰ্তন ঘটিল। নতুন আংগিকৰ নাটকৰ অভিনয় প্ৰদৰ্শন অনুষ্ঠিত কৰাৰ ক্ষেত্ৰত দৰ্শক সকলৰ ফালৰ পৰা অহা ওজৰ-আপত্তিৰ অৱসান ঘটিল। সামাজিক নাটক ৰচনা আৰু অভিনয়ৰ কাৰণে এক অনুকূল পৰিৱেশ গঢ়ি উঠিল। নাট্যকাৰেও নিষ্ঠাৰে সৈতে নিজৰ কামত ব্ৰতী হৈ নাট-কক সামাজিক প্ৰচাৰ আৰু সংস্কাৰৰ এক শক্তিশালী আহিলাত পৰিণত কৰাত মনোনিবেশ কৰিলে। গতিকে বৰ্তমান কালত নাটকক এক গুৰুত্বপূৰ্ণ সাহিত্যিক শক্তিৰ ৰূপদান কৰাৰ ক্ষেত্ৰত নাট্যকাৰ, অভিনেতা আৰু দৰ্শক— আটাইৰে বৰ-ঙণি আছে। কিন্তু সকলোৰে মূলতে নাট্যকাৰৰ নিষ্ঠাৰ কথা উল্লেখ কৰিবই লাগিব। নাট্যকাৰৰ উদ্দেশ্য হ'ল মানৱ জীৱনৰ ব্যাখ্যা। এই ব্যাখ্যা কাৰ্যত তেওঁৰ সততাই নাটকক আধুনিক কালত এক লেখতলবলগীয়া কলা তথা কৌশলত পৰিণত কৰিছে।

## বাস্তৱধৰ্মী সমস্যামূলক নাটক

### ইয়াৰ উৎসসমূহ আৰু বিকাশ :

এই শ্ৰেণীৰ নাটকত সাধাৰণতে কোনো এক বিশেষ সামাজিক অথবা নৈতিক সমস্যাৰ কথা উত্থাপন কৰি দৰ্শক সকলক সেই সমস্যা সন্দৰ্ভত চিন্তা

কৰি চাবলৈ উদ্বুদ্ধ কৰা হয়। স্বাভাৱিকতে মানৱ জীৱনৰ বেদনাদায়ক দিশৰ কথাই ঘাইকৈ আলোচিত হোৱা বাবে এই নাটক সমূহত এক ট্ৰেজিক সুৰ থকা বুলি ক'ব পাৰি। এই শ্ৰেণীৰ নাটক সমূহত এক গুৰুত্বপূৰ্ণ প্ৰশ্ন উত্থাপন কৰা হয়। এই প্ৰশ্নৰ সমাধান কেতিয়াবা নাট্যকাৰে নিজৰ ফালৰ পৰা দিব পাৰে আৰু কেতিয়াবা দৰ্শক সকলৰ বিবেচনাৰ কাৰণেও এৰিব পাৰে। উনবিংশ শতাব্দীত গাকৰি উঠা এই শ্ৰেণীৰ নাটকে বৰ্তমান শতিকাতো জনপ্ৰিয়তা হেৰুওৱা নাই।

দৰাচলতে শেকস্‌পিয়েৰৰ মিজাৰ্ ফৰ মিজাৰ আৰু হেম্‌লেট আদি নাটকতে সমস্যামূলক নাটকৰ অংকুৰণ হোৱা বুলি ক'ব পাৰি। বহুতো প্ৰাচীন গ্ৰীক নাটককো এই শ্ৰেণীৰ নাটকৰ অন্তৰ্ভূক্ত কৰিব পাৰি। সাম্প্ৰতিক কালতো এই শ্ৰেণীৰ নাটকৰ প্ৰতি দৰ্শক-পাঠকৰ আগ্ৰহৰ অৱসান ঘটা নাই। এই নাটক সমূহে সততে মানৱতাৰ আদৰ্শৰে উদ্বুদ্ধ ভাবুক প্ৰকৃতিৰ লোকক আকৃষ্ট কৰে আৰু এনেকৈ মানৱ জাতিৰ উত্তৰণৰ ক্ষেত্ৰত সামান্যতম হ'লেও অৰিহণা যোগায়। সমাজত প্ৰচলিত অন্যায়-অনীতি আৰু ভ্ৰান্ত ধাৰণা সমূহেই এই নাটক সমূহৰ মূল কথাবস্তু। এই শ্ৰেণীৰ নাটকে প্ৰচলিত সামাজিক ধ্যান-ধাৰণা, ৰীতি-নীতি, আদিৰ উপৰিও আইন-কানুন, যুদ্ধ-বিগ্ৰহ আদি সম্পৰ্কত ভিন্ ভিন্ দৃষ্টিকোণৰ পৰা নানা ধৰণৰ প্ৰশ্ন উত্থাপন কৰি ব্যক্তি জীৱনত সেইবোৰৰ প্ৰভাৱৰ বিষয়ে আলোকপাত কৰাৰ লগতে ব্যক্তিজীৱন আৰু সমাজৰ মাজত সংঘাতৰ ৰূপ স্পষ্ট কৰি তোলে। আকৌ কোনো ব্যক্তিয়ে প্ৰচলিত ৰীতি-নীতিৰ পৰা ফালৰি কাটি আহিব খুজিলে সমাজ কিদৰে অসহিষ্ণু হৈ পৰে, সেই কথাও ইয়াৰ লগতে স্পষ্ট হৈ পৰে। সমাজ নামৰ ধাৰণা আৰু ইয়াৰ ফলত উৎপত্তি হোৱা সামাজিক অসমতাই ব্যক্তিজীৱনত নানা আলৈ-আহুকালৰ সৃষ্টি কৰি ব্যক্তি-জীৱনলৈ নমাই, অনা হতাশাৰ প্ৰতিচ্ছবিও এই নাটক সমূহত সূক্ষ্মৰূপত অংকন কৰা হয়। ভিন্ ভিন্ ধৰণৰ শ্ৰেণীগত বিৰোধৰ দ্বাৰা প্ৰতিখন সমাজ আক্ৰান্ত আৰু কেৱল প্ৰেম তথা সহৃদয়তাইহে শ্ৰেণী-সংগ্ৰামৰ একমাত্ৰ বিকল্প হ'ব পাৰে। মুঠতে সকলো ধৰণৰ মিথ্যাচাৰ, সংকীৰ্ণতা আৰু গোড়ামিৰ বিপৰীতে এই শ্ৰেণীৰ নাটক সমূহে সমতা, স্বাধীনতা আৰু ন্যায়ৰ সপক্ষে থিয় দিয়ে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে সাহিত্যত বাস্তৱবাদক দুই ধৰণে ব্যাখ্যা কৰিব পাৰি। প্ৰথমতে, ফ্ৰান্সত বালজাক, ইংলণ্ডত জৰ্জ এলিয়ট আৰু যুক্তৰাষ্ট্ৰত উইলিয়াম ডীন হৱেলছৰ পৰা উনৈশ শতিকাত গদ্য সাহিত্যত বিকাশ

লাভ কৰা ই হ'ল এবিধ সাহিত্যিক আন্দোলন। দ্বিতীয়তে, ইয়াক, এই লেখক সকলে তেওঁলোকৰ ঐতিহাসিক আন্দোলনৰ জৰিয়তে জনপ্ৰিয় কৰি তোলা "সাহিত্যত জীৱনৰ প্ৰতিফলন" কথাৰ এক ধৰণ বুলি ক'ব পাৰি। সি যি হওক, সম্পূৰ্ণ যুক্তিযুক্ত ভাবেই সমগ্ৰ ইউৰোপত নাটকে ৰোমাণ্টিচিজমৰ পৰা বাস্তৱধৰ্মিতালৈ গতি কৰিছিল। দুয়োবিধৰ মাজত মৌলিক পাৰ্থক্য বৰ্তমান। ৰোমাণ্টিচিজমৰ ধাৰণা স্বাভাৱিকতে অতীজৰ ধ্ৰুপদী যুগৰ নাটকৰ ধাৰণাতকৈ পৃথক আছিল। কিছু কিছু ক্ষেত্ৰত ইয়াক ভাবপ্ৰৱণতাৰ অতিৰঞ্জিত ৰূপ বুলিও ক'ব পাৰি। নাটকৰ বিষয় আৰু ৰীতি অনুযায়ী কৰা ট্ৰেজেদী আৰু কমেডীৰ শ্ৰেণীবিভাগ ৰোমাণ্টিক নাট্যকাৰ সকলে মানি ল'ব পৰা নাছিল। তদুপৰি নব্য নাট্যধাৰাৰ সংলাপ ৰচনা যিমানেই কাব্যিক নহওক কিয়, এই নাটক সমূহৰ উপস্থাপনত বাস্তৱধৰ্মী কাৰিকৰী কৌশল প্ৰয়োগ কৰা হৈছিল।

ফলস্বৰূপে উনৈশ শতিকাৰ ইউৰোপত উদ্ভৱ হোৱা নাটকত বাস্তৱবাদ প্ৰয়োগৰ প্ৰথমটো ঢৌ এক সুসংবদ্ধ অভিনয় আৰু সামাজিক সংস্কাৰবাদী মনোভাবৰ দ্বাৰা প্ৰভাবান্বিত হোৱা নাছিল। তথাপিতো সমসাময়িক সমাজত সামাজিক আচৰণ আৰু আচাৰ-ৰীতি আদিত পৰিলক্ষিত হোৱা দোষ ক্ৰটিবোৰ আঙুলিয়াই এই বাস্তৱধৰ্মী নাটক সমূহে যেন ৰোমাণ্টিক অতিৰঞ্জনৰ প্ৰতি প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। আনহাতে সহজতে পৰিদৃশ্যমান হোৱা আন এটা দিশ হ'ল যে কমেডী সদায় ট্ৰেজেদিতকৈ অধিক বাস্তৱধৰ্মী। মানুহে বাস্তৱ জীৱনত ঠিক যেনে ধৰণৰ আচৰণ কৰে, কমেডীয়ে যেন হুবহু তাকেই মঞ্চত উপস্থাপন কৰাৰ প্ৰয়াস কৰে। আনহাতে, মানুহ প্ৰকৃততে কেনে হোৱা উচিত, এই ধৰণৰ এক আদৰ্শ উপস্থাপন কৰাৰ প্ৰৱণতাহে ট্ৰেজেদীত পৰিলক্ষিত হয়।

আধুনিক কালত নৰৱেৰ নাট্যকাৰ হেনৰিক ইবছেনৰ হাতত এই শ্ৰেণীৰ নাটকে গা কৰি উঠে। বাস্তৱধৰ্মী সমস্যামূলক নাটক সমূহত সাধাৰণতে প্ৰধান চৰিত্ৰটোক এটা সমসাময়িক সামাজিক সমস্যাৰ মুখামুখিকৈ উপস্থাপন কৰা হয়। কেতিয়াবা নাটকত এজন মুখপাত্ৰ অথবা আখ্যানৰ বিকাশৰ জৰিয়তে নাট্যকাৰে ঘটনাক্ৰমক এনে এক স্তৰলৈ লৈ যায় যে মুখ্য চৰিত্ৰটোৱে বিচৰা সমাধান প্ৰায়েই সমাজত প্ৰচলিত মতাদৰ্শৰ বিপৰীতমুখী হয়। অৰ্থাৎ কোনো এক সমস্যা সমাধান কৰিবলৈ গৈ চৰিত্ৰটো আপাতদৃষ্টিত সমাজ বিৰোধী হৈ পৰে। বিভিন্ন ধৰণৰ সামাজিক সমস্যা এই ধৰণে উপস্থাপিত হ'ব পাৰে। উদাহৰণ স্বৰূপে ইবছেনৰ এ ডলছ হাউছ ত দেখুওৱাৰ দৰে উনৈশ শতিকাৰ

মধ্যবিত্ত পৰিয়ালত এগৰাকী নাৰীয়ে সন্মুখীন হোৱা সমস্যা অথবা পুঁজিবাদী সমাজ ব্যৱস্থাত বেশ্যাবৃত্তি সম্পৰ্কে হ'ব পাৰে, (মিচেচ ওৱাৰেনছ্ প্ৰফেশ্যন) অথবা বৰ্তমান সময়ৰ যুক্তৰাষ্ট্ৰত ক'লা আৰু বগা পুৰুষ-নাৰীৰ সম্পৰ্কৰ ক্ষেত্ৰত সংঘাতৰ সমস্যাৰ কথাও হ'ব পাৰে।

## বাস্তৱধৰ্মী সমস্যামূলক নাটকৰ স্বৰূপ

আৰম্ভণিৰ পৰাই বাস্তৱধৰ্মী নাটক সমূহে নানা ধৰণৰ সমালোচনাৰ সন্মুখীন হৈ আহিছে। এই নাটক সমূহক আৱশ্যকীয় ভাবেই স্থূল আৰু কলাসুলভ গুণ ৰহিত বুলি কোৱা হৈছে। সেই হেতুকে এই শ্ৰেণীৰ নাটক সমূহৰ প্ৰকৃত গুণৰাশি আৰু সম্ভাৱনীয়তাই সমালোচক সকলৰ পৰা উপযুক্ত আদৰ লাভ কৰাত ব্যৰ্থ হৈছে। এই কথা নিঃসন্দেহে ক'ব পাৰি যে এই শ্ৰেণীৰ নাটকৰ গঠন, বিষয়বস্তু আৰু আবেদন সম্পৰ্কে সমালোচক সকল আজিকোপতি দ্বিধাগ্ৰস্ত। বাস্তৱধৰ্মী সমস্যামূলক নাটকক বিভিন্ন দিশৰ পৰা সমালোচনা কৰা হয়। এই নাটক সমূহক সাধাৰণতে নীৰস আৰু বিৰক্তিকৰ বুলি ভবা হয়। ফলস্বৰূপে আদিৰ পৰা বৰ্তমানলৈকে এই শ্ৰেণীৰ নাটকে আকৰ্ষিত জনপ্ৰিয় নাটক সমূহৰ লগত দৰ্শকক আকৃষ্ট কৰাৰ ক্ষেত্ৰত সমানে ফেৰ মাৰিব পৰা নাই। কাৰণ আমোদৰ খোৰাক যোগোৱা নাটকৰ তুলনাত "আমনিদায়ক" এই শ্ৰেণীৰ নাটকক দৰ্শক ৰাইজে সমান ভাবে আদৰি নলয়। এই শ্ৰেণীৰ নাটক সমূহে যেন মঞ্চ জগতখন চুৱা কৰি দৰ্শক সকলক সুৰুচি আৰু শালীনতাৰ পৰিবৰ্তে কুৰুচি আৰু অশালীনতা বোধহে শিক্ষা দিছিল। এনে এক ধাৰণাই আৰম্ভণিৰ পৰাই গঢ় লৈ উঠা পৰিলক্ষিত হৈছিল। এই ক্ষেত্ৰত ইবছেনৰ কথা ছাটি কৰে মনলৈ আহে।

এই নাটক সমূহত সাধাৰণতে জীৱনৰ অন্ধকাৰ দিশটোৰ কথাহে উপস্থাপন কৰা হয়। স্বাভাৱিকতে দৰ্শকৰ কাৰণে এইবোৰ আনন্দদায়ক নহয়। প্ৰচলিত সমাজ ব্যৱস্থাৰ কাথামোত কুঠাৰাঘাত কৰি পাৰিবাৰিক আৰু ৰাজহুৱা জীৱনৰ নগ্ন বাস্তৱতাক দৰ্শকৰ সন্মুখত দাঙি ধৰা হয়। সেয়ে এই নাটক সমূহক সুস্থ মানসিকতা আৰু কলাসুলভ সৌন্দৰ্য্যবোধৰ পৰিপন্থী বুলি কোৱা হয়। ১৮৯১ চনত প্ৰথম অভিনীত হোৱা ইবছেনৰ ঘোষ্টছ্ (ভূত) নাটকৰ কথা এই প্ৰসংগত উল্লেখ কৰিব পাৰি। নগ্নৰূপত মানৱ জীৱনৰ প্ৰতিচ্ছবি

উপস্থাপন কৰাৰ কাৰণে ইবছেনৰ নৈতিক বিকৃতি ঘটা বুলি তেওঁ সমালোচনাৰ সম্মুখীন হোৱাৰ উপৰিও তেওঁৰ নাটকীয় চৰিত্ৰ সমূহক সমাজ আৰু প্ৰকৃতিৰ বিৰুদ্ধে বিদ্ৰোহী বুলি আখ্যা দিয়া হৈছিল। সেইদৰে গলছ্‌ওৱৰ্থি, গ্ৰেনভিল বাৰ্কাৰ, জৰ্জ বানাৰ্ড শ্ব প্ৰভৃতি নাট্যকাৰ সকলেও নানা তৰহৰ সমালোচনাৰ সম্মুখীন হবলগীয়া হৈছিল।

এই শ্ৰেণীৰ নাটক সমূহত নাট্যকাৰ সকলে মানৱ জীৱনৰ গভীৰ সমস্যা একোটাৰ ওপৰত নিজৰ মতাদৰ্শ আৰু দৃষ্টিভংগী অতি মুক্তভাবে ব্যক্ত কৰে। দীঘলীয়া সংলাপ আৰু কথোপকথনৰ উপৰিও আনকি কেতিয়াবা নাটকৰ দীঘলীয়া পাতনিতো নাট্যকাৰে নিজৰ বক্তব্য প্ৰকাশ কৰে। অৱশ্যে ই সঁচা যে নাটকীয় ধৰ্মক সম্পূৰ্ণৰূপে উলাই কৰি কেৱল নিজৰ বক্তব্য প্ৰকাশতে গুৰুত্ব আৰোপ কৰিলে কেতিয়াও উৎকৃষ্ট নাট্য সাহিত্য সৃষ্টি হ'ব নোৱাৰে। আনহাতে এচাম লোকে ভাবে যে সমস্যামূলক নাটক সমূহে মানৱ চৰিত্ৰৰ বিসংগতি অথবা বৈসাদৃশ্য সমূহৰ প্ৰসংগৰ অৱতাৰণা নকৰাকৈ, নৈতিক আৰু সামাজিক সমস্যাসমূহক এক বিমূৰ্ত্ত ৰূপত উপস্থাপন কৰিব লাগে। কিন্তু এনে কৰোতেও নাট্যকাৰে "কেৱল নিজৰ মতাদৰ্শ তথা দৃষ্টিভংগীৰ প্ৰকাশৰ দিশতহে অধিক গুৰুত্ব আৰোপ কৰে বুলি কোৱা হৈছে। সেয়ে এই শ্ৰেণীৰ নাটক সমূহক নাটক হিচাপে গণ্য নকৰি কেৱল "প্ৰচাৰধৰ্মী পুস্তিকা" বুলিও এচাম সমালোচকে ক'ব খোজে। ইবছেনৰ 'ঘোষ্টছ' নাটকক সেয়েহে সম্পূৰ্ণৰূপে নাটকীয় গুণৰহিত বুলি কোৱা হৈছে। ক্লিমেণ্ট স্কটৰ মতে ঘোষ্টছ্‌ হ'ল, "........ *an essay on heredity and contagious disease and probably incest.*" সেইদৰে এ ডলছ হাউছ ( পুতলাঘৰ ) নাটককো কেৱল নাৰী-স্বাধীনতা আন্দোলনৰ এখন ইস্তাহাৰ বুলি কোৱা হৈছিল। মানুহৰ জীৱন আৰু কাৰ্য্য চিত্ৰিত কৰা নাটক বুলি গণ্য কৰা হোৱা নাছিল।

বাস্তৱধৰ্মী সমস্যামূলক নাটক সমূহত সাধাৰণতে আবেগ-অনুভূতিতকৈ যুক্তি আৰু চিন্তাত অধিক গুৰুত্ব প্ৰদান কৰা হয়। এই শ্ৰেণীৰ নাটকত আবেগ-অনুভূতিক মূঠেই গুৰুত্ব দিয়া নহয় আৰু যুক্তি তথা চিন্তাৰ প্ৰকাশো আবেগৰ জৰিয়তে কৰা নহয় বুলি সমালোচক সকলে ক'ব খোজে। অৱশ্যে বাৰ্নাড শ্বৰ দৰে নাট্যকাৰ সকলে প্ৰকাৰন্তৰে এই কথা স্বীকাৰ কৰি গৈছে যে প্ৰধানত: যুক্তি নিৰ্ভৰ আৰু তথ্যনিষ্ঠ হোৱা বাবেই এই নাটক সমূহত মানৱীয় আবেগ-অনুভূতিয়ে গৌণস্থান লাভ কৰে। চৰিত্ৰ সমূহৰ মেধা শক্তি আৰু

ব্যক্তিত্বৰ বৌদ্ধিক দিশতহে অধিক গুৰুত্ব আৰোপ কৰা হয়। এই কথা অস্বীকাৰ কৰিব নোৱাৰি যে গভীৰ চিন্তা অথবা মতাদৰ্শ আৰু নাট্যকলাৰ মাজৰ সেতুখন সুদৃঢ়কৈ গঢ়া সিমান সহজ কাম নহয়। সেয়েহে এই শ্ৰেণীৰ নাটক সমূহে সাধাৰণতে এই বুলি সমালোচনাৰ সন্মুখীন হয় যে নাট্যকাৰ জনৰ মাজত থকা আদৰ্শবাদী মনটোৱে সুৰ ভাঙি উঠি প্ৰাধান্য লাভ কৰাৰ কাৰণে তেওঁৰ মাজৰ শিল্পী মনটো মৰহি যাবলৈ বাধ্য হয়। কাৰণ নাট্যকাৰ জনৰ মনত এটাই মাথোন প্ৰতি-পাদ্য বিষয় থকা হেতুকে (নিজৰ মতাদৰ্শ / দৃষ্টিভংগীৰ প্ৰকাশ), তাক প্ৰকাশৰ উপযোগীকৈহে তেওঁ নাটকীয় পৰিবেশ গঢ়ি তোলে। গতিকে চৰিত্ৰ সমূহৰ কাৰ্য্যও তেওঁ সেইমতেহে ৰূপদান কৰে। ফলস্বৰূপে মানৱ জীৱনক আবেগ-অনুভূতি বৰ্জিত এক নীৰস সূত্ৰৰ ৰূপত অংকন কৰা যেন ধাৰণা হয়। ইয়ে নাট্যকাৰৰ উদ্ভাৱনী শক্তিৰ বিকাশত বাধা দিয়ে।

আকৌ কোৱা হৈছে যে সমস্যামূলক নাটক সমূহৰ কোনো চিৰন্তন আবেদন নাথাকে। এইবোৰে কেৱল স্থানীয় গুৰুত্বহে লাভ কৰে। সমাজত প্ৰচলিত সম-সাময়িক ধ্যান-ধাৰণা, ৰীতি-নীতি আদিক নিৰ্ভৰ কৰিয়েই এই নাটক সমূহ ৰচনা কৰা হয়। কিন্তু গতিশীল সমাজত এইবোৰৰো পৰিবৰ্তন ঘটি থাকে। উদাহৰণ স্বৰূপে, নাৰীৰ ভোটাধিকাৰ লাভ, বিবাহ বিচ্ছেদৰ সুযোগ অথবা কাৰাগাৰৰ বন্দীসকলৰ অৱস্থা ইত্যাদি কেতিয়াও চিৰন্তন মানৱীয় সমস্যা হ'ব নোৱাৰে। অৰ্থাৎ কোনো এখন নাটকত আলোচিত এক সমস্যা সময়ত সমাধান হৈ যাব পাৰে। তদুপৰি মানৱ জীৱনৰ বিভিন্ন দিশতো কালক্ৰমত আইন প্ৰণয়ন অথবা সংস্কৃতি-সম্পন্ন মতাদৰ্শৰ প্ৰভাৱত আমূল পৰিবৰ্তন সাধিত হ'ব পাৰে। কাৰণ কোনো এক সময়ত প্ৰচলিত ধ্যান-ধাৰণা, ৰীতি-নীতি, নৈতিক আদৰ্শ আদি আন এক সময়ত অচল টকা হৈ পৰে।

মানৱ জীৱনৰ আদৰ্শ-মূল্য আদি সময়ৰ অগ্ৰগতিৰ লগে লগে সলনি হৈ থাকে। স্বাভাৱিকতে প্ৰগতিবাদী আদৰ্শৰ সন্মুখত সংৰক্ষণশীল আদৰ্শ অথৰ্ব হৈ পৰে। গতিকে সম-সাময়িক সমাজৰ সমস্যাৰ ওপৰত ভেটি কৰি লিখা সমস্যামূলক নাটকৰ প্ৰাসংগিকতা, সেই সমস্যাসমূহ সমাধান হৈ যোৱাৰ লগে লগে নাইকিয়া হৈ যায় বুলি এচাম সমালোচকে ক'ব খোজে। আনহাতে প্ৰচলিত জীৱন ধাৰাৰ পৰিবৰ্তে এক আওহতীয়া জীৱন-আদৰ্শৰ চিত্ৰণ কেৱল সমাজবিজ্ঞানী আৰু ইতিহাসবিদ্ সকলৰ কাৰণেহে অধ্যয়নৰ বিষয়বস্তু হ'ব পাৰে। বাৰ্নাড শ'ৰ সুৰ কাপোৰণি স্বৰূপ হৈ পৰা ভিক্টোৰিয়ান যুগৰ শেষ

কালছোৱাৰ আদৰ্শবাজি আৰু প্ৰাপ্তি সমূহে আজি আৰু কাকো বিব্ৰত কৰি নোতোলে। গতিকে পাহৰণিৰ গৰ্ভত সম্পূৰ্ণৰূপে লীন নগ'লেও তেওঁৰ নাটকত আলোচিত সমস্যাবাজিৰ অধিকাংশই আজিৰ আধুনিক দৰ্শকক আকৃষ্ট কৰিব নোৱাৰে।

তাৰোপৰি প্ৰচলিত নাট্য-ৰীতিৰ ফালে পিঠি দি নিজস্ব নাট্য-ৰীতিৰে ৰচনা কৰা হেতুকে এই নাটকবোৰক অমাৰ্জিত আৰু অ-নাটকীয় বুলি কোৱা হৈছে। দৰাচলতে এই নাটক শ্ৰেণীৰ আদি ভাগত নাট্যকাৰ সকলে নিজস্ব ধৰণে নানা ধৰণৰ পৰীক্ষা-নিৰীক্ষা কৰিছিল। কাৰণ কাহিনী এটা আকৰ্ষণীয় ৰূপত দৰ্শক সকলৰ সমুখত উপস্থাপন কৰাতকৈ কোনো এক বিশেষ মতাদৰ্শ দাঙি ধৰাতহে অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। গতিকে ৰোমাণ্টিকতা পৰি-হাৰ কৰি সাধাৰণ মানুহৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু জীৱন ধাৰাৰ জৰিয়তে সেই মতাদৰ্শ প্ৰকাশৰ বিষয়টোহে প্ৰাধান্য লাভ কৰিছিল। সেয়ে এ ডলছ্ হাউছ্ নাটকখন "প্ৰায় সম্পূৰ্ণৰূপে কাৰ্য্যৰহিত" হোৱা বাবে যথেষ্ট বিৰক্তিকৰ অভিজ্ঞতা ৰূপে পৰিগণিত হৈছিল। বাৰ্নাৰ্ড শ'ৰ নাটক সমূহো এই জাতীয় সমালোচনাৰ সন্মুখীন হৈছে।

আনকি এই শ্ৰেণীৰ নাটকত চিত্ৰিত চৰিত্ৰবাজিও সমালোচনাৰ সন্মু-খীন নোহোৱাকৈ থকা নাই। কাৰণ এই চৰিত্ৰসমূহৰ ভিতৰত বিশেষকৈ মুখ্য-চৰিত্ৰ সমূহক প্ৰচলিত নৈতিকতা আৰু সামাজিক মতান্ধতাৰ বিৰুদ্ধাচৰণকাৰী ৰূপে চিত্ৰিত কৰা হয়। দুষ্ট আৰু অসৎ প্ৰকৃতিৰ লোক সকলক সমাজৰ শীৰ্ষ-স্থানৰ অধিকাৰী হিচাপে উপস্থাপন কৰা হয়। সেয়ে এই সমূহ চৰিত্ৰকে নৈতি-কতা আৰু আদৰ্শৰহিত অভদ্ৰ ব্যক্তি বুলি কোনো কোনো সমালোচকে ক'ব খোজে। তদুপৰি নাট্যকাৰে মানৱ জীৱনৰ সত্য প্ৰতিপাদন কৰাতকৈ নিজৰ মতাদৰ্শৰ পৰিস্ফুৰণতহে অধিক আগ্ৰহী বুলি কোৱা হৈছে। গতিকে চৰিত্ৰ-সমূহে গাইগুটীয়া ব্যক্তিত্বৰ অধিকাৰী হোৱাৰ পৰিবৰ্তে নাট্যকাৰৰ মুখপাত্ৰ স্বৰূপ হৈ পৰে। নাটকীয় গুণ বৰ্জিত এই চৰিত্ৰ সমূহে কেৱল নাট্যকাৰৰ বক্তব্য প্ৰকাশতহে সফল হয়।

ওপৰোক্ত কাৰণতে কিছুমানে বাস্তৱধৰ্মী সমস্যামূলক নাটকক মুক্ত প্ৰচাৰ বুলি ক'ব খোজে। এওঁলোকৰ মতে এই নাটক সমূহত নাট্যকাৰে সমাধানৰ অৰ্থে একোটা বিশেষ সমস্যাৰ কথা উত্থাপন কৰি শেষত নিজৰ মতে সমস্যাৰ সমাধান আগবঢ়ায়। আনহাতে এই শ্ৰেণীৰ অধিকাংশ নাটকেই কেৱল এক

প্ৰশ্নবোধৰ চিনৰ দ্বাৰাই শেষ হোৱাৰ কাৰণে বহুতে "সমস্যামূলক" শব্দটোৰ যথাৰ্থতা থকা বুলি ক'ব খোজে। এই সকলৰ মতে নাট্যকাৰে কেৱল কোনো এক সমস্যাৰ কথাহে দাঙি ধৰিব লাগে। তাৰ সমাধান দেখুওৱাটো তেওঁৰ কাম নহয়। সমস্যাৰ সমাধান সদায় দৰ্শক-পাঠকৰ বিচাৰ-বিবেচনাৰ কাৰণে থ'ব লাগে। অৱশ্যে এই নাটক সমূহত পৰিসমাপ্তি সদায় সমাধান বিহীন ৰহস্য অথবা ভাঙিব নোৱাৰা সাঁথৰৰ দৰে নহয়। কাৰণ যিমানেই জটিল নহওক, নাটকীয় আখ্যানৰ অগ্ৰগতিৰ ফলস্বৰূপে উপস্থাপিত কোনো এক সমস্যা আপোনা-আপুনি এক সমাধানৰ পিনে গতি কৰে।

মোথনিত ক'ব পাৰি যে ওপৰোক্ত বৈশিষ্ট্যৰাজি বাস্তৱধৰ্মী-সমস্যামূলক নাটকৰ ক্ষেত্ৰত বৰ্তমান। আমহাতে এই বৈশিষ্ট্য সমূহৰ ওপৰত ভিত্তি কৰিয়েই এই শ্ৰেণীৰ নাটক সমূহক সমালোচনা কৰা হৈছে। এই কথা সঁচা যে এই শ্ৰেণীৰ নাটকে সকলো শ্ৰেণীৰ দৰ্শকক সমানে আকৃষ্ট কৰিব নোৱাৰে। ই স্বাভাৱিক। কাৰণ সাধাৰণ দৰ্শক শ্ৰেণীয়ে সততে বিচৰা ৰোমাণ্টিক ভাবা-বেগৰ জগত এখনৰ পৰিবৰ্তে এই নাটক সমূহত মানৱ জীৱনৰ নগ্ন বাস্তৱ দিশটোৰ উন্মোচনত গুৰুত্ব দিয়া কাৰণে মানৱ চৰিত্ৰৰ বৌদ্ধিক দিশটোৱে প্ৰাধান্য লাভ কৰে। সেইবুলি এই নাটক সমূহক সাহিত্য নহয় বুলি ক'ব নোৱাৰি। মানৱ জীৱন আৰু অভিজ্ঞতাৰ প্ৰতিফলন ঘটা এই নাটক সমূহ চিৰদিন মানৱ জীৱনৰ দৰেই মূল্যবান হৈ ৰ'ব। সেই কাৰণেই সমস্যামূলক নাটক সমূহক কেৱল মাত্ৰ মতাদৰ্শ প্ৰচাৰৰ মাধ্যম বুলি যিদৰে ক'ব নোৱাৰি, সেইদৰে কলাগত দিশৰ পৰা এইবোৰক কোনো গুণে হীন বুলি ক'ব নোৱাৰি। কাৰণ এই নাটক সমূহ নাট্যকাৰৰ উপদেশ বাণী মাথো নহয়। এই নাটক সমূহ ৰচনাৰ কাৰণেও যথেষ্ট পৰিমাণে নাট্যকলা আৰু নাট্য-শৈলীৰ জ্ঞানৰ আৱশ্যকতাৰ উপৰিও নাট্যপ্ৰতিভাৰ প্ৰয়োজন আছে।

## বাস্তৱধৰ্মী-সমস্যামূলক নাটকৰ সাহিত্যিক মূল্য

বাস্তৱধৰ্মী নাটক সমূহক একে আষাৰতে কলাসুলভ বৈশিষ্ট্য ৰহিত বুলি ক'ব নোৱাৰি। মানৱ জীৱনৰ বিভিন্ন সমস্যাৰাজিৰ প্ৰতিফলন ঘটিলেও এই নাটক সমূহক পোনে পোনে প্ৰচাৰধৰ্মী বা উদ্দেশ্যধৰ্মী নাটক বুলিও অভিহিত কৰিব নোৱাৰি। কাৰণ প্ৰচাৰধৰ্মী নাটকৰ মুখ্য উদ্দেশ্য হ'ল ধৰ্মীয়, ৰাজ-

নৈতিক অথবা সামাজিক সম্পৰ্কত একোটা বিশেষ মতাদৰ্শৰ প্ৰতি দৰ্শকক আকৃষ্ট কৰা আৰু তেওঁলোকক সেই মতাদৰ্শৰ পিনে ঢাল খুওৱা। ইংৰাজী সাহিত্যৰ মিৰাকল্ আৰু মোৰেলিটি নাটক সমূহক এই শ্ৰেণীৰ নাটকৰ অন্তৰ্ভুক্ত কৰিব পাৰি। কাৰণ এই নাটক সমূহৰ জৰিয়তে খ্ৰীষ্টিয় আদৰ্শ প্ৰচাৰৰ মাধ্যমেৰে জনসাধাৰণক শিক্ষা দিয়াৰ প্ৰয়াস কৰা হৈছিল।

কিন্তু আলোচ্য শ্ৰেণীৰ নাটক সমূহতো এক ধৰণৰ নীতিবাদ অথবা উপদেশতত্বৰ সুৰ পৰিলক্ষিত হোৱা হেতুকে এইবোৰকো কেতিয়াবা কেতিয়াবা প্ৰচাৰধৰ্মী নাটকৰ শ্ৰেণীভুক্ত কৰা হয়। আকৌ প্ৰচাৰধৰ্মী বুলি ক'লেই কোনো এখন নাটকৰ আন কলাগত দিশ সমূহ তল পৰি যায়। উপৰুৱা দৃষ্টিৰে চালে এনে অনুমান হয় যেন কিবা এক ভুৱা অথবা অহিতকৰ আদৰ্শৰ প্ৰতিহে দৰ্শক-পাঠকক আকৃষ্ট কৰিব বিচৰা হৈছে। কিন্তু এনে ধাৰণা শুদ্ধ নহয়। প্ৰচাৰধৰ্মী বোলোতে এই কথাকে সাধাৰণতে বুজোৱা হয় যে কোনো এক বিশেষ মতাদৰ্শ অথবা দৃষ্টিভংগীৰ কথাহে সচেতন ভাবে নাটকত উপস্থাপন কৰিব বিচৰা হৈছে। সেয়ে বাৰ্ণাডশ্ব'ৰ মতে, "সকলো মহৎ কলা অথবা সাহিত্যই উদ্দেশ্যধৰ্মী"। তদুপৰি এজন নিষ্ঠাবান নাট্যকাৰৰ এক নিজস্ব দৃষ্টিকোণ থাকে আৰু সেই দৃষ্টিকোণৰ প্ৰতি তেওঁৰ পক্ষপাতিত্ব থকা তেনেই স্বাভাৱিক। কাৰণ কোনো নাট্যকাৰেই তেওঁৰ সৃষ্টিৰাজিক এক নীৰস ৰূপত উপস্থাপন কৰিবলৈ নিবিচাৰে।

অৱশ্যে এই কথা সঁচা যে প্ৰচাৰধৰ্মিতাই মুখ্যস্থান অধিকাৰ কৰিলে যিকোনো সাহিত্য কৰ্মৰেই স্বকীয় মাধুৰ্য্য লোপ পোৱাৰ আশংকা থাকে। কাৰণ উদ্দেশ্যধৰ্মী নাটক এখনক একে সময়তে এক মহৎ সাহিত্যৰ ৰূপত ৰূপদান দিয়াৰ ক্ষেত্ৰত কোনো প্ৰতিভাসম্পন্ন নাট্যকাৰে অনতিক্ৰম্য বাধাৰ সন্মুখীন হ'বলগীয়া নহয়। আনহাতে বিবাহ-বিচ্ছেদ আইন অথবা নাৰী ভোটাধিকাৰক মূল উপজীৱ্য হিচাপে লৈ এখন ভাল নাটক ৰচিত হ'ব নোৱাৰে বুলি কোনো কথা নাই। অৱশ্যে ই সঁচা যে সমস্যামূলক নাটক সমূহত নাট্যকাৰৰ নিজৰ দৃষ্টিভংগী আৰু আদৰ্শ স্পষ্ট ৰূপত দৰ্শক-পাঠকৰ আগত দাঙি ধৰাৰ অৰ্থে একোটা বিশেষ চৰিত্ৰৰ সৃষ্টি কৰা হয়। গ্ৰীক নাটকত কোৰাছৰ লেখীয়া এই চৰিত্ৰ সমূহে সাধাৰণতে নাটকীয় আখ্যানৰ বিকাশৰ লগে লগে নিৰপেক্ষ আৰু দাৰ্শনিক প্ৰকৃতিৰ দৰ্শকৰ দৰে সকলো কাৰ্য্য-কলাপ প্ৰত্যক্ষ কৰে আৰু নাট্যকাৰৰ মুখপাত্ৰ হিচাপে সময়ে সময়ে বিভিন্ন মন্তব্য আগবঢ়ায়। গভীৰতৰ

জ্ঞানেৰে সমৃদ্ধ এই চৰিত্ৰ সমূহে আনকি নাট্যকাৰে সন্মুখীন হোৱা বিভিন্ন সমস্যাৰাজিৰ ওপৰতো আলোকপাত কৰি দৰ্শকবৃন্দ উপস্থিত হোৱাকৈ নাট্যকাৰৰ মূল বক্তব্য তেওঁলোকৰ আগত দাঙি ধৰে।

নিঃসন্দেহে আৰম্ভণিৰ কালছোৱাতে এই শ্ৰেণীৰ নাটক সমূহে গভীৰ চিন্তাৰ জগতখনৰ এক ফলপ্ৰসূ আৰু শক্তিশালী মাধ্যম ৰূপে কাম কৰি বৌদ্ধিক মহলত এক খলকনি তুলিবলৈ সক্ষম হৈছিল। সম-সাময়িক সমাজ আৰু জীৱনৰ ওপৰত প্ৰভূত পৰিমাণে প্ৰভাৱ পেলোৱাৰ উপৰিও এই নাটক সমূহে কিছু পৰিমাণে জন-জীৱনৰ ৰুচি-অভিৰুচি আৰু দৃষ্টিভংগীৰো পৰিবৰ্তন সাধন কৰিবলৈ সক্ষম হয়। সামগ্ৰিক ভাবে চাবলৈ গ'লে এই নাটক সমূহে কেতিয়াও কোনো এক বিশেষ মতাদৰ্শ প্ৰচাৰৰ কামত প্ৰত্যক্ষ ভাবে ভূমিকা লোৱা পৰিলক্ষিত নহয়। বৰং এই কথাহে সঁচা যে সমাজত বৰ্তি থকা ভিন্ ভিন্ মতাদৰ্শৰ সংঘাতক এইবোৰে সঠিক ৰূপত নিৰপেক্ষ ভাবে দৰ্শক-পাঠকৰ আগত উপস্থাপন কৰিবলৈ প্ৰয়াস কৰে। নাট্যকাৰে কোনো কল্পিত অথবা অবাস্তৱ কাহিনীৰ ওপৰত নিৰ্ভৰ নকৰি মানৱ জীৱন আৰু মানুহৰ প্ৰাত্যহিক কাৰ্য্যক এক নিটোল ৰূপত দৰ্শকৰ আগত উপস্থাপন কৰি সেই সমস্যা সন্দৰ্ভত নিজস্ব দৃষ্টিভংগী দাঙি ধৰে। মানৱ চৰিত্ৰ আৰু অদৃষ্টৰ লগত প্ৰত্যক্ষ ভাবে জড়িত হৈ তাৰ পৰা লাভ কৰা অভিজ্ঞতা ৰাশিকহে নাট্যকাৰ এজনে তেওঁৰ নাটকত উপস্থাপন কৰে। আনহাতে নাটকীয় চৰিত্ৰ সমূহৰ কাৰ্য্য আৰু উদ্দেশ্যই স্বতঃস্ফূৰ্ত্ত ভাবে নাট্যকাৰৰ নিজস্ব দৃষ্টিভংগী প্ৰকাশৰ বাট সুচল কৰি দিয়ে।

মোখনিত ক'ব পাৰি যে জীৱন আৰু মানৱ চৰিত্ৰৰ প্ৰতি থকা নিষ্ঠাগত আগ্ৰহৰ ফলস্বৰূপে নাট্যকাৰে এই নাটক সমূহক সামাজিক নিবন্ধ অথবা দাৰ্শনিকৰ দুৰ্বোধ্য ভাষ্য শ্ৰেণীৰ ওপৰলৈ উন্নীত কৰি তুলিব পাৰিছে। গতিকে আন নাটকৰ দৰে এই নাটক সমূহকো মানৱ অভিজ্ঞতাৰ জীৱন্ত প্ৰতিচ্ছবি অংকন কৰা এক মূল্যবান মানৱীয় দলিল বুলি ক'ব পাৰি। নাটক সমূহত আলোচিত সমস্যাৰাজিৰ সমাধান হৈ কোনো এক সময়ত হয়তো নাটকত বৰ্ণিত জীৱন ধাৰাৰো পৰিবৰ্তন হ'ব পাৰে। কিন্তু এই নাটক সমূহৰ উৎকৃষ্ট সৃষ্টিৰাজি চিৰদিন আবেদনশীল হৈ ৰ'ব। সেয়েহে কেৱল গহীন পৰিবেশত কৰা তত্ত্ব গধুৰ আলোচনা যেন লাগিলেও, এই নাটক সমূহক কলাসুলভ বৈশিষ্ট্যৰহিত বুলি ক'ব নোৱাৰি। কাৰণ কোনো এক বিশেষ মতাদৰ্শ প্ৰচাৰ কৰাই এই নাটক সমূহৰ একমাত্ৰ উদ্দেশ্য নহয়। সাহিত্যৰ নান্দনিক দিশ সমূহ উলাই

কৰি এইবোৰ ৰচিত হোৱা নাই। এইবোৰৰ লগত মানৱ জীৱনৰ বিভিন্ন সমস্যাৰাশি সুন্দৰ ভাবে গাঠি দিয়া হৈছে।

# হেনৰিক ইবছেনৰ সাহিত্য কৃতি

## হেনৰিক ইবছেনৰ চমু জীৱনী

১৮২৮ চনৰ মাৰ্চ মাহৰ ২০ তাৰিখে নৰৱেৰ দক্ষিণ উপকূলৰ এখন সৰু চহৰ স্কীয়েনত হেনৰিক ইবছেনৰ জন্ম হয়। খ্ৰীষ্টিয়ানা নগৰৰ পৰা প্ৰায় পচানব্বৈ কি: মি: দক্ষিণ-পশ্চিমে এই চহৰ অৱস্থিত। যোল বছৰ বয়সত গ্ৰীমষ্টাদ নগৰত ইবছেনে এজন ঔষধ বিক্ৰেতাৰ ওচৰত শিক্ষা-নবিছী খাটে। ইয়াত তেওঁ ১৮৫০ চনলৈ থাকে। এই কাল ছোৱাতে তেওঁ তেওঁতকৈ বয়সত দহ বছৰে ডাঙৰ ঘৰুৱা কাম কৰা ছোৱালী এজনীৰ সংস্পৰ্শলৈ আহে। ইবছেনৰ ঔৰষত আৰু এই ছোৱালীজনীৰ গৰ্ভত জন্ম লাভ কৰা ল'ৰা সন্তানটিক তেওঁ ইয়াৰ পিছৰ প্ৰোদ্ধৰ বছৰৰ কাৰণে ভৰণ-পোষণ দি ধন ভৰি থাকিব লগীয়া হয়।

বাইশ বছৰ বয়সত তেওঁ বিশ্ববিদ্যালয়ৰ এন্ট্ৰেন্স পৰীক্ষাত অৱতীৰ্ণ হোৱাৰ উদ্দেশ্যে খ্ৰীষ্টিয়ানা নগৰলৈ যাত্ৰা কৰে। কিন্তু বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তিকৰণৰ পৰা ইবছেন বঞ্চিত হয় আৰু ইয়াতে কিছুদিনৰ কাৰণে সাংবাদিকতাৰ শিক্ষা লাভ কৰে। ইয়াৰ পিছত এজন ভায়োলিন বাদকৰ অনুমোদন ক্ৰমে তেওঁ বাৰ্জেন চহৰত নতুনকৈ স্থাপিত নেচাৰেল থিয়েটাৰত আবাসিক নাট্যকাৰ ৰূপে নিযুক্তি লাভ কৰে। এই নিযুক্তিৰ স্বৰ্ত্ত অনুযায়ী নাট্য দলটিক তেওঁ প্ৰতিবছৰে একো-খনকৈ নাটক অভিনয়ৰ অৰ্থে দিব লগীয়া হৈছিল। ইয়াতেই নাট্যকলা বিষয়ত তেওঁৰ "হাতে খড়ি" বুলিব পাৰি। এই সময়ছোৱাত তেওঁৰ সৃষ্টিৰাজিৰ বিষয়ে আমি পিছত আলোচনা কৰিম।

১৮৫৭ চনত ইবছেনে খ্ৰীষ্টিয়ানাত নৰৱেৰ জাতীয় থিয়েটাৰত কলা-নিৰ্দ্দেশক ৰূপে নিযুক্তি লাভ কৰে। ১৮৫৮ চনত ঔপন্যাসিক মেগডালেন থোৰ্ছেনৰ সতীয়া কন্যা ছুছানা থোৰ্ছেনৰ সৈতে তেওঁৰ বিবাহ কাৰ্য্য সম্পন্ন হয়। ইয়াৰ পিছৰ বছৰতে ছুছানাৰ গৰ্ভত তেওঁৰ একমাত্ৰ বৈধ সন্তান ছিগুৰ্দৰ জন্ম হয়। পিছলৈ ছিগুৰ্দ নৰৱেৰ ৰাজনৈতিক জগতত এক লেখত

লবলগীয়া ব্যক্তিৰূপে পৰিগণিত হয়। ১৮৬৪ চনত এটা সৰু ভ্ৰমণ অনুদান লাভ কৰি ইবছেনে ৰোমলৈ যাত্ৰা কৰে।

ইটালীত থকা কালৰ প্ৰথম ছোৱাত ইবছেনৰ অৱস্থা সন্তোষজনক নাছিল। বয়সৰ ফালৰ পৰা প্ৰায় দুকুৰিৰ দেওনা ছোৱা ইবছেনৰ সাহিত্যিক জীৱন তেতিয়াও অনিশ্চয়তাৰে ভৰা। ক'লা কোট আৰু বহল টুপী পৰিহিত চুটিচাপৰ আৰু মলিয়ন চেহেৰাৰ মানুহজন ইতিমধ্যে সুৰাসক্ত হৈ পৰিছিল। ধাৰত পোত গৈ থকা মানুহজনে নিজৰ ওপৰত নিৰ্ভৰশীল পৰিবাৰ আৰু এটা এমা-ডিমা ল'ৰা সন্তানৰ কথাও ভাবিব লগীয়া হৈছিল। এনে ধৰণৰ পৰিস্থিতিত প্ৰায় হতাশাগ্ৰস্ত মন এটা লৈ তেওঁ ১৮৬৫ চনত তেওঁৰ প্ৰথম সফল সৃষ্টি ব্ৰাণ্ড্ লিখি উলিয়ায়। ব্ৰাণ্ড্‌ৰ সাফল্যই ইবছেনৰ জীৱনৰ গতিপথ সম্পূৰ্ণ ৰূপে সলনি কৰি দিয়ে।

এই মহান নাট্যকাৰ জনৰ জীৱনৰ শেষকাল চমু চাপি অহাৰ লগে লগে তেওঁ এই কথা ভালদৰে উপলব্ধি কৰিব পাৰিছিল যে নাট্য জগতত ক্ৰমান্বয়ে এক নতুন যুগৰ সূচনা হ'ব ধৰিছিল। এই নব্য নাট্য ধাৰাৰ লগত ষ্ট্ৰিনদ্‌বাৰ্গ প্ৰভৃতি নাট্যকাৰ সকলহে তেওঁতকৈ অধিক পৰিচিত আছিল। ১৯০০ চনৰ বসন্তৰ কোনো এক ৰাতিপুৱা তেওঁ তেওঁৰ নাটক সমূহৰ ফৰাচী অনুবাদক কাউন্ট প্ৰ'জৰ লৈ লিখিছিল যে কালে তেওঁক অব্যাহতি দিলে তেওঁ অস্ত্ৰ তথা আহিলাৰে সু-সজ্জিত হৈ পুনৰ মঞ্চত অৱতীৰ্ণ হ'ব। হয়তো নিয়তিয়ে তেতিয়া মিচিকিয়াইছিল। এই ধৰাত ইবছেনৰ আৰু চাউল নাছিল। ১৯০০ চনতে উপৰ্য্যুপৰি কেইবাবাৰো এলানি হৃদৰোগত আক্ৰান্ত হোৱাৰ ফলস্বৰূপে জীৱনৰ বাকী থকা কালছোৱাৰ কাৰণে ক'ৰবলৈ গ'লে তেওঁ এক অসহায় জীৱত পৰিণত হ'ল। পৃথিৱীৰ আধুনিক নাট্যকাৰ সকলৰ ভিতৰত আটাইতকৈ সম্মানপ্ৰাপ্ত আৰু আটাইতকৈ স্বকীয়তা সম্পন্ন অথচ জনগণে আটাইতকৈ কম বুজিবলৈ সক্ষম হোৱা এই নাট্যকাৰ জনৰ ১৯০৬ চনৰ মেই মাহৰ ২৩ তাৰিখে নশ্বৰ দেহৰ অৱসান ঘটে। কিন্তু কালজয়ী সৃষ্টিৰ কাৰণে বিশ্বৰ নাট্যকলাৰ জগতত ইবছেন আজিও অমৰ হৈ আছে।

## ইবছেনৰ নাট্যকৃতি

**অৱতাৰণিকা :**

নৰৱেৰ কবি আৰু নাট্যকাৰ হেনৰিক ইবছেন আধুনিক মঞ্চ-

জগতৰ এক অন্যতম প্ৰধান প্ৰবক্তা। আধুনিক থিয়েটাৰৰ ওপৰত ইবছেনৰ প্ৰভাৱ আছিল অপৰিসীম। আধুনিক মঞ্চকলাৰ শিৰোমণি সকলৰ অন্যতম পুৰোধা ইবছেনক বহুতো সমালোচকে নাট্যকাৰ হিচাপে চৰ্ক্লিছ আৰু শ্বেকস্‌-পীয়েৰৰ লগত একে শাৰীত স্থান দিব খোজে। বিশ্ব নাট্যসাহিত্যৰ এক বিখ্যাত ব্যক্তিত্ব ইবছেন আছিল আধুনিক বাস্তৱধৰ্মী নাটকৰ জনক। জীৱিত কালত তেওঁৰ সম-সাময়িক লোক সকলৰ পৰা প্ৰশংসা আৰু নিন্দা সমানে লাভ কৰিবলৈ সমৰ্থ হোৱা আৰু সময়তকৈ বহু আগবঢ়া মেধা গুণসম্পন্ন ইবছেনৰ আদৰ আজিও পৃথিৱীৰ সকলোতে।

ইবছেনে প্ৰায়েই তেওঁৰ নাটকত কোনো উদ্দেশ্যধৰ্মিতা থকাৰ কথা অস্বীকাৰ কৰিছিল। তৎসত্বেও তেওঁৰ এ ডলছ্‌ হাউছ, ঘোষ্ট্‌ছ্‌ আৰু এন্‌ এনিমি অব্‌ দি পিপল্‌ নাটক তিনিখনে উনৈশ শতিকাৰ শেষ ভাগলৈ সামাজিক দৃষ্টিভংগীৰ পৰিবৰ্তন সাধনত যথেষ্ট পৰিমাণে গুৰুত্ব পূৰ্ণ অৰিহণা যোগাইছিল। বিশ্ব নাট্য-সাহিত্যৰ বুৰঞ্জীত সম্ভৱত: এই নাটক কেইখনেই পোনপ্ৰথম বাৰৰ বাবে, সামাজিক আচৰণৰ সাল-সলনিৰ ক্ষেত্ৰত মঞ্চৰ ক্ষমতা সম্পৰ্কে জনসাধাৰণক অৱগত কৰাইছিল।

ইবছেন আছিল নাট্যজগতৰ এজন আত্মোৎসৰ্গী কিন্তু সুশৃংখল কৰ্মী। বহুদিন জুৰি তেওঁ প্ৰায় প্ৰতি দুবছৰৰ অন্তৰে অন্তৰে ঠিক খ্ৰীষ্টমাৰ্ছ উৎসৱৰ আগে আগে একোখন নাটক প্ৰকাশ কৰি উলিয়াইছিল। তেওঁৰ শ্ৰম অথলে যোৱা নাছিল। জীৱনৰ শেষ ভাগলৈ তেওঁ প্ৰায় ডেড়কুৰি নাটক প্ৰকাশ কৰি যুগৰ শ্ৰেষ্ঠ নাট্যকাৰ ৰূপে পৰিগণিত হৈছিল। তেওঁৰ নাট্যসৃষ্টি সমূহ কালজয়ী হোৱাৰ মূলতে হ'ল ইবোৰৰ কাৰিকৰী কুশলতা, নাট্যকাৰৰ তীক্ষ্ণ মনোধৰ্মী অন্তৰ্দৃষ্টি, তেওঁৰ প্ৰতীকধৰ্মিতা আৰু নাটকীয় গদ্যৰ আঁৰত অন্তৰ্নিহিত হৈ থকা কবিতা।

## সংগ্ৰামবহুল প্ৰথম কালছোৱা

ইবছেনৰ প্ৰথম নাটক 'কেটিলিনা' (১৮৫০) ই দৰ্শকৰ পৰা বিশেষ সমাদৰ লাভ কৰিবলৈ সমৰ্থ হোৱা নাছিল। কিন্তু নাটকখনৰ দ্বিতীয় সংস্কৰণ (১৮৭৫) ৰ ভূমিকাত তেওঁ নিজেই উল্লেখ কৰা মতে এই নাটকখনৰ বিষয়বস্তু তেওঁৰ পিছৰ নাটক সমূহত সঘনাই ব্যৱহাৰ কৰিছিল। সেই বিষয়বস্তু হ'ল "সামৰ্থ আৰু আকাংক্ষা, হাবিয়াস আৰু সম্ভাৱনীয়তাৰ মাজৰ বিৰোধ— ইয়েই হ'ল মানৱ জাতি আৰু ব্যক্তিৰ গাইগুটীয়া জীৱনত একে সময়তে সংঘটিত হোৱা

ট্ৰেজেদি আৰু কমেডী" । অৱশ্যে ইবছেনৰ প্ৰথম অভিনীত নাটকখন হ'ল 'দি ওৱাৰিয়ৰ্ছ বেৰো' ( ২০ চেপ্তেম্বৰ, ১৮৫৫ )। জাতীয় মনোভাৱাপন্ন এই নাটকখন হ'ল এখন বুৰঞ্জীমূলক নাটক। যি যি হওঁক, বাইশ বছৰ বয়সত ৰচনা কৰা এই নাটকখন পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ বেছি দিন নালাগিল।

বাৰ্জেন চহৰত থকা কালছোৱাত তেওঁ আন কেইবাখনো নাটক ৰচনা কৰে। তাৰ ভিতৰত তলত উল্লেখ কৰা কেইখনেই প্ৰধান। এই নাটকু সমূহ হ'ল 'মিড্ ছামাৰ ইভ' ( ১৮৫৩ ), 'দি ওৱাৰিয়ৰ্ছ বেৰো' ( ১৮৫৪ ), 'লেডী ইংগাৰ অব ওষ্ট্ৰাট্' ( ১৮৫৫ ), 'দি ফিষ্ট এট্ ছুলহগ' ( ১৮৫৬ ) আৰু ওলাফ্ লিল্যে-ক্ৰানছ্' ( ১৮৫৭ )। ইয়াৰ কোনো এখন নাটকেই সাফল্যৰ মুখ নেদেখিলে। আনহাতে কেৱল 'লেডী ইংগাৰ অব ওষ্ট্ৰাট্' খনহে প্ৰকাশিত হৈ ওলায়। খ্ৰীষ্টি-য়ানাত কলা-নিৰ্দেশক হৈ থকা কালত তেওঁ 'দি ভাইকিংছ্ এট হেলগেলেণ্ড' ( ১৮৫৮ ) প্ৰযোজনা কৰি উলিয়ায়।

১৮৬২ চনত তেওঁ লাভছ কমেডী লিখি উলিয়ায়। প্ৰেম আৰু বিবাহৰ বিষয়ে লিখা এইখন এখন কাব্যিক নাটক। কিন্তু সমসাময়িক সমালোচক সকলে নাটকখনক নৈতিকতা বিৰোধী আৰু অকাব্যিক বুলি ক'বলৈ নেৰিলে। আনকি নাটকখন সেই সময়ত প্ৰকাশিত হোৱা কাৰণে ইবছেনে পিছলৈ নিজেই অনুশোচনা কৰিছিল। ইয়াৰ পিছৰ বছৰত অৰ্থাৎ ১৮৬৩ চনত তেওঁ 'দি প্ৰিটেণ্ডাৰছ্' লিখি উলিয়ায়। তেতিয়ালৈ ৰচনা কৰা নাটক সমূহৰ ভিতৰত এইখনকে কিছু সমাদৰ লাভ কৰা নাটক বুলি ক'ব পাৰি। ১৮৬৪ চনত খ্ৰীষ্টি-য়ানা চহৰত নাটকখন প্ৰদৰ্শিত হোৱাত ই দৰ্শকৰ সমাদৰ লাভ কৰে। এই বুৰঞ্জীমূলক নাটকখন ইবছেনে গদ্যত ৰচনা কৰিছিল। সন্দেহবাদী মনৰ আৰ্ল স্কুল নামৰ এক চৰিত্ৰৰ মানসিক জগতখনৰ সূক্ষ্ম বিশ্লেষণে ইবছেনৰ প্ৰথম কাল-ছোৱাৰ নাটকৰাজিৰ ভিতৰত এইখন নাটকক এক স্বকীয়তা প্ৰদান কৰিছে।

## সাফল্যৰ আৰম্ভণি

### ব্ৰাণ্ড ( ১৮৬৫ ) :

নৰৱে এৰি গুচি যোৱাৰ পিছত ইবছেনৰ বয়স ছুকুৰিৰ দেওনা ছুবলৈ ধৰা কালছোৱাতে ইবছেনে তেওঁলৈ জীৱনজোৱা সুখ্যাতি কঢ়িয়াই অনা নাটক-ৰাজি লিখিবলৈ আৰম্ভ কৰে। পোনতে নাট্য-কাব্য হিচাপে পৰিকল্পনা কৰি পিছলৈ কাব্য-নাট হিচাপে তেওঁ ব্ৰাণ্ড ( ১৮৬৫ ) লিখি উলিয়ায়। ৰোমাণ্টিক-

ধৰ্মী হ'লেও বহু দ্ব্যৰ্থক প্ৰতীকৰ সমাহাৰে নাটকথন জটিল কৰি তুলিছে। নাটক-থনত উপস্থাপিত ধাৰণা অতি উচ্চ স্তৰৰ। তদুপৰি অতি দীঘলীয়া হোৱা কাৰণে মঞ্চ উপস্থাপনৰ অনুপযোগী। এই কাৰণেই সুদীৰ্ঘ উনৈশ বছৰ ধৰি কোনো মঞ্চতে ইয়াৰ অভিনয় অনুষ্ঠিত হোৱা নাছিল।

গীৰ্জা বিষয়া *Brand* গভীৰ আত্মবিশ্বাসেৰে ভৰা এক শক্তিশালী মনৰ অধিকাৰী। জীৱিকাৰ প্ৰয়োজন আৰু মানৱীয় অনুভূতিৰ দোমোজাৰে জৰ্জৰিত এই চৰিত্ৰ চিত্ৰণত ইবছেনে কাৰ্ কেগাৰ্দ[২] ৰ ধাৰণাৰ কোনো ধৰণৰ প্ৰভাৱ স্বীকাৰ নকৰিলেও, ব্ৰাণ্ড ৰ " *All or Nothing*" উক্তিৰ লগত কাৰ্ কেগাৰ্দ'ৰ "*Either/or*" ধাৰণাৰ প্ৰভাৱ পৰিলক্ষিত হয়। সি যি হওক, নাটকথনে নৰ-ৱেত যথেষ্ট তোলপাৰ লগাবলৈ সমৰ্থ হৈছিল। লগে লগে ইবছেন এক বিখ্যাত ব্যক্তিত পৰিণত হৈ এক বাৰ্ষিক বৃত্তি লাভ কৰাৰ উপৰিও "জাতীয় কবি" হিচাপে সম্মান লাভ কৰিবলৈ সক্ষম হ'ল।

**পাৰগাণ্ট ( ১৮৬৭ ) :**

"ব্ৰাণ্ডৰ পিছতে ১৮৬৭ চনত প্ৰকাশিত হয় পাৰগাণ্ট। ক'বলৈ গ'লে দুয়োখনকে ইবছেনে ভবাৰ দৰে নৰৱেবাসী সকলৰ চৰিত্ৰৰ আত্মপ্ৰসাদ আৰু তেওঁলোকৰ জীৱনত বিৰাজ কৰা সংকীৰ্ণতাৰ বিৰুদ্ধে বিতৰ্কমূলক লেখনী বুলি

---

২ কাৰ্ কেগাৰ্দ—ছোৰেল এবাই কাৰ্ কেগাৰ্দ এজন দাৰ্শনিক আৰু ধৰ্মীয় চিন্তানায়ক। ১৮১৩ চনৰ মেই মাহৰ ৫ তাৰিখে ডেনমাৰ্কত জন্মগ্ৰহণ কৰা এই দাৰ্শনিক পুৰুষগৰাকী ১৮৫৫ চনৰ নভেম্বৰ মাহৰ ১১ তাৰিখে মৃত্যুবৰণ কৰে। কাৰ্ কেগাৰ্দ'ৰ মতে চিৰদিন মানৱ অস্তিত্বৰ তিনিটা দশা অথবা স্তৰ চলি থাকে—সৌন্দৰ্য্য পিপাসু, নৈতিকতাকামী আৰু ধৰ্মভীৰু। দাৰ্শনিক জনৰ মতে মানুহে এটা দশাৰ পৰা আনটোলৈ স্বাভাৱিকতে গতি নকৰে। বৰং তিনিওটাৰ মাজত অনবৰতে একধৰণৰ সংঘাত চলি থাকে। ইয়েই তেওঁৰ '*Eighter/or*' ধাৰণাৰ মূল ভেটি। 'হয়' মানুহে আনন্দৰ সন্ধান, নিজৰ খেয়াল চৰিতাৰ্থ কৰাকে ধৰি ব্যক্তিগতভাৱে নান্দনিক দিশত আত্ম-নিয়োগ কৰিব পাৰে 'নহয়' এক সাধাৰণ নৈবক্তিক নৈতিক আদৰ্শ'ৰ পিছত ধাৱমান হ'ব পাৰে। পিছৰ বিধত ব্যক্তিগত স্পৃহাৰ স্থান গৌণ। ১৮৪৩ চনত প্ৰকাশিত তেওঁৰ '*Eighter/or*' গ্ৰন্থত এই ধাৰণাৰ প্ৰতিফলন ঘটিছে।

ক'ব পাৰি। নিজৰ নীতি "*All or Nothing*"ৰ ক্ষেত্ৰত কোনো ধৰণৰ আপোচ নকৰা আৰু কোনো শক্তিৰ ওচৰতে নতজানু হ'ব নোখোজা ব্ৰাণ্ড ৰ শক্তিশালী চৰিত্ৰৰ বিপৰীতে পাৰগাণ্ট নাটকৰ মুখ্য চৰিত্ৰৰ জীৱনীৰ জৰিয়তে আপোচ-মুখী, নীতিৰহিত আৰু সোঁতত গা এৰি দিয়া ধৰণৰ এক চৰিত্ৰৰ কাৰ্য্যকলাপ অংকণ কৰা হৈছে। ব্ৰাণ্ড ৰ "*All or Nothing*" আদৰ্শৰ বিপৰীতে পাৰগাণ্ট ৰ নীতি হ'ল "*To thine own self be enough*"। প্ৰথম নাটকখনত চিত্ৰিত আদৰ্শ প্ৰশংসনীয় কিন্তু বাস্তৱ জীৱনত মানি চলা টান। আনহাতে দ্বিতীয়খনত উপস্থাপিত আদৰ্শ নীতিগত দিশৰ পৰা সমৰ্থনযোগ্য নহলেও বাস্তৱ দৃষ্টিভংগীৰ পৰা সি তেনেই অসম্ভৱ নহয়। সমালোচক সকলে দুয়োখন নাটককে ইবছেনৰ নিজৰ জীৱনৰে দুই পিঠি বুলি ক'ব খোজে।

সি যি হওক; পাৰগাণ্ট হ'ল এক গভীৰ আশাব্যঞ্জক নাটক। এইখনেই ইবছেনৰ নাটকৰ ভিতৰত অধিক আনন্দমুখৰ, অপৰিপাটি আৰু অধিক কল্পনাৰ বহন সনা নাটক। ই কিছুমান ৰোমাণ্টিক খণ্ড কাহিনীৰ এক শৃংখল স্বৰূপ। মুখ্য চৰিত্ৰৰ কাৰ্য্যকলাপে ইবোৰক এডাল সূতাৰে গাঠিছে। এক ট্ৰেজেদীক কমেডীৰ ৰূপত অতি সাৰ্থক ৰূপদান, এই নাটকখন ইবছেনৰ প্ৰতিভাৰ প্ৰথম উৎকৃষ্ট নিদৰ্শন বুলি ক'ব পাৰি। ইবছেনে নিজেই লিখিছিল যে, "পাৰগাণ্ট হ'ল ব্ৰাণ্ড ৰ *anti thesis.*" দৰাচলতে দুয়োখন নাটকে নাট্যকাৰৰ ব্যক্তিত্বৰ দুটা দিশ উন্মোচিত কৰে। দুয়োখনকে একেলগে লৈ বিচাৰ কৰি চালে দেখা যায় যে নাটক দুখনে ইবছেনৰ মানসিক জগতখনৰ দোমোজাৰ স্বৰূপ সঠিক ভাবে প্ৰতিফলিত কৰিছে। এহাতে ব্ৰাণ্ড যেনেকৈ তেওঁৰ আদৰ্শ'ৰ ভৰত জুৰুলা হৈছে, আনহাতে পাৰগাণ্ট তেওঁৰ আত্মম্ভৰিতাৰ জগতখনত প্ৰায় নিঃশেষ হৈ যোৱাৰ উপক্ৰম ঘটিছে।

## এম্পেৰৰ এণ্ড্ গেলিলিয়ান (১৮৭৩):

প্ৰথম নাটক দুখনতে ইবছেনৰ এই নাটক খনৰ আন্তঃচালিকা শক্তিৰ অংকুৰণ ঘটিছিল। এহাতে খ্ৰীষ্টান ধৰ্মৰ কঠোৰ অনুশাসনেৰে চালিত নিৰাসক্ত জীৱন আৰু আনহাতে অনা-খ্ৰীষ্টান সকলৰ মুক্ত আৰু আনন্দ মুখৰ জীৱনধাৰা —এই দুয়োটা দিশকে বৰ্তমান নাটক খনত দেখুওৱা হৈছে। একোখন ৰাজ্য হিচাপে কল্পিত এই দুই ধৰণৰ নীতি-আদৰ্শ'ৰ দ্বন্দাত্মক সংঘাত সৃষ্টি হৈছে আচলতে সম্ৰাট জুলিয়ানে প্ৰভূত্ব খটুৱাব খোজা জগতখনত। এই দুখনত বাদে তৃতীয় এখন ৰাজ্যতহে এই সংঘাতৰ চূড়ান্ত সমাধান দেখুওৱা হৈছে।

এইখনেই আদৰ্শ স্বেচ্ছাচাৰিতাৰ ৰাজ্য, য'ত ব্যক্তিয়ে এক স্বাধীন কিন্তু আত্ম-নিয়ন্ত্ৰিত জীৱন যাপন কৰাৰ সুযোগ লাভ কৰিব। কিন্তু জুলিয়ানে এই আদৰ্শক বাস্তৱত ৰূপায়িত কৰিব নোৱাৰিলে। কেৱল এই প্ৰচেষ্টাত লাগি থাকোতে তাৰ আগতে তেওঁ বিধ্বংস হ'ল।

## সামাজিক নাটক সমূহ

### দি লিগ্ অৱ ইউথ (১৮৬৯):

এই নাটক খনৰ পৰাই ইবছেনে সামাজিক সমস্যাৰাজিক লৈ নাটক লিখা আৰম্ভ কৰে। এইবোৰক তেওঁ "আলোক-চিত্ৰ" (*Photography*) বুলি কৈছিল। প্ৰত্যক্ষভাবে সমসাময়িক বাস্তৱ জীৱনক কেন্দ্ৰ কৰি লিখা এই বাস্তৱ-ধৰ্মী নাটকখনত ইবছেনৰ কলম বেছি চোকা হৈ উঠিল। হাস্যৰসৰ যোগেদি নাটকখনত তীক্ষ্ণ সমালোচনাৰ বাণ নিক্ষেপ কৰা হৈছে। সমসাময়িক ৰাজ-নৈতিক নেতাৰ দুৰাভিসন্ধি আৰু দুৰাকাংক্ষাৰ তীব্ৰ সমালোচনা কৰা হৈছে। স্থানীয় ৰায়তৰ হকে মাত মাতি জনপ্ৰিয়তা অৰ্জন কৰি নিজৰ বাসনা চৰি-তাৰ্থ কৰাই হ'ল এই চাম দলনেতাৰ উদ্দেশ্য। সমকালীন উদাৰনৈতিক দলৰ কটু সমালোচনাও নাটকখনত আছে। সি যিহওক; নৰৱেৰ স্থানীয় বাতা-বৰণে বিশেষ প্ৰাধান্য লাভ কৰাৰ কাৰণে বিদেশত এই নাটকখনে বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিব নোৱাৰিলে।

### পিলাৰ্ছ অৱ ছোচাইটি (১৮৭৭):

প্ৰকৃততে এইখন নাটকৰ পৰাই ইবছেনৰ পূৰ্ণাংগ নাট্যজীৱন আৰম্ভ হোৱা বুলি ক'ব পাৰি। তেতিয়া তেওঁৰ বয়স ৪৯ বছৰ। নাটকখন প্ৰকাশ হোৱাৰ লগে লগে বিভিন্ন মঞ্চত একেলগে মঞ্চস্থ হ'বলৈ ধৰিলে আৰু ইবছেনৰ খ্যাতি চাৰিওদিশে বিয়পি গ'ল। মানৱ চৰিত্ৰৰ প্ৰকৃত নগ্নদিশ উন্মোচন কৰি দেখুওৱা এই নাটকৰ যোগেদি ইবছেনে বাস্তৱধৰ্মী গদ্য নাটকৰ ক্ষেত্ৰত এক নতুন পৰম্পৰাৰ পাতনি তৰিলে। কাৰষ্টেন বাৰ্ণিক নামৰ মুখ্য চৰিত্ৰৰ পুৰণি অনৈতিক কাৰ্য্যৰ বহুবছৰৰ পিছত উদ্‌ঘাটন হোৱা কাৰ্য্যই কেনেকৈ বাৰ্ণিকক নিজৰ ভুল স্বীকাৰ কৰিবলৈ বাধ্য কৰালে আৰু তাৰ ফলত প্ৰতিপত্তিশালী, বিত্তবান সৰ্বজন সমাদৃত বাৰ্ণিক যে প্ৰকৃততে তেনে সম্মানৰ যোগ্য নহয়, তাকে দেখুৱাই নাটক খনত ক'ব খোজা হৈছে যে সমাজৰ এই শ্ৰেণীলোকৰ একাগ্ৰতা, নিষ্ঠা, সততা, ধৰ্ম, জনগণৰ উপকাৰ আদিৰ আঁৰত আচলতে শঠতা আৰু

ভণ্ডামিহে থাকে। বাৰ্ণিকৰ লেখীয়া ভণ্ড নেতাৰ পৰিবৰ্ত্ত নাটকখনৰ এক অন্যতম চৰিত্ৰ লোনাই কোৱাৰ দৰে "সত্য প্ৰতিষ্ঠা আৰু কুসংস্কাৰৰ পৰা মুক্তি"কহে সমাজৰ লাইখুটা বুলি প্ৰতিপন্ন কৰা হৈছে।

আধ্যাত্মিক জগতৰ গভীৰতত্ত্ব, দাৰ্শনিক তৰ্ক-বিতৰ্ক তথা সমস্যাৰ সলনি ইবছেনে বাস্তৱ জগতৰ বাণিজ্যিক নীতি-ধৰ্ম আৰু সেই সম্পৰ্কীয় কিছুমান সমস্যাৰ বিষয়ে নাটকখনত "ৰাজহুৱা বিতৰ্ক"ৰ অৱতাৰণা কৰিছে। সমসাময়িক দুৰ্নীতিৰ উপৰিও স্ত্ৰী-আন্দোলনেও নাটকখনত ঠাই পাইছে। আনহাতে চৰিত্ৰাংকণতো ইবছেনে দক্ষতাৰ পৰিচয় নিদিয়াকৈ থকা নাই। প্ৰতীকবাদৰ ছাপ নাটকখনত সুস্পষ্ট। অতীতত সংঘটিত কৰা পাপকাৰ্য্য এটাই নাটকৰ মুখ্য চৰিত্ৰৰ সকলো সুখ-সমৃদ্ধি, মৰ্য্যদা প্ৰতিপত্তিৰ আঁৰত থাকি সেইবোৰে তেওঁৰ "সমাজৰ লাইখুটা" উপাধিক অনবৰতে ভ্ৰূকুটি কৰি থকাৰ ফলস্বৰূপে নাটকখনত এক গভীৰ বেদনাৰ সুৰৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায়। বাৰ্ণিকৰ স্বীকাৰোক্তি অবাস্তৱ বুলি ক'ব নোৱাৰি। তেনে উদাহৰণ সমাজত মাজেসময়ে পোৱা যায়।

### এ ডলছ্ হাউছ (১৮৭৯):

এই নাটকখনত এহাতে বাৰিষ্টাৰ হেলমাৰৰ নৈতিক কঠোৰতা আৰু গোড়ামি আৰু আনহাতে তেওঁৰ পত্নী নোৰাৰ ৰোমাণ্টিক ভাবধাৰাৰে উদ্বুদ্ধ স্বাধীনতাকামী মনৰ মাজত সংঘাত দেখুওৱা হৈছে। এই নাটকতো অতীত কু কৰ্মৰ বীজে বহু বছৰৰ মূৰত সজীৱ হৈ উঠি প্ৰধান নাৰী চৰিত্ৰ নোৰাৰ জীৱনত আউল লগাইছেহি। শেহৰ ফালে দেখুওৱা হৈছে যে নোৰা আৰু তেওঁৰ স্বামীৰ দাম্পত্য সম্পৰ্কৰ মাধুৰিমা, বুজা-বুজি আদি কেৱল বহিৰংগহে। সুদীৰ্ঘ আঠ বছৰ বিবাহিত জীৱন কটোৱাৰ পিছতো প্ৰকৃততে তেওঁলোক অচিনাকি হৈয়েই ৰ'ল। নোৰা তেওঁৰ স্বামীৰ কেৱল এক বিলাসৰ সামগ্ৰী পুতলাত বাহিৰে আন একো নহয় আৰু কাৰ্য্যতঃ তেওঁলোকৰ বিবাহ পুতলা-বিবাহত পৰিণত হৈছে। গতিকে আত্মশিক্ষা লাভৰ কাৰণে নোৰাই তেওঁৰ স্বামীৰ ঘৰ এৰি গুছি যোৱাৰ সিদ্ধান্ত ল'লে। স্বামী আৰু সতি-সন্ততিৰ প্ৰতি তেওঁৰ কৰ্তব্য থাকিলেও মানুহ হিচাপে নিজৰ প্ৰতিও তেওঁৰ কৰ্তব্য আছে। আত্মমৰ্য্যদা সম্পন্না নোৰাৰ সমুখত স্বাৰ্থপৰতা আৰু ভীৰুতাৰে হেলমাৰৰ চৰিত্ৰ নিষ্প্ৰভ হৈ পৰিল। ভৱিষ্যতে কেতিয়াবা উভটি আহিব নেকি বুলি সোধা প্ৰশ্নৰ উত্তৰ নোৰাই দিব নোৱাৰিলে।

সি যি হওক, নাটকখন মঞ্চস্থ হ'লত ইয়াৰ সমাপ্তি ভংগীক কেন্দ্ৰ কৰি তুমুল বিতৰ্কৰ ৰোল উঠিল। বিবাহিতা স্ত্ৰীয়ে যদি এইদৰে স্বামী আৰু সতি-সন্ততি এৰি ঘৰৰ পৰা ওলাই যায়, সমাজৰ কি গতি হ'ব? গতিকে জাৰ্মানীত ইবছেনে কিছুলোকৰ হেঁচাত পৰি নাটকখনৰ পৰিসমাপ্তিৰ কিছু পৰিশোধন ঘটাই ল'ৰা-ছোৱালী কেইটিৰ বেথাভৰা মুখলৈ চাই নোৰাই স্বামীগৃহতে থাকি যোৱা কৰি দিছিল। কিন্তু তেওঁৰ সম্পূৰ্ণ গ্ৰন্থাৱলী ছপা কৰি উলিওৱাৰ সময়ত ইবছেনে নাটকখনৰ প্ৰথম সমাপ্তিহে অনুমোদন কৰিছিল।

স্বাভাৱিকতে 'এ ডলছ্‌ হাউছ' নাটকখনে সেই সময়ৰ সমাজখনত তোলপাৰ লগাইছিল। বিবাহ অনুষ্ঠানৰ পবিত্ৰতাৰ ওপৰত নাটকখন এক নৈতিকতা বিৰোধী আক্ৰমণ বুলি ব্যাখ্যা আগবঢ়োৱা হৈছিল। তদুপৰি এগৰাকী বিবাহিতা স্ত্ৰীয়ে নিজৰ স্বামী আৰু সতি-সন্ততিৰ প্ৰতি কৰ্তব্যক অস্বীকাৰ কৰাটো এক অসামাজিক কাম বুলি কোৱা হৈছিল। কিন্তু স্বাধীনতা আৰু ব্যক্তিসত্বাৰ হকে অহৰহ সংগ্ৰামৰত ইবছেনে কেৱল স্ত্ৰী-স্বাধীনতাৰ মুখপত্ৰ হিচাপে এই নাটক লিখা নাছিল। সেযে হোৱা হ'লে আজিৰ কুৰি শতিকাৰ শেষদশকত নাটকখনৰ বিশেষ প্ৰাসংগিকতা নাথাকিলহেঁতেন। কিন্তু পুৰুষৰ দৰে নাৰীয়েও যে আত্মবিকাশ আৰু আত্মস্ফূৰণ বিচাৰে আৰু সমমৰ্য্যদাৰ স্থানত বহুওৱাৰ পৰিবৰ্তে পুৰুষে নাৰীক হাতৰ পুতলা স্বৰূপে ব্যৱহাৰ কৰাৰ উপৰিও তলে তলে যে স্ত্ৰী-পুৰুষ সম্পৰ্কত নানাধৰণৰ ভণ্ডামি আৰু প্ৰতাৰণা চলি থাকে, তাকে দেখুৱাবলৈহে ইবছেনে নাটকখন লিখিছিল। প্ৰকৃত প্ৰশ্ন হ'ল মানৱতাৰ প্ৰশ্ন আৰু ই কেতিয়াও কাল সাপেক্ষ হ'ব নোৱাৰে। কাৰণ স্ত্ৰী হিচাপে স্বামীৰ প্ৰতি আৰু মাতৃ হিচাপে সতি সন্ততিৰ প্ৰতি থকা কৰ্তব্যৰ উপৰিও নাৰী এগৰাকীৰ মানুহ হিচাপে নিজৰ জীৱনৰ প্ৰতিও মৌলিক দায়িত্ব আৰু কৰ্তব্য থাকে। কিন্তু পুৰুষ শাসিত সমাজ এখনৰ চেপা-খুন্দাত নাৰীয়ে কাহানিও এক ব্যক্তি হিচাপে বিকশিত হোৱাৰ সুযোগ নাপায়।

**ঘোষ্টছ (১৮৮১):**

'এ ডলছ্‌ হাউছ' নাটকখনে সমসাময়িক সমাজত সৃষ্টি কৰা তীব্ৰ প্ৰতিক্ৰিয়াৰ উত্তৰ স্বৰূপেই যেন লিখা হ'ল 'ঘোষ্টছ' নাটকখন। সমাজত প্ৰচলিত আদৰ্শৰ বিৰুদ্ধে ইবছেনৰ তীব্ৰ বিস্ফোৰণ এই নাটকতো প্ৰকাশ পাইছে। আগতেই কোৱা হৈছে যে প্ৰবল জনমতৰ হেঁচাত পৰি আগৰ নাটকখনৰ পৰিসমাপ্তি সলনি কৰি নোৰাক স্বামী গৃহত থাকি যোৱা দেখুৱাইছিল।

কিন্তু 'ঘোষ্টচ' নাটকত তেওঁ দেখুৱালে যে নিম্ন থাপৰ চৰিত্ৰৰ স্বামী এজনক এৰি নোযোৱাকৈ থাকিব পাৰি, কিন্তু তাৰ ফল কদাপি আশাপ্ৰদ নহয়। এইদৰে ইব্‌ছনে 'ঘোষ্টচ' নাটকৰ জৰিয়তে 'এ ডলছ্ হাউছ' নাটকৰ বিৰুদ্ধে সমালোচক সকলে উত্থাপন কৰা নৈতিক আপত্তি অগ্ৰাহ্য কৰিলে।

প্ৰচলিত সামাজিক আদৰ্শৰ প্ৰতি অন্ধ আনুগত্য প্ৰদৰ্শনৰ ফলস্বৰূপে একোজন ব্যক্তিৰ জীৱনলৈ কেনে ধৰণৰ অশান্তিময় পৰিণতি নামি আহিব পাৰে, তাৰেই ব্যঙ্গাত্মক উপস্থাপন হ'ল 'ঘোষ্টচ' নাটকখন। মূলতঃ অন্তঃসাৰ শূন্য সামাজিক বিবাহ প্ৰথা আৰু পিতৃপ্ৰধান পাৰিবাৰিক জীৱনকে নাটকখনত আক্ৰমণ কৰা হৈছে। তাৰোপৰি উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা যৌন ৰোগৰ কথা প্ৰত্যক্ষভাবে নাটকখনত ব্যক্ত কৰাটো তৎকালীন সাহিত্য-সামাজিক বাতাবৰণত এক অক্ষমণীয় অপৰাধ বুলি পৰিগণিত হৈছিল। বৰং আগৰ কেইবাৰতকৈ এইবাৰ প্ৰতিবাদৰ জোৱাৰ অধিক প্ৰবল আছিল। ইয়াৰ পৰাই ইবছেনৰ নাট্য জীৱনৰ নাওখন যেন ধুমুহা-বতাহৰ পিনে আগুৱাই গ'ল।

'ঘোষ্টচ'ৰ নায়িকা হেলেনে নোৰাৰ দৰে স্বামীৰ ঘৰ এৰি নগৈ চৰিত্ৰহীন স্বামীৰ লগতে থাকিল যদিও বাপেকৰ যৌন ৰোগৰ পৰা পুতেক অছোৱাল্ডেও ৰেহাই নাপালে। এয়ে হ'ল ভূত। ভূতে কাকো সহজতে নেৰে। মাক বাপেকৰ বেয়া কামৰ ভূতে সন্তি-সন্ততিকো খেদি ফুৰে। এই নাটক প্ৰকাশ হোৱাৰ পিছত বিৰূপ সমালোচনাৰ উপৰি নাট্যকাৰৰ ওপৰত গালি-গালাজো বৰ্ষিত হ'ল। অপ গমন আদি যৌন অপৰাধৰ কথা নাটকখনত সন্নিবিষ্ট হোৱাত বহুতেই নাক কোচালে। কিন্তু ইবছেনৰ মতে তেওঁ এই নাটকখন লিখিবলৈ বাধ্য হৈছিল। কাৰণ 'এ ডলছ্ হাউছ' প্ৰকাশ হোৱাৰ পিছত বহুতে কৈছিল যে সামাজিক নীতি-নিয়ম একেবাৰে মানি নচলিলে সমাজ তিষ্ঠি থাকিব কেনেকৈ? 'ঘোষ্টচ' নাটকৰ জৰিয়তে ইবছেনে উত্তৰ দিলে যে উৰলি যোৱা সামাজিক ৰীতি-নীতি, বান্ধোন আদি মানি চলিলেও দুৰ্ঘটনা হ'ব পাৰে। সম্ভ্ৰান্ততা, অভিজাত্য, স্ত্ৰীৰ কৰ্তব্য, ঘুণে ধৰা সামাজিক আচাৰ-ৰীতিৰ প্ৰতি আনুগত্য— এইবোৰ মানুহৰ ওপৰত ভূতৰ দৰে ক্ৰিয়া কৰে। এনে বিশ্লেষণৰ কাৰণে ইবছেন সমালোচনাৰ পাত্ৰ হৈছিল যদিও, নিজৰ তীক্ষ্ণযুক্তিৰে তেওঁও সমালোচক সকলক এসেকা দিবলৈ সমৰ্থ হৈছিল।

## দি ওৱাইল্ড ডাক্ (১৮৮৪):

সাধাৰণতে বহুতো সমালোচকে এই নাটক খনকে ইবছেনৰ শ্ৰেষ্ঠতম

কৃতি ৰূপে গণ্য কৰে। কেৱল যে কমেডী সম্পৰ্কে এক বহল ধাৰাৰ প্ৰকাশ ঘটিছে এনে নহয়, নাটকখনত জীৱনত ক্ষত-বিক্ষত হোৱা সকলৰ প্ৰতি এক নতুন সহৃদয়তাৰ মনোভাবো প্ৰকাশ পাইছে। তদুপৰি অসীম হতাশাৰ পিছতো জীৱনক সহনীয় কৰি তোলাৰ ক্ষেত্ৰত ভ্ৰম বা মায়াৰো এক বিশেষ ভূমিকা আছে বুলি নাটকখনত কোৱা হৈছে। এই ফালৰ পৰা চালে এই নাটকখনক ইবছেনৰ নাট্য জীৱনত এক গুৰুত্বপূৰ্ণ সন্ধিক্ষণ বুলি ক'ব পাৰি। কাৰণ ইয়াৰ পিছৰ পৰাই সামাজিক সমস্যা সমূহতকৈ সামগ্ৰিক ভাবে মানৱ অদৃষ্ট আৰু ব্যক্তি জীৱনৰ মনৰ নিভৃততম কোণৰ সমস্যাৰাজিৰ উপস্থাপন আৰু বিশ্লেষণতহে ইবছেনে অধিক গুৰুত্ব আৰোপ কৰিবলৈ আৰম্ভ কৰিছিল।

সেয়ে তুলনামূলকভাবে এই নাটকখন সম-সাময়িক ঘটনাৰ পৰা মুক্ত। সামাজিক চিত্ৰতকৈও গাইগুটীয়া চৰিত্ৰহে মুখ্য হৈ পৰিল। আগতে উল্লেখ কৰাৰ দৰে ইবছেনে উপলব্ধি কৰিলে যে মানুহৰ জীৱনৰ অধিকাংশ সুখ-শান্তিয়েই ভ্ৰম-ভ্ৰান্তি আৰু মায়াৰ ওপৰতহে নিৰ্ভৰ কৰে। ইয়াৰ অবিহনে সাংসাৰিক সুখ কেৱল এক অলীক কল্পনা হৈ ৰয়। ফলস্বৰূপে আগৰ সংগ্ৰামী কঠোৰতা আৰু ব্যংগৰ ঠাইত নতুন ছন্দ আৰু ব্যঞ্জনাৰ সূচনা হ'ল। অৱশ্যে ইবছেনৰ নিজস্ব নাট্যৰীতি "পূৰ্বৰ কুকৰ্মৰ বৰ্তমান পৰিণতি" এই নাটকতো বৰ্তমান। ভালৈ আৰু একডাল নামৰ দুই চৰিত্ৰৰ অতীত কৰ্মই নাটকখনত বৰ্তমানৰ পৰিণতিৰ উৎস। আনহাতে বয়স্ক লোকৰ কুকৰ্মৰ ফল ভোগ কৰিব লগীয়া হ'ল হেড্‌ভিগ নামৰ নিষ্পাপ কিশোৰী এজনীয়ে।

নাটকখনৰ অন্তৰ্নিহিত তাৎপৰ্য, অতি স্পষ্ট। প্ৰায় দুই দশক জুৰি সমস্যামূলক নাটক ৰচনা কৰাৰ পিছত এই নাটকখনতে ইবছেনৰ কবি মনটোৱে পুনৰ ভুমুকি মৰা দেখা যায়। কোমলমতীয়া হেড্‌ভিগকে ধৰি প্ৰায়বোৰ চৰিত্ৰাংকণতে ইবছেনৰ কবি মনৰ পৰশ পৰিছে। উমৈহতীয়া সামাজিক সমস্যাৰ পৰিবৰ্তে ব্যক্তি জীৱনৰ গভীৰতা আৰু বৈচিত্ৰ এই নাটকৰ মূল উপজীব্য। নাটকৰ প্ৰতিপাদিত মূল কথা হ'ল যে অধিকাংশ ব্যক্তিয়ে সপোন ভ্ৰমক সাৱটি লয় আৰু ইয়াৰ দ্বাৰাহে জীৱনৰ দুৰ্বলতা হ্ৰাস কৰি ল'ব পাৰে। এই ভ্ৰম-ঢাকনি আঁতৰি গ'লেই জীৱন অচল হয়— মাধুৰ্য্য নাইকিয়া হয়।

## নাট্য-জীৱনৰ শেষ দশা

**ৰোজমাৰছলম ( ১৮৮৬ ):**

এইখন ইবছেনৰ নাট্যজীৱনৰ শেষ কালছোৱাৰ প্ৰথমখন নাটক। চৰিত্ৰ

আৰু মেধাৰ সম্ভ্ৰান্ততাই যে দেশ একোখনৰ গণতন্ত্ৰ ৰক্ষাত প্ৰত্যক্ষ ভূমিকা গ্ৰহণ কৰিব পাৰে, তাকে নাটখনত দেখুৱাব খোজা হৈছে। এই সম্ভ্ৰান্ততা তথাকথিত বংশ গোষ্ঠীৰ হ'লেও কোনো কামত নাহে। 'ৰোজ্‌মাৰ্‌ছলম্‌' নামৰ এক সম্ভ্ৰান্ত অথচ অতি গোড়া পৰিয়ালৰ বৰ্তমান অধিকাৰী জোহানিছ আৰু হঠাৎ তেওঁৰ ঘৰত আবিৰ্ভাব হোৱা ৰেবেকা নামৰ এজনী গাভৰুৰ মাজৰ জটিল সম্পৰ্ক চিত্ৰণৰ দ্বাৰা পিছলৈ দুয়োটা চৰিত্ৰৰ উত্তৰণ দেখুওৱা হৈছে। জীৱিত কালত মিলনৰ পৰিবৰ্তে দুয়োটা চৰিত্ৰই মৃত্যুৰ মাজেৰে মিলিত হোৱাৰ সিদ্ধান্ত লৈ পানীত জাপ দি একেলগে আত্মহত্যা কৰে। জোহানিছৰ মতে, "ওপৰত ক'তো মানুহৰ বিচাৰক নাই। মানুহে নিজে নিজক বিচাৰ কৰিব লাগে।"

আত্মহত্যাৰ মাজেদি পৰিসমাপ্তি ঘটা নাটকখন সম্পৰ্কে দুই এক সমালোচকে বিৰূপ মন্তব্য প্ৰকাশ কৰিছে। বিশেষকৈ ওপৰোক্ত দুই চৰিত্ৰৰ যুগ্ম আত্মহত্যাক ভাবপ্ৰৱণ বাতুলতা বুলি কোৱা হৈছে। কিন্তু চৰিত্ৰযুটীৰ আত্মহত্যাৰ জৰিয়তে পৰাজয়ৰ মাজতো মানুহৰ মাজত দুৰ্জেয় মহত্বৰ সম্ভাৱনীয়তা দেখুওৱাই নাট্যকাৰৰ উদ্দেশ্য। ন-পুৰনি ধৰ্মীয় বিশ্বাসৰ মাজত সংঘাত, সমসাময়িক ৰাজনীতি আৰু ৰাজনীতিবিদ সকলৰ প্ৰতি নাট্যকাৰৰ ঘৃণাৰ মনোভাৱ প্ৰকাশ আদি স্বত্বেও ব্যক্তি চৰিত্ৰৰ অন্তৰ্স্থল পৰীক্ষা কৰি তাৰ ৰহস্য উদ্‌ঘাটন কৰাহে নাট্যকাৰৰ মাই উদ্দেশ্য। মানৱ মনৰ সূক্ষাতিসূক্ষ্ম দিশ সমূহ অবলোকিত কৰা কাৰণে এই নাটকখনে এক স্বকীয়া স্থান লাভ কৰিছে। তদুপৰি ইবছেনৰ নাৰী-চৰিত্ৰ সমূহৰ ভিতৰত ৰেবেকা ৱেষ্টৰ চৰিত্ৰটো এক অতি চমকপ্ৰদ, চিত্তাকৰ্ষক আৰু মেধাসম্পন্ন চৰিত্ৰ।

## দি লেডি ফ্ৰম দি চি (১৮৮৮):

এইখন নাটকতো মানৱ মনৰ গহণ কোণৰ পৰীক্ষা আৰু বিশ্লেষণ বৰ্তমান। নায়িকা এলিদাই কিছু বছৰৰ কাৰণে তেওঁৰ কৈশোৰতে বিয়াৰ কাৰণে প্ৰতিশ্ৰুতিবদ্ধ হোৱা আৰু দূৰৈলৈ গুচি যোৱা এক নাবিকৰ চিন্তাত মগ্ন হৈ থাকি অৱশেষত দুটি সন্তানৰ পিতৃ এগৰাকী ডাক্তৰক বিয়া কৰায়। কিন্তু ইয়াৰ পিছতে ধূমকেতুৰ দৰে নাবিকজনৰ আবিৰ্ভাৱ হয় আৰু এলিদাৰ অন্তৰত উথল-মাথল লাগে। তেওঁ নাবিকজনৰ কাষলৈ গুচি যাবলৈ বুলি প্ৰায় উন্মাদুল হৈ পৰে। কিন্তু ডাক্তৰ স্বামীয়ে মৰম চেনেহেৰে নিজৰ পদ্ধতিৰ চিকিৎসা আৰম্ভ কৰিলে আৰু চিকিৎসাৰ পৰিসমাপ্তিৰ পিছত এলিদাৰ মনৰ পৰা ভ্ৰান্তিৰ ভাব আঁতৰিল। মায়াসনা কল্পনাৰ ৰাজ্যৰ পৰা বাস্তৱ জগতলৈ উভতি

আহি এল্লিদাই নাবিকজনৰ ওচৰলৈ যোৱাৰ চিন্তা পৰিহাৰ কৰি জ্ঞানী, সাধু আৰু স্নেহশীল ডাক্তৰ স্বামীৰ লগতে থকাৰ সিদ্ধান্ত ল'লে ।

এইদৰে কল্পনাৰ প্ৰথম পুৰুষ নাবিকজনৰ ৰমনীয় ছবিৰে ভৰা নিজৰ অতীতক স্বীকাৰ কৰিও বাস্তৱক অস্বীকাৰ নকৰিলে আৰু আদৰ্শীয়া স্বামীৰ লগত থাকি বাস্তৱ জীৱনৰ প্ৰতি দায়িত্ব পালনৰ সংকল্প গ্ৰহণ কৰিলে । ফ্ৰয়ডৰ মনো-বিশ্লেষণৰ সূত্ৰ আৱিস্কাৰৰ প্ৰায় এক দশক পূৰ্বে ইবছেনে নিজৰ নাটকত তাক প্ৰয়োগ কৰি দেখুৱালে । এল্লিদাৰ চৰিত্ৰত নাট্যকাৰে স্নায়বিক ৰোগাক্ৰান্ত মানুহ এগৰাকীৰ চৰিত্ৰ অংকন কৰিলে । কিছু সংখ্যক সমালোচকে নায়িকাৰ সমস্যা সমাধানৰ ধৰণক বৌদ্ধিক সমাধান বুলি কৈছে । আবেগিক দিশৰ পৰা এই সমাধানক সন্তোষজনক বুলি ক'ব নোৱাৰি । কিন্তু এল্লিদাৰ সমাধানক বাস্তৱ সমাধান বুলি নিশ্চয় ক'ব পাৰি ।

## হেড্‌ডা গেব্‌লাৰ ( ১৮৯০ ):

'এই নাটকতো মনঃসমীক্ষাত্মক চৰিত্ৰ চিত্ৰণ বৰ্তমান । এজন সামৰিক [illegible]ষয়াৰ উতনুৱা স্বভাৱৰ গাভৰু জীয়ৰী হেড্‌ডা । নাটকখনত হেড্‌ডাৰ ঈৰ্ষান্বিত আৰু প্ৰতিহিংসা পৰায়ণৰ মনৰ নানা খেয়াল চৰিতাৰ্থ কৰাৰ বাসনাই কেনেকৈ নিজৰ লগতে অইন বহুতৰে জীৱনলৈ করুণ পৰিণতি নমাই আনিলে, তাকে বিশ্বাসযোগ্য ৰূপত উপস্থাপন কৰা হৈছে ; নাটকখনৰ মূল আকৰ্ষণ হ'ল হেড্‌ডাৰ চৰিত্ৰৰ পুংখানুপুংখ বিশ্লেষণ ।

ইবছেনৰ আগৰ নাটক সমূহৰ দৰে এইখনো যথেষ্ট সমালোচনাৰ সন্মুখীন হ'ব লগীয়া হৈছিল । কিছু সংখ্যক সমালোচকৰ মতে হেড্‌ডাৰ দৰে নাৰী বাস্তৱ জীৱনত পাবলৈ নাই । তেওঁক প্ৰকৃততে ৰাক্ষসী আখ্যা দিয়া উচিত । এনে সমালোচনাৰ খাঁত ধৰি হেড্‌ডাক শ্বেকস্‌পীয়েৰৰ অমৰ সৃষ্টি লেডী মেকবেথ চৰিত্ৰৰ লগত তুলনা কৰিব পাৰি । কাৰণ হেড্‌ডাৰো বিবেক নাইবা অনুতাপ আদি নাই বুলি কোৱা হৈছে । নাটকখনৰ সামগ্ৰিক বাতাবৰণলৈ লক্ষ্য কৰি কিছু সমালোচকে ইয়াক শৱ-গৃহ বুলি কৈছে । নাটকখনৰ তিমিৰাচ্ছন্ন পৰি-বেশক শ্বেকস্‌পীয়েৰৰ 'মিজাৰ ফৰ মিজাৰ' নাটকৰ পৰিবেশৰ লগত তুলনা কৰিব পাৰি । এজন সমালোচকৰ মতে আকৌ হেড ডাৰ চৰিত্ৰ মুঠেই অবাস্তৱ নহয় । মুঠতে হেড্‌ডাৰ উপৰি আন চৰিত্ৰ সমূহৰ কাৰ্য্য-কলাপলৈ লক্ষ্য কৰি নাটকখনক ব্যৰ্থতাৰ বিশ্লেষণ বুলি ক'ব লাগিব ।

## দি মাষ্টাৰ বিল্ডাৰ ( ১৮৯২ ):

এই নাটকখনত ইবছেনৰ আত্ম-জীৱনী প্ৰতিফলিত হোৱা বুলি বহুতে ক'ব খোজে। হলভ'াদ ছোলনেছ নামৰ এজন স্থপতিবিদৰ শিল্পী জীৱনৰ তিনিটা স্তৰ চিত্ৰিত হোৱা নাটকখনৰ আখ্যানৰ লগত ইবছেনৰ নিজৰ শিল্পী জীৱনৰ মিল থকা বুলি বহুতো সমালোচকৰ ধাৰণা। ছোলনেছৰ শিল্পী জীৱনৰ এই তিনিটা দশা হ'ল পোনতে গীৰ্জাঘৰ নিৰ্মাণ, তাৰ পিছত মানুহৰ স্থখৰ আবাস নিৰ্ম্মাণ আৰু শেষত মাটিতে ভেটি শকত কৰি ভাঙিব নোৱাৰাকৈ বাস-গৃহ নিৰ্ম্মাণ। ছোলনেছৰ জীৱনৰ এই তিনিটা স্তৰৰ লগত ইবছেনৰ নিজৰ সাহিত্যিক জীৱনৰ বিভিন্ন স্তৰৰ সাদৃশ্য সমালোচক সকলে আঙুলিয়াই দিছে। ছোলনেছৰ শিল্পী জীৱনৰ তিনি স্তৰ পোনতে ৰোমাণ্টিক আদৰ্শেৰে গীৰ্জাঘৰ নিৰ্ম্মাণ, মাজতে স্থখী সংসাৰী লোকৰ কাৰণে সৰু আবাস নিৰ্ম'াণ আৰু শেষত মাটিত সজা সৰু ঘৰৰ ওপৰত আকাশলংঘী চূড়া সংযোগৰ দ্বাৰা মিশ্ৰিত গৃহ নিৰ্ম'াণ। ইবছেনৰ সাহিত্যিক জীৱনতো পোনতে ৰোমাণ্টিক কৱিতা, ম'জ ভাগত বাস্তৱধৰ্মী সমস্যামূলক নাটক আৰু শেষ ভাগত সূক্ষ্ম ৰূপক মিশ্ৰিত নাটক ৰচিত হৈছিল। শিল্পী ছোলনেছৰ জীৱনৰ জয়-পৰাজয়, সফলতা-বিফলতা, হৰ্ষ-বিষাদ আদিৰ মাজেৰে তেওঁ যেন নিজৰ জীৱনৰে প্ৰতিচ্ছবি অংকন কৰি নিজৰ শিল্পী জীৱনৰ সাফল্যৰ ওপৰত শেষ মন্তব্য দিছে। নিজৰ দ্বাৰাই নিৰ্ম্মিত গৃহৰ সুউচ্চ শিখৰৰ পৰা পৰি শিল্পী ছোলনেছৰ দেহাৱসান ঘটে। অনুভূতি-শীল প্ৰতি গৰাকী শিল্পীয়ে নিজৰ বুদ্ধি, প্ৰজ্ঞা আদিৰ সহায়ত নতুনৰ সৃষ্টি কৰি জীৱন নামৰ সাধুৰ অঁাত-উলিওৱাৰ প্ৰয়াস কৰে। কিন্তু শিল্পীৰ এই প্ৰচেষ্টা সীমিত। সীমাৰ ওপৰলৈ গ'লেই মূৰ ঘূৰি যায় আৰু পতন ঘটে।

## লিটল্ এয়োল্ফ ( ১৮৯৪ ):

অলমাৰ্চ আৰু ৰীতা নামৰ এক দম্পতীৰ কামান্ধতাই নাটকীয় আখ্যানৰ অগ্ৰগতিত এক বিশেষ ভূমিকা গ্ৰহণ কৰিছে। আনকি দম্পতিৰ, বিশেষকৈ ৰীতাৰ অতি কামুক স্বভাৱৰ কাৰণে তেওঁলোকৰ একমাত্ৰ সন্তান এয়োল্ফ জন্মৰ পিছতে পংগু হ'বলগীয়া হয়। মূল আখ্যানৰ লগত অলমাৰ্ছৰ সতীয়া ভনী আষ্টা আৰু তেওঁৰ প্ৰেমিক ডেকা ইঞ্জিনিয়াৰ বৰ্ঘিমৰ উপ-আখ্যান সংযোগ কৰি দিয়া হৈছে। হেড্ডাৰ দৰে অনমনীয় চৰিত্ৰৰ ৰীতাই আনকি ককাই-

ভনীৰ সম্পৰ্কও সহ্য কৰিব নোৱাৰা হ'লত আষ্টাই তেওঁৰ বন্ধুৰ আহ্বানৰ প্ৰতি সঁহাৰি দি চিৰদিনৰ কাৰণে অলৰ্মাছ-ৰীতাৰ ওচৰৰ পৰা আঁতৰি গ'ল। ইমানেই নহয়, ৰীতাই আনকি অলৰ্মাছে এয়োল্ফক মৰম কৰাও সহ্য কৰিব নোৱাৰে। কিন্তু এক শোকাবহ দুৰ্ঘটনাত পংগু এয়োল্ফৰ মৃত্যুৰ পিছত ৰীতাৰ চকু মুকলি হ'ল। শেষত দুয়োজনে সাগৰৰ পাৰত ধিতিঙালি কৰি ঘূৰি ফুৰা অতি দুখীয়া শিশু কিছুমানক সহায় আৰু সংস্থান দানৰ দ্বাৰা এয়োল্ফৰ অভাৱ পূৰণ কৰাৰ প্ৰয়াস কৰিলে। ৰীতাৰ মাতৃ হৃদয় জাগ্ৰত হৈ উঠিল আৰু তেওঁ বুজি পালে যে মাতৃত্বৰ মূল্য ত্যাগতহে। পৰোপকাৰৰ দ্বাৰাহে সংকীৰ্ণতাৰ পৰা বাজহৈ উৰ্ধমুখী গতি কৰিব পাৰি। অলৰ্মাছে ক'লে, "সমূখত বহুতো কৰিবলগীয়া কাম পৰি আছে"।

এইদৰে এক প্ৰবল আশাবাদৰ মাজেৰে নাটকখনৰ পৰিসমাপ্তি ঘটোৱা হৈছে। কিন্তু এই নাটকখনক সাধাৰণতে ইবছেনৰ প্ৰকৃতি-নিন্দা হিচাপে গণ্য কৰা হয়। কাৰণ অলৰ্মাছ-ৰীতাৰ কামান্ধতা প্ৰকৃতি প্ৰদত্ত। কিন্তু এই কামান্ধতাৰ নৈৰাশ্যপূৰ্ণ পৰিণতিৰ মাজতো নাট্যকাৰৰ বৌদ্ধিক সততা লক্ষ্য কৰিব পাৰি। বৈবাহিক জীৱন সুখকৰ কৰি তুলিবলৈ হ'লে সমন্বয়ৰ নিতান্ত প্ৰয়োজন। সমন্বয় অবিহনে বৈবাহিক সুখ ছাৰ-খাৰ হোৱাটো অৱশ্যাম্ভাবী। স্বাভাৱিকতে প্ৰেম আৰু কামৰ মাজতো সমন্বয় সাধিত হ'ব লাগিব। সত্তৰৰ ওচৰ চপা ইবছেনে আগৰ নাটক সমূহৰ তুলনাত এই নাটকখনত বহুতো নতুন প্ৰশ্নৰ অৱতাৰণা কৰিছিল।

## জন গেব্ৰিয়েল বৰ্কমেন ( ১৮৯৬ ):

সাধাৰণ এজন খনি বনুৱাৰ ল'ৰা হৈও নিজৰ কৰ্মগুণে দোপতদোপে ওপৰলৈ উঠি গৈ বেংকৰ সঞ্চালকৰ পদ পাবলৈ সক্ষম হোৱা জন গেব্ৰিয়েলৰ জীৱনৰ বিশ্লেষণ হ'ল এই নাটক। এক চৰকাৰী যোজনাৰ বিফলতাৰ হেতু জেল খাটি জেলৰ পৰা ওলাই নিজৰ ঘৰৰ ওপৰ মহলাত অকলশৰীয়াকৈ থাকিবলৈ লোৱা গেব্ৰিয়েলৰ জীৱন বিফলতাৰ নামান্তৰ। আনহাতে প্ৰকৃত প্ৰণয়িনী এল্লাক প্ৰত্যাখান কৰি কেৱল ধনৰ কাৰণে বিয়া কৰোৱা বৰ্ত্তমান পত্নীৰ লগত তেওঁৰ যুগ্ম-জীৱন মুঠেই সুখৰ নহয়। মাক-পুতেক থাকে অকলশৰীয়াকৈ তলৰ মহলাত।

তেনেতে এদিন হঠাৎ এল্লাৰ আগমণে বৃদ্ধ গেব্ৰিয়েলৰ মনোজগতত

নানা ধৰণৰ চিন্তা-ভাবনাৰ উদ্ৰেক কৰিলে। এল্লাৰ মতে গেব্ৰিয়েলে দুই ধৰণৰ পাপ কৰিছে। এহাতে এল্লাৰ প্ৰেমনাশ আৰু আনহাতে বৰ্তমানৰ পত্নী গান্‌হাইল্ডৰ ওচৰত নিজকে বিক্ৰি। গতিকে গেব্ৰিয়েলৰ মংগল হয় কেনেকৈ? সুখ আহে ক'ৰ পৰা! মনৰ উত্তেজনাৰ মাজত বুকুই আগতে ভবাৰ দৰে গুপ্ত ধনৰাশিৰ সন্ধানত ঠেৰেঙা লগা শীতত ওলাই গৈ বাটতে মৰি থাকিল। এক অলীক ধাৰণাৰ পিছত ধাবমান হৈ জেললৈ যাবলগীয়া হোৱা গেব্ৰিয়েলৰ অন্তৰখন প্ৰকৃততে শাৰীৰিক মৃত্যুৰ বহু আগতে স্থবিৰ হৈ গৈছিল। অন্তৰৰ স্থবিৰতা শাৰীৰিক স্থবিৰতাত পৰিণত হ'বলৈ বেছি পৰ নালাগিল। মুঠতে কাৰোবাৰ প্ৰেমময় জীৱনক মষিমূৰ কৰাতকৈ আন একো পাপ ডাঙৰ হ'ব নোৱাৰে। গেব্ৰিয়েলে যেন এল্লাৰ প্ৰেম বিনাশ কৰাৰ উপযুক্ত শাস্তি লাভ কৰিছে।

## হোৱেন উই ডেড্‌-ৱেকেন (১৮৯৯):

ইবছেনৰ শেষ নাটকখনত তেওঁৰ জীৱন-জোৰা অভিজ্ঞতা আৰু নতুন প্ৰতীকেৰে শোধিত অৱস্থাত যেন তেওঁৰ প্ৰথম সফল নাটক ব্ৰাণ্ডৰ প্ৰতিধ্বনি শুনা গ'ল। ডাক্তৰ আৰ্নল্ড ৰুবেক নামৰ এক ভাস্কৰ্য্য শিল্পী আৰু শিল্পী গৰাকীয়ে এক পৱিত্ৰ নাৰী মূৰ্ত্তি অংকনৰ কাৰণে চানেকি স্বৰূপে লোৱা ইৰিণ নামৰ এগৰাকী যুৱতীৰ করুণ পৰিণতিয়ে নাটকখনক এক বিষাদগ্ৰস্ততাৰ ভাবেৰে আৱৰি তুলিছে। ৰুবেকৰ ওচৰৰ পৰা আঁতৰি যোৱাৰ পিছত পুনৰ লগালগি হওতে ইৰিণে তেওঁক কৈছে যে ৰুবেকৰ ব্যৰ্থতাৰ কেৰোণ তেওঁৰ শিল্পী জীৱনৰ মাজতে সোমাই আছে। কাৰণত ভাস্কৰ্য্য সাধনাত সাফল্য লাভ কৰা ৰুবেকে "ব্যৱসায়" আৰু "জীৱন-আনন্দ" ৰ সমন্বয় সাধন কৰাত সম্পূৰ্ণৰূপে ব্যৰ্থ হ'ল। ইৰিণ তেওঁৰ ওচৰৰ পৰা গুচি যোৱাৰ লগে লগে তেওঁৰ প্ৰেৰণাৰ উৎস শেষ হৈ গৈছিল। ৰুবেকৰ প্ৰেমত পৰিও ইৰিণে নিজৰ প্ৰেম জীৱনক নেওচা দি, ব্যক্তিগত সুখ-স্বাচ্ছন্দ্যকো আওকান কৰি ভাস্কৰৰ সফলতাৰ কাৰণে দেহ-মন ঢালি দিছিল। ইয়াৰ ফল কাৰো বাবেই সুখকৰ নহ'ল। পুনৰবাৰ লগালগি হওতে আপোন ভাবত বিভোৰ হৈ দুয়োজনে পাহাৰৰ শিখৰ আৰোহণ কৰোতে পৰ্বতৰ এক বৃহৎ অংশ খহি পৰাৰ ফলত দুয়োৰে সলিল সমাধি ঘটে।

নৈৰাশ্যৰে পুষ্ট নাটকখনত ইবছেনে ৰূপকৰ মাজেৰে যেন নিজৰ জীৱনৰ বিয়লি পৰত জয়-পৰাজয়ৰ হিচাপ কৰিহে চাইছিল। আদৰ্শৰ হকে যথাসৰ্বস্ব পণ কৰি সাধনামগ্ন হওতে ৰুবেকৰ দৰে ইবছেনেও ঐহিক জীৱনৰ কিছুমান

দিশ তেনেই উলাই কৰিছিল। কিন্তু পূৰ্ণ আত্ম উপলব্ধিৰ কাৰণে উচ্চ আদৰ্শৰ লগতে ৰহস্যময় মানৱ জীৱনৰ বাস্তৱ দিশত থকা আবেগ-অনুভূতি আদিৰো এক সু-সমন্বয়ৰ প্ৰয়োজন আছে। এই সু-সমন্বয় অবিহনে জীৱনে পূৰ্ণতা লাভ কৰিব নোৱাৰে। জীৱন নীতিয়ে এই অবজ্ঞা কেতিয়াও ক্ষমা নকৰে। কেৱল শিল্প-সাধনাত যৌৱনৰ সকলো শক্তি সামৰ্থ্য প্ৰয়োগ কৰি সুখ-ভোগ, আনন্দ আদি বিসৰ্জন দিয়াৰ পৰিণাম ভোগ কৰিবই লাগিব। ইবছেনৰ নিজৰ জীৱনতো কলা আৰু জীৱন একত্ৰিত নহ'ল। সমন্বয়ৰ প্ৰয়োজন উপলব্ধি কৰাৰ সময়ত বহুত পলম হৈ গৈছে। এয়ে যেন ইবছেনৰ নাট্য জীৱনৰ "সামৰণি ভাষণ"।

## বাস্তৱধৰ্মী নাটকলৈ ইবছেনৰ অৱদান

১৮৫০ চনত প্ৰকাশ পোৱা প্ৰথমখন নাটক 'কেটিলিনা'ৰ পৰা আৰম্ভ কৰি ১৮৯৯ চনৰ ডিচেম্বৰ মাহত প্ৰকাশিত শেষৰখন নাটক 'হোৱেন উই ডেড ৱেকেন' লৈ ইবছেনৰ নাটক বা ৰচনাৰ কাল প্ৰায় অৰ্ধশতাব্দী জুৰি ব্যাপ্ত। এই সুদীৰ্ঘ সৃষ্টিশীল জীৱনৰ প্ৰথম কালছোৱা মঞ্চ আৰু নাটক সম্পৰ্কীয় নানা ধৰণৰ ৰীতি আৰু কৌশল আদি সন্দৰ্ভত পৰীক্ষা-নিৰীক্ষাত ব্যয় হৈছিল আৰু দ্বিতীয় কালছোৱা বিশেষভাবে "ইবছেনীয়" নাটক ৰচনাৰ কামত ব্যয় কৰা হৈছিল। সন্দেহাতীত ভাবেই নাটক সমূহ বিতৰ্কমূলক আছিল। নাটক সমূহত ইবছেনে সত্য আৰু মিথ্যাৰ প্ৰকৃতি সম্পৰ্কে গৱেষণামূলক দৃষ্টিভংগীৰে চালি-জাৰি চোৱাৰ উপৰিও সমাজ আৰু ব্যক্তিৰ জীৱনত কোনটো আচল আৰু কোনটো নকল, তাকো বিচাৰ কৰি চোৱাৰ প্ৰয়াস কৰিছিল। ফলস্বৰূপে নাটক সমূহে এক প্ৰগতিশীল চৰিত্ৰ ধাৰণ কৰিবলৈ সক্ষম হৈছিল। আনহাতে ইয়ে বাস্তৱ-ধৰ্মী গদ্য-নাটকক সমৃদ্ধ কৰাত যথেষ্ট পৰিমাণে অৰিহণা যোগাইছিল।

ইবছেন এজন অতি সূক্ষ্মদৰ্শী শিল্পী আছিল। জীৱনৰ শেষভাগলৈ প্ৰাথ-মিক টোকা , দৃশ্যাৱলী, নিৰ্দেশনা আদি সম্পৰ্কে পুংখানুপুংখকৈ বিচাৰ-বিবেচনা কৰি বহুবাৰ খচৰা কৰি একোখন নাটকক চূড়ান্ত ৰূপ দিয়ালৈকে প্ৰতিখন নাটকৰ কাৰণে সাধাৰণতে দুবছৰকৈ ব্যয় কৰিছিল। এই খচৰা বোৰৰ বহু খচৰা এতিয়াও সংৰক্ষিত অৱস্থাত আছে। এইবোৰৰ পৰা নাটক এখনৰ জন্ম-বৃত্তান্ত সম্পৰ্কে আভাষ পোৱাৰ উপৰিও নাটক ৰচনা সম্পৰ্কে এক সম্যক জ্ঞান লাভ কৰিব পাৰি।

প্ৰথম অৱস্থাত ইবছেনৰ নাটক সন্দৰ্ভত সাধাৰণতে দুই ধৰণৰ মত

পোষণ কৰা হৈছিল। প্ৰথমটোৱে বাৰ্ণাড শ'ৰ অনুকৰণত ইবছেনৰ নাটক সমূহক 'শিক্ষামূলক পাঠ" হিচাপে অভিহিত কৰিছিল। সমাজখনক নৈতিক ভাবে জাগ্ৰত কৰি তুলিবলৈ এইবোৰ যেন নাট্যকাৰজনৰ বৌদ্ধিক কচৰৎ স্বৰূপ আছিল। ইয়াৰ বিপৰীতে দ্বিতীয়টো মত পোষণ কৰা সকলে ইবছেনৰ নাটকত থকা আদৰ্শ অথবা দৃষ্টিভংগী সমূহক অতি সাধাৰণ বুলি অভিহিত কৰি তেওঁৰ নাটকৰ কৌশলগত দিশবোৰৰ প্ৰতিহে ঘাইকৈ আঙুলিয়াই দিছিল। অৱশেষে তুয়োটা মত পোষণকাৰী সমালোচকসকলে সামগ্ৰিকভাবে ইবছেনৰ নাটকবাজিক ১৮৭০ ৰ দশকৰ শেষাৰ্ধৰ পৰা ১৮৮০ ৰ দশকৰ প্ৰথমাৰ্ধৰ মাজত আৰম্ভ হোৱা সামাজিক নাট্য আন্দোলনৰ অংশ হিচাপেই বিচাৰ কৰিছিল।

আনহাতে সময় বাগৰি যোৱাৰ লগে লগে ইবছেনৰ নাটকৰ অন্যান্য গুণৰাশিৰ কথাও পোহৰলৈ আহিবলৈ ধৰিছিল। উদাহৰণ স্বৰূপে ব্ৰাণ্ড আৰু পাৰগাণ্টৰ লেখীয়া প্ৰথম স্তৰত ৰচিত "মঞ্চ অনুপযোগী" নাটকবোৰৰ কাব্যিকতা গুণৰ কথা ক'ব পাৰি। আকৌ ১৮৯০ ৰ দশকত ৰচিত প্ৰতীকধৰ্মী নাটক সমূহৰ চৰ্চাও পলমকৈহে আৰম্ভ হৈছিল। সেয়েহে সামাজিক বাস্তৱধৰ্মী নাটক ৰচনাতকৈ কাব্যিক নাটক ৰচনা কৰাতহে ইবছেন সুদক্ষ আছিল বুলি কিছুলোকে ক'ব খোজে।

সি যি হওক, ইবছেনক সাধাৰণতে আধুনিক মঞ্চ জগতৰ জনক বুলি কোৱা হয়। তেওঁ গদ্য আৰু পদ্য উভয়তে নাটক ৰচনা কৰি এজন সৃষ্টিশীল শিল্পী আৰু নৈতিক সামাজিক সমালোচক হিচাপে নিজৰ স্থিতি দৃঢ় কৰি তুলিছিল। ইবছেনে পোনতে ফৰাচী "সুগঠিত নাটক" ( *Well-made play* ) ৰ বিৰুদ্ধাচৰন কৰি "সামাজিক সমস্যামূলক নাটক" ( *Social-problem play* ) অথবা আদৰ্শবাদৰ নাটক ( *Play of Ideas* ) লিখিছিল। "সুগঠিত নাটক" সমূহত সচৰাচৰ ব্যৱহৃত স্বগতোক্তি, কাষৰীয়া উক্তি আদিকে ধৰি আন প্ৰচলিত নাট্য কৌশল সমূহ ইবছেনে পৰিহাৰ কৰিলে। পিছলৈ বাৰ্ণাড শ'ই অধিক বহলভাবে প্ৰয়োগ কৰা সূক্ষ্ম মঞ্চ-নিৰ্দেশনাৰ প্ৰথম প্ৰচলন কৰিছিল ইবছেনে। জতুৱা খণ্ড বাক্যক নাটকীয় সংলাপৰ এক উপযুক্ত ভাষা হিচাপে ব্যৱহাৰ কৰা নাট্যকাৰ সকলৰ মাজতো ইবছেনেই আছিল বাটকটীয়া। নব্য সামাজিক সমস্যামূলক নাটকক কৌশলগত দিশত ইবছেনে একে খাপে বহু দূৰ আগুৱাই দিছিল।

ইবছেনৰ এই নাটক সমূহক সমালোচক সকলে "*The play of rise*

*circumstances*" অথবা "*The drama of retrospective analysis*" বুলি অভিহিত কৰিছে। এই নাটক সমূহৰ মূল লক্ষণ হ'ল যে নাটকীয় সংঘাতৰ মাজ ডোখৰতহে নাটকৰ আখ্যানভাগ আৰম্ভ হৈ দ্ৰুত নাটকীয়তাৰে গৈ অৱশেষত অন্তৰ্ভাগত উপনীত হয়। আনহাতে নাটকৰ আখ্যানৰ বিকাশৰ লগে লগে সমান্তৰাল ভাবে চৰিত্ৰ সমূহৰ সংলাপৰ পৰা দৰ্শকে এই সংঘাতৰ উৎস আদি সম্পৰ্কে অৱগত হয়। ইয়াৰ ফলত নাটকৰ কাৰিকৰী দিশবোৰ সম্পূৰ্ণভাবে নিজৰ আয়ত্বলৈ আনি পূৰ্বৰ "সুগঠিত নাটক" ত ব্যৱহাৰ কৰা নাট্য-কৌশলবোৰ ব্যৱহাৰ নকৰাকৈও নাট্যকাৰে নিজৰ প্ৰচেষ্টাত সফল হ'ব পাৰিছিল। ইয়াৰ কাৰণেই আকৌ নাটকখন এক স্থিৰ, সুসংবদ্ধ আৰু আটিল ৰূপ পাইছিল।

এইটো সঁচা যে ইবছেনৰ বাহিৰে আন বহুতো নাট্যকাৰে আধুনিক মঞ্চ জগতলৈ বিভিন্ন দিশত অৱদান আগবঢ়াইছে। কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে নাটকক এক প্ৰকৃত তাৎপৰ্য্যপূৰ্ণ ৰূপ দান কৰাৰ ক্ষেত্ৰত প্ৰচুৰ সম্ভাৱনা দেখিবলৈ পোৱা প্ৰথম গৰাকী ব্যক্তি আছিল ইবছেন। নব্য আদৰ্শ প্ৰকাশৰ এক অতি ফলপ্ৰসূ মাধ্যম হিচাপে নাটকক পোনতে ব্যৱহাৰ কৰা ব্যক্তি-গৰাকী আছিল ইবছেন। আকৌ পূৰ্বৰ নাট্যৰীতিৰ নানা কৃত্ৰিমতা দলিয়াই দি নতুন নাট্যৰীতি উদ্ভাৱনৰ ক্ষেত্ৰতো ইবছেনৰ অৱদান কোনোপধ্যে উলাই কৰিব নোৱাৰি। তাতোকৈ তাৎপৰ্য্যপূৰ্ণ কথা হ'ল যে ইমানতে ক্ষান্ত নাথাকি নিত্য-নতুন নাট্য আংগিক আৰু কৌশলৰ সন্ধানত তেওঁ অনবৰতে ব্যস্ত আছিল।

স্বাভাৱিক গদ্য সংলাপ প্ৰয়োগৰ দ্বাৰা সামাজিক সমস্যামূলক নাটক সমূহক এক পূৰ্ণাংগ ৰূপ প্ৰদান কৰাৰ পিছত তেওঁ এক নতুন ধৰণৰ মনোবিশ্লেষণাত্মক নাটক ৰচনাত মনোনিবেশ কৰে। সূক্ষ্মদৰ্শী প্ৰতিভা ইবছেনে তেওঁৰ নাটকীয় উপকৰণ হিচাপে এইবোৰত বাচি ল'লে মানৱ মনৰ অৱ-চেতন আৰু অধ-চেতন অৱস্থা। অৱশ্যে নিত্য-নতুন নাট্য-ৰীতিৰ সন্ধানকাৰী ইবছেনে নাট্য জগতত নতুনত্বৰ সূচনা কৰিবলৈ সক্ষম হ'লেও এই ক্ষেত্ৰত তেওঁক এজন সম্পূৰ্ণ বিপ্লৱী আখ্যা দিব নোৱাৰি। কাৰণ পুৰণি নাট্যৰীতিৰ পৰা এখোজ দুখোজকৈ ফালৰি কাটি আহিলেও তেওঁ সম্পূৰ্ণৰূপে সিবোৰৰ পৰা বিচ্ছিন্ন হ'ব পৰা নাছিল।

প্ৰকৃততে ইবছেনৰ প্ৰতিভা বিকশিত হৈছিল এজন কমেডী ৰচয়িতা হিচাপে। কিন্তু নিজৰ ৰুচি সম্মত কৰি সৃষ্টি কৰা এক ৰোমাণ্টিক বিষাদগধুৰ গদ্যাই ইবছেনক কিছু পৰিমাণে এক ট্ৰেজেদী ৰচয়িতাত পৰিণত কৰিছিল। কিন্তু

ইবছেনৰ নাটকৰাজিৰ পৰা এইটো স্পষ্ট যে এক নিৰাসক্ত দৃষ্টিভংগীৰে তেওঁ মানৱ জীৱনক চাইছিল আৰু ইয়েই জীৱন সম্পৰ্কে তেওঁৰ মনত থকা *absurdity* আদি দূৰীভূত কৰাত সহায় কৰিছিল। সি যি হওক, এচাম সমালোচকৰ মতে শ্ব'ই কোৱা ধৰণৰ সামাজিক নাট্যকাৰ ইবছেন কেতিয়াও নাছিল। তেওঁলোকৰ মতে সমাজ সম্পৰ্কে ইবছেনৰ ধাৰণা অতি সীমিত আছিল আৰু বয়স হোৱাৰ লগে লগে এই আগ্ৰহ অধিক সীমিত হৈ পৰিছিল। মানৱ মনৰ অন্তৰ্নিহিত দ্বন্দ্ব আৰু জ্বালা-যন্ত্ৰণা তথা মানুহৰ সৈতে চৌদিশৰ বাস্তৱ পৃথিৱীখনৰ সংঘাত— এয়েহে ইবছেনৰ অধিক আগ্ৰহৰ বিষয়বস্তু আছিল।

মোখনিতে ক'ব পাৰি যে ইবছেনে সম্ভৱতঃ নিজৰ অগোচৰে কমিক চৰিত্ৰক ট্ৰেজিক পৰিবেশত উপস্থাপন কৰাৰ এক নতুন কৌশল বিচাৰি পাইছিল। কাৰণ ইয়ে এসময়ত তেওঁৰ বিশেষত্বত পৰিণত হৈছিল। আনহাতে তেওঁৰ এই বিশেষত্বই তেওঁৰ নাটকৰ সন্দৰ্ভত সৃষ্টি হোৱা বুজাবুজিত যথেষ্ট অৰিহণা যোগাইছিল। যিমানেই তেওঁ সমসাময়িক সমস্যামূলক নাটক ৰচনা কৰা নাট্যকাৰ সকলৰ পৰা আঁতৰি আহি নিজে এক স্বকীয়া পথ বাছি লৈছিল, সিমানেই এই ভুল বুজাবুজিও বৃদ্ধি পাইছিল। কিছুমান অনমনীয় আদৰ্শৰ বিপৰীতে তেওঁৰ দৃষ্টিভংগী আছিল আপেক্ষিক। তেওঁৰ মতে আন যিকোনো ধাৰণাৰ দৰে সত্যও বিবৰ্তনমুখী। উৰলি যোৱা সত্য কিছুমানক আকোৱালি ধৰি মানুহ জীয়াই থাকিবলৈ বিচাৰিলেই মানুহৰ জীৱনত ট্ৰেজেদীৰ উদ্ভৱ হয়। এয়ে হ'ল পূৰ্বৰ অস্তিত্বৰ ভূত। মানৱ প্ৰকৃতিৰ গভীৰ অধ্যয়নৰ পিছতহে তেওঁ এই "আদৰ্শ" সমূহক আক্ৰমণ কৰিছিল। এই দৃষ্টিকোণৰ পৰা চালে সামগ্ৰিক ভাবে এক বিদ্ৰোহী নাট্যকাৰ আখ্যা দিব পাৰি।

## ইবছেনৰ নাটকৰ সাৰ্বজনীনতা

ইবছেনৰ নাটকৰাজিত আলোচিত সমস্যাসমূহক কেতিয়াবা অতি সীমিত দৃষ্টিকোণৰ পৰা বিচাৰ কৰি চোৱা হয়। উদাহৰণ স্বৰূপে 'এ ডলছ্ হাউছ' নাটকত ইবছেনে কেৱল নাৰী-স্বাধীনতাৰ এক প্ৰবক্তা হিচাপে থিয় দিয়া বুলি বহুতে ক'ব খোজে। কিন্তু এই মন্তব্য যথাৰ্থ বুলি ক'ব নোৱাৰি। সেইদৰে যৌন-ৰোগৰ বিষয়ে বিশদভাবে আলোচিত হ'লেও 'ঘোষ্টছ' নাটকখনক কেৱল উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা যৌন ৰোগৰ বিষয়ে লিখা এখন নাটক বুলি ক'ব নোৱাৰি। নাটকখনৰ অন্তৰ্নিহিত বক্তব্য হ'ল এয়ে যে ৰক্ষণশীল সমাজ

এখনৰ মতাদৰ্শই মানৱীয় জীৱনী শক্তিক কেতিয়াও অৱদমিত কৰি ৰখা উচিত নহয়। সেয়েহে সমালোচনাৰ সম্মুখীন হ'লেও জাৰ্মানী, ফ্ৰান্স আৰু ইংলণ্ডত অভিনীত হোৱাৰ পিছত নাটকখনে সমগ্ৰ ইউৰোপৰ মঞ্চতে আধুনিক ধ্যান-ধাৰণা বিয়পাই দিবলৈ সমৰ্থ হৈছিল। আনহাতে এই বিতৰ্কমূলক নাটকখনৰ প্ৰথম মঞ্চাভিনয় অনুষ্ঠিত কৰি যুক্তৰাষ্ট্ৰৰ চিকাগো চহৰে কৃতিত্ব দাবী কৰিব পাৰে।

সি যি হওক, বিশেষকৈ সামাজিক সমস্যামূলক নাটক কেইখনত ইবছেনে পৰিচিত দৈনন্দিন আৰু স্বাভাৱিক মানৱ জীৱনক ৰূপায়িত কৰি নাটকক দৰ্শক-পাঠকৰ কাষ চপাই নিছিল। এই নাটকবোৰত মানুহে নিজৰ জীৱনৰ সমস্যাৰাজিৰ প্ৰতিফলন দেখা পালে। ওপৰোক্ত নাটক দুখনৰ উপৰিও 'পিলাৰ্চ অৱ ছোচাইটি', 'এন এনিমি অৱ দি পিপল' আদি নাটকত উনৈশ শতিকাৰ সমকালীন সমাজৰ 'ন্যস্ত-স্বাৰ্থজড়িত ভণ্ড নেতাৰ সমাজসেৱা, আত্মস্বাৰ্থ পূৰণৰ অৰ্থে সকলো নৈতিকতা আদি জলাঞ্জলি দিয়া আদি সমস্যাৰ কথা উত্থাপিত হ'ল আৰু দৰ্শক-পাঠক স্বাভাৱিকতে এইবোৰৰ প্ৰতি আকৃষ্ট হৈ পৰিল। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে এই নাটকবোৰৰ আবেদন সময়-সাপেক্ষে আছিল। তেনে হোৱা হ'লে আজি কুৰি শতিকাতো নাটকসমূহে আগৰ দৰে আদৰ পাই নাথাকিলহেঁতেন। সামগ্ৰিকভাৱে ইবছেনৰ সৃষ্টিৰাজি বিচাৰ কৰি চাই এই কথা নিঃসন্দেহে ক'ব পাৰি যে ইয়াৰ ভিতৰেদি চিৰন্তন মানৱ প্ৰকৃতিৰ স্বৰূপ ফুটি উঠিছে। ইবছেনৰ নাটকৰ বহুতো চৰিত্ৰৰ অনুৰূপ নৰ-নাৰী বিভিন্ন কালত বিভিন্ন পটভূমিতো পোৱা যাব। চিৰন্তন মানৱ চৰিত্ৰ-চিত্ৰণ কেতিয়াও কাল সাপেক্ষ নহয়। কাৰণ সমস্যা বিশেষে আকৃতি আৰু প্ৰকৃতি সলাব পাৰে। মানৱ চৰিত্ৰ আজিও ৰহস্যময়।

## ইবছেনৰ নাট্যশৈলী

সামগ্ৰিক দৃষ্টিকোণৰ পৰা চাই কিছুমান সমালোচকে ক'ব খোজে যে আধুনিক নাট্য-জগতলৈ ইবছেনৰ আটাইতকৈ উল্লেখনীয় অৱদান হ'ল নাটকীয় গঠনলৈ তেওঁ অনা নতুনত্ব। নাটকীয় কাৰ্য্যৰ লগত প্ৰতিমুখক সুন্দৰভাৱে গাঠি নাটকৰ গৰ্ভক মূল আকৰ্ষণ হিচাপে লৈ ইবছেনে তেওঁৰ নাটকৰ আখ্যান ভাগক গঢ় দিছিল। নাটকীয় কাহিনীক অতি সাৰাংশিত ৰূপত উপস্থাপন কৰাটো দৰ্শক ৰাইজে গমেই নাপাইছিল। ইবছেনে প্ৰবৰ্তন কৰা নব্য নাট্য-

ৰীতিয়ে পিছৰ কেইবা পুৰুষৰো নাট্যকাৰ সকলৰ ওপৰত যথেষ্ট পৰিমাণে প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল। আনহাতে ইবছেনীয় ঐতিহ্যৰ মূল কথা হ'ল যে আধুনিক সমস্যামূলক নাটকৰ তেওঁ আছিল জনক।

প্ৰসংগক্ৰমে, নাট্যকলা আৰু উনৈশ শতিকাৰ সম-সাময়িক সমাজ সন্দৰ্ভত হাৰমান হেটনাৰৰ অত্যুৎকৃষ্ট পুথি *Das Modern Drama* (১৮৫২)ৰ কথা উল্লেখ কৰিব পাৰি। কাৰণ এই পুথি পঢ়াৰ পিছত নাট্যকলা সম্পৰ্কে স্কেন-ৰিক ইবছেনৰ ধাৰণা অধিক স্পষ্ট হৈ পৰিছিল। ইয়াৰ পূৰ্বে তেওঁ বাৰ্জে'ন থিয়েটাৰৰ লগত জড়িত থকা কালছোৱাত শ্বেকস্পীয়েৰ, হলবাৰ্গ, স্ক্ৰাইব আদি অধ্যয়ন কৰি নাট্যকলা সম্পৰ্কে জনাৰ সুযোগ লাভ কৰিছিল। নিজে ৰচনা কৰা সৰু-সুৰা নাটকৰ পৰাও তেওঁ যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল।

আনহাতে তেওঁ ইতিমধ্যে হাস্য আৰু ব্যংগৰ মিশ্ৰণৰ যোগেদি সম-কালীন সামাজিক আচাৰ-ৰীতি সমূহক মঞ্চত উপস্থাপন কৰিবলৈ আৰম্ভ কৰিছিল। 'এ ডলছ্ হাউছ' আৰু ইয়াৰ পিছৰ নাটক ৰাজিত উনৈশ শতিকাৰ বাস্তৱধৰ্মী নাটকৰ আদৰ্শ পৰিস্ফুট হৈ পৰিছিল। এই নাটকৰাজিৰ মূল লক্ষণ আছিল সমাজত প্ৰচলিত ৰীতি-নীতি সম্পৰ্কীয় গুৰুত্বপূৰ্ণ কথাবোৰ মঞ্চত পৰীক্ষা কৰি চোৱা আৰু পৰিবেশ আৰু আন ব্যক্তিৰ লগত থকা সম্পৰ্ক সন্দৰ্ভত কোনো এক ব্যক্তিৰ আচৰণ মঞ্চত উপস্থাপন কৰা। এই নাটকবোৰৰ মুখ স্পষ্ট নহয়। চৰিত্ৰ আৰু আখ্যানে পৰস্পৰে সাঙোৰখাই থাকি বিকাশ লাভ কৰে। পাচোঁটা অংক থাকিবলগীয়া নিয়ম প্ৰায়েই অগ্ৰাহ্য কৰা হয়। কিন্তু সাধাৰণতে স্থানৰ ঐক্য মানি চলা হয়। এই নাটক সমূহৰ মঞ্চ-নিৰ্দেশনা সমূহ অতি আৱশ্য-কীয় অংগ। কাৰণ নাটকৰ প্ৰতিটো চৰিত্ৰৰ ওপৰতে সমগ্ৰ পৰিবেশৰে এক অলংঘনীয় প্ৰভাব আছে বুলি নাট্যকাৰে কল্পনা কৰি লয়।

ইবছেনে মঞ্চত নতুনকৈ প্ৰবৰ্তন কৰা নাট্যশৈলীক স্বাভাৱিক আৰু বাস্তৱ-ধৰ্মী বুলি কোৱা হয়। আন ঠাইত উল্লেখ কৰাৰ দৰে তেওঁ আগৰ নাটকৰ স্বগতোক্তি, কাষৰীয়া উক্তি, কৃত্ৰিমতা, অতি মানৱীয় চৰিত্ৰ আৰু ভৌতিক ক্ৰিয়া-কলাপ আদি সম্পূৰ্ণৰূপে পৰিহাৰ কৰিলে। ইয়াৰ পৰিবৰ্তে স্বাভাৱিক দৈনন্দিন মানৱ জীৱন তেওঁৰ নাটকৰ কেন্দ্ৰ বিন্দু হৈ পৰিল। অথবা জাক-জমকতা, ৰাজপুৰুষ-ৰাজৰমণী, নৃত্য-গীত আদিৰ সলনি কোনো সাধাৰণ অথবা মধ্যবিত্ত লোকৰ বাটচ'ৰাতে তেওঁৰ নাটকৰ কাহিনী সংঘটিত হ'ল। তথাপি দৰ্শক-পাঠক তেওঁৰ নাটকৰ প্ৰতি আকৃষ্ট নোহোৱাকৈ নাথাকিল। এক গতিশীল

সংলাপৰ দ্বাৰাই মানুহৰ দৈনন্দিন জীৱনৰ ক্ৰিয়া-কলাপক কেন্দ্ৰ কৰি সৃষ্টি কৰা নাটকীয় বাতাবৰণে আদিৰে পৰা অন্তলৈকে দৰ্শক-পাঠকৰ মন বিস্ময় আৰু ঔৎসুক্য আদিৰে ভৰাই ৰাখিবলৈ সমৰ্থ হ'ল। ইবছেনৰ নাটক সমূহক স্বাভাৱিক দৈনন্দিন জীৱনৰ চিত্ৰণ বুলি কোৱা হ'লেও তেওঁৰ নাটকীয় চৰিত্ৰ সমূহ এক অৰ্থত সাধাৰণ নহয়। কাৰণ ভিন্ ভিন্ ধৰণৰ কিছুমান শক্তিশালী আদৰ্শৰ দ্বাৰা এই চৰিত্ৰ সমূহ অনুপ্ৰাণিত।

ইবছেনৰ নাট্য-শৈলীৰ এটা অন্যতম বিশেষত্ব হ'ল যে নাটকৰ কাহিনী আৰম্ভ হোৱাৰ বহু বছৰ আগতে কোনো এক ঘটনা ঘটি গৈছে। সাধাৰণতে এই ঘটনাবোৰ সমাজ বিগৰ্হিত অথবা কোনো কেলেংকাৰী জনিত হোৱা দেখা যায়। নাটকৰ চৰিত্ৰ সমূহে এই ঘটনা পাহৰি যোৱাৰ পিছত হঠাৎ সেই ঘটনাৰ কথা পুনৰ সঞ্জীৱীত হৈ উঠি বিশেষকৈ নাটকৰ মুখ্য চৰিত্ৰৰ বৰ্তমানৰ সকলো সুখ-শান্তি হৰি নিবলৈ আহে। এই চৰিত্ৰ সমূহে প্ৰায় এক শ্বাসৰুদ্ধ অৱস্থা পায় আৰু নাটকত এই অৱস্থাৰ পৰিণতি দেখুওৱা হয়। অৰ্থাৎ "অতীত কু-কৰ্মৰ বৰ্তমান পৰিণতি"— এই নাটক সমূহৰ মূল সূত্ৰ বুলি ক'ব পাৰি। উপযুক্ত শব্দ-চয়ন, সুক্ষ্ম ইংগিত প্ৰক্ষেপন আদিৰ দ্বাৰা নাট্যকাৰে ইয়াক অধিক আকৰ্ষণীয় আৰু ব্যঞ্জনাময় কৰি তোলে। অথচ ইয়াত কৃত্ৰিমতাৰ লেশমাত্ৰও নাথাকে। ইয়াৰ পৰাই ইবছেনৰ নাট্যশৈলী সাধনাৰ অতি সুক্ষ্ম আৰু ব্যাপক পৰিধিৰ উমান পাব পাৰি।

ইবছেনে তেওঁৰ নতুন নাট্য ৰীতিক মঞ্চত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত চেষ্টাৰ ক্ৰুটি কৰা নাছিল। পূৰ্বৰ নাটকত থকা আৰু অৰ্থহীন বুলি তবা বহুতো আংগিক বাদ দিয়া হ'ল যদিও ইবছেনে তেওঁৰ নাটকত বিতং মঞ্চ নিৰ্দেশনা সংযোগ কৰিলে। প্ৰতিটো দৃশ্য, চৰিত্ৰ আৰু ঘটনাৰ ৰূপ আদি সম্পৰ্কে বিশদ মঞ্চ-নিৰ্দেশনা তেওঁৰ নাটকত সংযোজিত হ'ল। আনকি চ'ৰাঘৰত থাকিব-লগীয়া সজ-সুৰা আচবাববোৰৰ স্থানো নিৰ্দিষ্ট কৰি দেখুৱাই দিয়া হ'ল। ইয়াৰ ফলত চৰিত্ৰ, কাৰ্য্য, পৰিবেশ, সাজ-পাৰ, আচ-বাব আদি বিষয়ত নাট্যকাৰে অপৰিসীম দখল লাভ কৰিলে। আনহাতে ইয়ে নাটকীয় কাহিনী একোটাক নাট্যকাৰে বিচৰা মতে সঞ্জীৱীত কৰি তোলাত নাট্য-নিৰ্দেশক সকলক বিশেষ ভাবে সহায় কৰিলে। তদুপৰি নাটকীয় সংলাপ আৰু কথোপকথনৰ ক্ষেত্ৰত মিতব্যয়ী ভাষাৰ প্ৰয়োগ ইবছেনৰ আন এক উল্লেখনীয় বৈশিষ্ট্য।

মোথনিত ক'ব পাৰি যে নিজৰ সৃজনীমূলক প্ৰতিভাৰ দ্বাৰা ইবছেনে

বাস্তৱধৰ্মী গদ্য নাটকক এক মৰ্য্যদাপূৰ্ণ আসনত অধিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল। তেওঁ প্ৰবৰ্তন কৰা নাট্যশৈলী আছিল মৌলিক আৰু আধুনিক মনৰ মানুহৰ লগত একান্ত ভাবে থাপ খোৱা ধৰণৰ। এই ক্ষেত্ৰত বাৰ্ণাড শ্ব' প্ৰভৃতি পিছৰ বহুতো নাট্যকাৰৰ কাৰণে ইবছেন পথ-প্ৰদৰ্শক স্বৰূপ হৈ পৰিছিল আৰু ইবছেনৰ নব্য-নাট্যশৈলীক জনপ্ৰিয় কৰি তুলিছিল। উল্লেখ কৰিব লাগিব যে ইবছেনৰ গঠন-মূলক মনোভাবৰ উত্থান পাই দৰ্শক-পাঠকে এই নাট্য-শৈলীক আদৰি লৈ পূৰ্ণ-স্বীকৃতি দিছিল। সাম্প্ৰতিক কালৰ নাটক সমূহতো ইবছেনৰ নাট্য-শৈলীৰ প্ৰভাব লক্ষ্যণীয়।

## নাট্যকাৰ হিচাপে ইবছেন—এক চমু পৰিচিতি

বিংশ শতিকাৰ নাটকৰ ওপৰত প্ৰভূত ৰূপে প্ৰভাব পেলাবলৈ সক্ষম হোৱা স্বত্বেও ঊনবিংশ শতিকাৰ শেষ ভাগত ইউৰোপীয় নাট্যজগতত সংস্কাৰ সাধনকাৰী নাট্য আন্দোলন সমূহৰ ভিতৰত কেৱল স্বভাববাদ (*Naturalism*) আন্দোলনেই একমাত্ৰ আন্দোলন নাছিল। নৱৰেৰ নাট্য প্ৰতিভা হেনৰিক ইবছেনৰ যোগেদিহে যুগৰ এই ন-দৃষ্টিভংগী কুৰি শতিকালৈ প্ৰবাহিত হৈছিল। অগিয়ে আৰু ডুমাৰ ধৰণে এজন বাস্তৱবাদী হিচাপে নাট্যকৰ্মত হাত দিয়া ইবছেনে এই দুজনাৰ ৰচনা-ৰীতিক সম্পূৰ্তি দান কৰিছিল।

'এ ডলছ্ হাউছ' (১৮৭৯) আৰু 'ঘোষ্টছ' (১৮৮১) নাটকত ৰচনা-ৰীতি আৰু নব্য-ৰীতিৰ সংমিশ্ৰণ ঘটা দেখিবলৈ পোৱা যায়। দুয়োখনেই সু-পৰি-কল্পিত, সু-গঠিত আৰু দুয়োখনৰে ঘটনাৰাজি সম্ভাৱনীয়তাৰ ওপৰত সম্পূৰ্ণ আঁতৰত। আনহাতে ডুমাৰ 'থেচিচঁ নাটক' ৰ লগত এই নাটক দুখনৰ পাৰ্থক্য হ'ল এইখিনিতে যে নাটক দুখনত সম্ভৱতঃ পোন প্ৰথমবাৰৰ কাৰণে মানৱ সমাজত অৰ্তাজৰ পৰাই পৱিত্ৰ অনুষ্ঠান ৰূপে পৰিগণিত হৈ অহা অনুষ্ঠান তথা মানৱ জাতিৰ ক্ষুদ্ৰতম গোট পৰিয়ালৰ ওপৰত কঠোৰ আঘাত হনা হৈছিল। ইয়াৰ পিছত ইবছেনৰ দ্বাৰা ৰচিত সামাজিক নাটক সমূহৰ ভিতৰত বিশেষতঃ উল্লেখনীয় হ'ল—'এন এনিমি অৱ দি পিপল' (১৮৮২), 'দি ওৱাইল্ড ডাক' (১৮৮৪) আৰু 'ৰোজমাৰছলম' (১৮৮৬)। এই নাটক কেইখনৰ জৰিয়তে নাট্যকাৰ হিচাপে ইবছেনৰ স্বৰূপ পূৰ্ণ আৰু স্পষ্ট ৰূপত পৰিস্ফুট হৈ উঠে।

কিন্তু এইখিনিতে এই কথা উল্লেখ কৰা সমীচীন হ'ব যে সামাজিক ন্যায় সম্পৰ্কে এক স্পষ্ট ধাৰণাৰ অধিকাৰী হ'লেও দৰাচলতে সমাজ সংস্কাৰৰ

দিশত ইবছেনে লেশমাত্ৰও স্পৃহা প্ৰদৰ্শন কৰা নাছিল। তেওঁ নিজেই কোৱাৰ দৰে মূলতঃ তেওঁ এজন নাট্যকাৰহে আছিল, সমাজ সংস্কাৰক নহয়। সেয়ে কমেডী হিচাপে ৰচিত তেওঁৰ নাটক সমূহক মানৱ জীৱনৰ সুখ-দুখ, হাহি-কান্দোন আৰু অৰ্থহীনতাক সামৰি লোৱা এক চিন্তাবিদৰ গভীৰ চিন্তাৰ প্ৰকাশ বুলি ক'ব পাৰি। কাৰণ দ্ৰুত গতিত পৰিবৰ্তিত হ'বলৈ ধৰা এখন সমাজত মানৱ জাতিয়ে সম্মুখীন হোৱা দুৰ্যোগসমূহৰ নিৰাময়ৰ কাৰণে ইবছেনৰ হাতত কোনো মহৌষধ নাছিল। অন্ততঃ কিছুসংখ্যক সমালোচকে ভবাৰ দৰে ইবছেনক পোনছাটেই এজন *anarchist* বুলি ক'ব নোৱাৰি। লগতে এই কথাও ক'ব লাগিব যে প্ৰথম ছোৱাৰ নাটক সমূহত এক বিশেষ দিশত গতি কৰিলেও, ইবছেনে সামগ্ৰিকভাবে ঊনৈশ শতিকাৰ সামাজিক নাটকক পৰিপূৰ্ণতা দান কৰিছিল।

# এন এনিমি অৱ দি পিপল

## চমুতে 'এনিমিৰ' কাহিনীভাগ

নাটকৰ কাহিনীভাগত পোৱা যায় যে নৰৱে চহৰৰ সমীপবৰ্ত্তী এটা কৃত্ৰিম জলাশয়ক কেন্দ্ৰ কৰি নিৰ্মিত ৰাজহুৱা স্নানাগাৰ প্ৰকল্পক চহৰৰ কেইজন মান বিত্তমান আৰু প্ৰতিপত্তিশালী লোকে স্বাস্থ্য নিবাস হিচাপে গঢ়ি তুলি পৰ্য্যটকৰ আকৰ্ষণৰ স্থলীত পৰিণত কৰিছে। কিন্তু সুদীৰ্ঘ পৰীক্ষা নিৰীক্ষাৰ অন্তত ৰাজহুৱা স্নানাগাৰ পৰিচালনা সমিতিৰ মুখ্য স্বাস্থ্য বিষয়া ডাঃ টমাছ ষ্টকমেনে জলাশয়ৰ পানী দূষিত হোৱা বুলি গম পাই নাগৰিক সকলক ৰক্ষা কৰাৰ কাৰণে উদগ্ৰীব হৈ পৰিল। কিন্তু এই আৱিস্কাৰত নগৰখনৰ মেয়ৰ আৰু ডাঃ ষ্টকমেনৰ ভ্ৰাতৃ পিতাৰ ষ্টকমেন বাৰুকৈয়ে শংকিত হৈ উঠিল। পানী দূষিতকৰণৰ কথা বাহিৰত প্ৰকাশ পালে তেওঁলোকৰ ব্যৱসায়ৰ ভিকাছন ভাঙিব আৰু আৰ্থিক ভৰণি হোৱাৰ সম্ভাৱনা বৰ্ত্তমান। গতিকে কথাটো প্ৰকাশ কৰাৰ পৰা বিৰত থাকিবলৈ ডাক্তৰক হেঁচা প্ৰয়োগ কৰা হ'ল।

কিন্তু জনতাৰ সামূহিক স্বাৰ্থৰ হকে সত্য প্ৰতিষ্ঠাৰ কাৰণে ডাক্তৰ নাছোৰবান্দা। তেওঁৰ এই প্ৰচেষ্টাত প্ৰবন্ধ-পাতি ইত্যাদি প্ৰকাশ কৰাৰ ভাৰ লৈ তথাকথিত উদাৰনৈতিক সংবাদ পত্ৰ পোনতে আগবাঢ়ি আহিল যদিও

মেয়ৰৰ কূট-বুজনিত সকলো ওলট পালট হৈ গ'ল। ন্যস্তস্বাৰ্থ জড়িত মনুষ্যত্ব-হীন পুঁজিপতি শ্ৰেণীৰ স্বাৰ্থ পূৰণৰ কাৰণে সুবিধাবাদী সংবাদ পত্ৰইও পদ-লেহনকাৰীৰ ভূমিকা ল'লে। মুখাপিন্ধা তথাকথিত উদাৰপন্থী সাংবাদিকৰ নাঙঠ ৰূপ ওলাই পৰিল।

ইমানৰ পিছতো ডাঃ ষ্টকমেন হতাশ নহৈ এখন ৰাজহুৱা সভাৰ জৰিয়তে জনতাক প্ৰকৃত তথ্য জনোৱাৰ সংকল্প ল'লে। কিন্তু ইয়াতো অৰ্থ-পিপাসু ধনিক শ্ৰেণীটোৰ ষড়যন্ত্ৰ। তথাকথিত সংখ্যাগৰিষ্ঠ গোটে ডাক্তৰক অপদস্থ কৰাৰ উপৰিও আখ্যা দিলে "জনতাৰ শত্ৰু" হিচাপে। সত্য আৰু ন্যায়ৰ হকে অকলেই মাৰ বান্ধি থিয় দিয়া ডাঃ ষ্টকমেনৰ সকলো সৎ উদ্দেশ্য আৰু মহৎ লক্ষ্য তেওঁৰ অসৎ কৰ্ম ৰূপেহে প্ৰতিপন্ন হ'ল। ইমানতো ক্ষান্ত নাথাকি স্বাৰ্থপৰ সংখ্যা-গৰিষ্ঠ গোটৰ চক্ৰান্তৰ ফলস্বৰূপেই তেওঁক আৰু তেওঁৰ জীয়েক পেট্ৰাক চাকৰিৰ পৰা অপসাৰিত কৰা হ'ল। তেওঁৰ ঘৰ-দুৱাৰ ভাঙি তেওঁক ভেটী মাটিৰ পৰা উচ্ছন কৰাৰ প্ৰস্তুতি চলিল।

কিন্তু সকলো লাঞ্চনা-গঞ্জনা, অপবাদ-অপযশ মূৰ পাতি লৈও ডাঃ ষ্টকমেনে অকণো বিচলিত নহৈ প্ৰমাণ কৰি দেখুৱালে যে সত্য আৰু ন্যায়ৰ হকে মাত মতাৰ পৰিবৰ্তে আটিল সংখ্যাগৰিষ্ঠ গোটে সদায় কেৱল ইয়াৰ নিজৰ স্বাৰ্থৰ হকেহে কাম কৰে। সংখ্যাগৰিষ্ঠ গোট কেতিয়াও সত্যৰ পক্ষে নাথাকে। সংখ্যালঘিষ্ঠহে সদায় সত্যৰ পক্ষে। সমাজত মূৰ তুলি অকলে থিয় হৈ থাকিব পৰা ব্যক্তিগৰাকীয়েই হ'ল আটাইতকৈ শক্তিশালী ব্যক্তি। এনে মানুহেই সদায় অসত্য আৰু অন্যায়ৰ বিপক্ষে আৰু সংখ্যাগৰিষ্ঠৰ বিৰুদ্ধে সাহসেৰে থিয় দি জনস্বাৰ্থৰ হকে প্ৰকৃততে মাত মাতিব পাৰে।

## বাস্তৱধৰ্মী নাটক হিচাপে 'এনিমি'

হেনৰিক ইবছেনৰ হাতত‌ে বাস্তৱধৰ্মী নাটক শ্ৰেণীয়ে গা কৰি উঠে। সাধাৰণতে বাস্তৱধৰ্মী-সমস্যামূলক নাটক সমূহত মুখ্য চৰিত্ৰক এটা সম-সাময়িক সামাজিক সমস্যাৰ মুখামুখিকৈ উপস্থাপন কৰা হয়। কেতিয়াবা এজন প্ৰবক্তা আৰু কেতিয়াবা আখ্যানৰ বিকাশৰ জৰিয়তে নাটকৰ ঘটনাক্ৰমক এনে এক অৱস্থালৈ লৈ যোৱা মুখ্য চৰিত্ৰই বিচৰা সমাধানটো প্ৰায়েই তৎকালীন সমাজত প্ৰচলিত মতাদৰ্শৰ বিপৰীত মুখী হয়। অৰ্থাৎ সততা আৰু নিষ্ঠাৰে কোনো এক সমস্যা সমাধানৰ অৰ্থে সাহসেৰে অগ্ৰসৰ হৈ অৱশেষত আপাত দৃষ্টত

চৰিত্ৰটো সমাজবিৰোধী হৈ পৰে। বিভিন্ন ধৰণৰ সামাজিক সমস্যা এই ধৰণে উত্থাপিত হ'ব পাৰে। এইদৰে কোনো এক বিশেষ সমস্যা উত্থাপনৰ লগে লগে ভিন্নমুখী আদৰ্শৰ সংঘাত আপোনা-আপুনি আহি পৰে।

আধুনিক বাস্তৱধৰ্মী নাটকৰ নাটকটীয়া ইবছেনৰ 'এনিমি' এখন লেখত লবলগীয়া নাটক। বাস্তৱধৰ্মী নাটকৰ সকলো ধৰ্মই এই নাটকত পৰিলক্ষিত হয়। প্ৰচলিত সমাজ ব্যৱস্থাৰ মিথ্যাচাৰ, ভণ্ডামি, সংকীৰ্ণতা, গোড়ামি আদিক অতি চোকা সমালোচনাৰ দ্বাৰা সিবোৰৰ প্ৰকৃত ৰূপ নাটকখনত উদঙাই দিয়া হৈছে। চহৰৰ জলাশয় প্ৰকল্পৰ বিষাক্ত হৈ পানীক কেন্দ্ৰ কৰি গঢ় লৈ উঠা নাটকীয় আখ্যান ভাগৰ মূল সংঘাত অনুষ্ঠিত হৈছে স্নানাগাৰৰ স্বাস্থ্য বিষয়া ডাঃ টমাছ ষ্টকমেন আৰু পৰিচালনা সমিতিৰ অধ্যক্ষ তথা তেওঁৰ ককায়েক পিটাৰ ষ্টকমেনৰ মাজত। এই দুই চৰিত্ৰৰ বিপৰীত মুখী আদৰ্শৰ সংঘাতেই নাটকখনৰ মূল উপজীৱ্য বুলি ক'ব পাৰি। গতিকে আন বাস্তৱবাদী নাটকৰ দৰে নাট্যকাৰৰ নিজৰ বক্তব্য স্পষ্ট ৰূপত প্ৰকাশ কৰাৰ স্বাৰ্থত ডাক্তৰ আৰু পিটাৰৰ মাজৰ কথোপকথান কেতিয়াবা দীঘলীয়া হৈছে। বিশেষকৈ ডাক্তৰে জনসভাত দিয়া তেওঁৰ ভাষণখিনি প্ৰথম দৃষ্টিত কেৱল বৌদ্ধিক আলোচনা যেন লাগিব পাৰে। অৱশ্যে নাটক খনৰ ডাঃ ষ্টকমেনৰ চৰিত্ৰটো নাট্যকাৰৰ মুখপাত্ৰ বুলি ক'ব নোৱাৰি। সি যি হওক, 'এনিমি' নাটকত এক সুনিটোল আখ্যান আছে আৰু এই আখ্যানক নাট্যকাৰে নাটকীয় গুণৰাশিৰে সজাই তুলিব পাৰিছে। কাৰণ কেৱল নিজৰ দৃষ্টিভংগীৰ প্ৰতিফলনেই নাট্যকাৰৰ একমাত্ৰ উদ্দেশ্য নহয়।

এইখিনিতে নাটকৰ বলিষ্ঠ সংলাপৰ কথা উল্লেখ কৰিব পাৰি। নাটক খনৰ গতিশীল সংলাপ যুক্তিনিষ্ঠ আৰু বুদ্ধিদীপ্ত। আবেগ-অনুভূতিৰ প্ৰকাশ এই সংলাপত বিশেষভাবে পোৱা নাযায়। আবেগ-অনুভূতি প্ৰকাশৰ পৰিবৰ্তে চিন্তা আৰু যুক্তি প্ৰতিপাদনৰ সচেতন প্ৰচেষ্টাহে এই সংলাপৰ বৈশিষ্ট্য। নাটকত বিভিন্ন চৰিত্ৰৰ সংলাপলৈ চাই এই কথা সহজতে বোধগম্য হয় যে ইয়াৰ জৰিয়তে ব্যক্তিগত আবেগ-অনুভূতিৰ প্ৰকাশ হোৱাতকৈ কোনো এক দ্বন্দ্ব সম্পৰ্ক চৰিত্ৰ সমূহৰ যুক্তিবাদী মনৰ পৰিচয়হে ফাইকৈ ফুটি উঠিছে। কিন্তু এই সংলাপক নাটকীয় গুণ ৰহিত বুলি ক'ব নোৱাৰি। এই সংলাপ কেৱল বৌদ্ধিক কচৰতো নহয়। ঠায়ে ঠায়ে নিশ্চয় মানৱীয় অনুভূতিৰ প্ৰকাশ নঘটাকৈ থকা নাই। কিন্তু আন বাস্তৱধৰ্মী নাটকৰ দৰেই এইবোৰত বিশেষ গুৰুত্ব আৰোপ কৰা হোৱা নাই।

চৰিত্ৰাংকনৰ ফালৰ পৰা ক'ব পাৰি যে 'এনিমি'ৰ চৰিত্ৰসমূহৰ স্বকীয় বৈশিষ্ট্য আছে। নাটকীয় গুণ বিশিষ্ট এই চৰিত্ৰসমূহৰ একোটা গাইগুটীয়া সত্ত্বা অৱশেষই আছে। কিন্তু এনে অনুমান হয় যেন প্ৰতিটো চৰিত্ৰকে নাট্যকাৰে নিজৰ প্ৰয়োজনানুৰে এক বিশেষ উদ্দেশ্যত ব্যৱহাৰ কৰিছে। কাৰণ নিজস্ব বৈশিষ্ট ধাৰণ কৰিও চৰিত্ৰসমূহৰ প্ৰত্যেকটোৱে কোনো এক বিশেষ আদৰ্শৰ হকে থিয় দি সেই আদৰ্শৰ প্ৰতিনিধিস্বৰূপ হৈ পৰিছে। গতিকে 'এনিমি'ৰ চৰিত্ৰাংকনত বাস্তৱধৰ্মী নাটকৰ বৈশিষ্ট বৰ্তমান।

দেখ্‌দেখকৈ 'এনিমি'ৰ নাট্যশৈলী প্ৰচলিত নাট্যশৈলীতকৈ পৃথক। ইবছেনৰ নাট্যশৈলীৰ বিশদ আলোচনাত এই কথা কোৱা হৈছে যে ইবছেনে পূৰ্বৰ নাট্য-ৰীতিৰ পৰা ফালৰি কাটি আহি সম্পূৰ্ণৰূপে এক নিজস্ব নাট্য-ৰীতি প্ৰয়োগ কৰিছিল। বৰ্তমান নাটকতো স্বগতোক্তি, কাষৰীয়া উক্তি, পৰোক্ষ উক্তি আৰু অযথা জাক-জমকতা আদি পাবলৈ নাই।* বৰং প্ৰচলিত নাট্য-ৰীতিৰ বিপৰীতে 'এনিমি'ত আধুনিক মঞ্চ-নাটকৰ এক অন্যতম প্ৰধান বৈশৈষ্ট্য মঞ্চ-নিৰ্দেশনাৰ বহুল প্ৰয়োগহে পৰিলক্ষিত হয়। এই ক্ষেত্ৰতো ইবছেন আছিল বাটকটীয়া। সেয়ে প্ৰতি অংকৰ আৰম্ভণিতে মঞ্চসজ্জা, দৃশ্যসজ্জা, চৰিত্ৰৰ সাজ-পাৰ, আচ-বাবৰ অৱস্থান আদি সম্পৰ্কে বিতং বিৱৰণ 'এনিমি' নাটকতো থকা পৰিলক্ষিত হয়।

সামৰণিত ক'ব পাৰি যে কিছুমান বাস্তৱধৰ্মী নাটকত দেখুওৱাৰ দৰে ইবছেনে 'এনিমি'ত জলাশয়ৰ পানী সম্পৰ্কীয় সমস্যাটোৰ কোনো সমাধান দেখুওৱা নাই। কাৰণ ইবছেনৰ নিজৰ মতেই, "নাট্যকাৰে কেৱল প্ৰশ্নৰ উত্থাপনহে কৰে, তেওঁ কোনো প্ৰশ্নৰ উত্তৰ নিদিয়ে।" ইবছেন মূলতঃ আছিল শিল্পী আৰু সেয়ে সত্যৰ পূজাৰী। সত্য আৰু মিথ্যাক সামাজিক আৰু দাৰ্শনিক স্তৰত চৰিত্ৰসমূহৰ কাৰ্য্য আৰু সংলাপৰ জৰিয়তে তেওঁ তেওঁৰ নাটক ৰাজিত উপস্থাপন কৰিছে মাথোন। কাৰণ দিগ দৰ্শনকাৰী পয়গম্বৰ তেওঁ নহয়। সেয়ে 'এনিমি' নাটকৰ সমাপ্তিও সমস্যাৰ সমাধান নোহোৱাকৈয়ে ঘটিছে। হয়তোবা সত্য আৰু মিথ্যাৰ এই দ্বন্দ্ব আৰু সংঘাত আজিকোপতি চলিয়েই আছে। সততা প্ৰগতিশীলতা আৰু মানৱতাৰ লৈতে নীচতা, সংকীৰ্ণতা আৰু স্বাৰ্থান্ধতাৰ সংঘাত হয়তোবা আজিও শেষ হৈ যোৱা নাই। ইয়েই ইবছেনৰ নাটকৰাজিকো কাল-জয়ী সৃষ্টিৰূপে পৰিগণিত হোৱাত যথেষ্ট অৰিহণা যোগাইছে নিশ্চয়।

## চৰিত্ৰাংকন

সংলাপ আৰু কাৰ্য্যৰ জৰিয়তে নিজকে প্ৰকাশ কৰা আৰু স্বকীয় গুণবিশিষ্ট নাটকৰ ব্যক্তি সমূহকে নাটকীয় চৰিত্ৰ বুলি ক'ব পাৰি। নাটকীয় চৰিত্ৰ এটা আৰম্ভণিৰ পৰা শেষলৈকে একে থাকিব পাৰে অথবা শেষ ভাগলৈ যিকোনো ধৰণৰ মৌলিক পৰিবৰ্তনো হ'ব পাৰে। কিন্তু একেই থাকক বা সলনিয়েই হওক; নাটকীয় চৰিত্ৰ সমূহৰ এক ধৰণৰ "স্থিৰতা" (*consistency*) থকাতো বাঞ্চনীয়। কাহিনীৰ পিছতে চৰিত্ৰই হ'ল নাটক এখনৰ আৱশ্যকীয় উপাদান। চৰিত্ৰ অবিহনে কাহিনী এটাৰ ৰূপদান সম্ভৱ নহয় আৰু কাহিনী অবিহনেও চৰিত্ৰ এটা ফুটাই তোলা টান। গতিকে চৰিত্ৰ আৰু কাহিনী দুয়োটাকে একোটা মুদ্ৰাৰ ইপিঠি-সিপিঠি বুলি ক'ব পাৰি।

সেয়ে, যি শ্ৰেণীৰ নাটকেই নহওক লাগিলে, চৰিত্ৰাংকন হ'ল নাটকৰ এক উল্লেখনীয় উপাদান। চৰিত্ৰই নাটকক মহত্ব আৰু অমৰত্ব দান কৰিব পাৰে। শেক্সপীয়েৰৰ অমৰ চৰিত্ৰ সমূহৰ কথা এই প্ৰসংগত উল্লেখ কৰিব পাৰি। কিন্তু এইখিনিতে এই কথা ক'বই লাগিব যে উপন্যাসৰ তুলনাত নাটক ৰচনাৰ ক্ষেত্ৰত নাট্যকাৰ সকলে বহুতো ধৰা বন্ধা নীতিৰ মাজত নিজকে আবদ্ধ ৰাখিব লগীয়া হোৱা হেতুকে নাটকীয় চৰিত্ৰ একোটা সৃষ্টিৰ ক্ষেত্ৰত নাট্যকাৰে যথেষ্ট সাৱধানতা অৱলম্বন কৰিবলগীয়া হয়। সংক্ষিপ্ততা, নৈৰ্ব্যক্তিকতা আদিয়ে সফল নাটকীয় চৰিত্ৰ সৃষ্টিত সহায় কৰে।

আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল নাটকীয় কাৰ্য্য আৰু চৰিত্ৰৰ মাজত থাকিবলগীয়া ওতঃপ্ৰোত সম্পৰ্ক ৰক্ষা কৰা। কাৰণ চৰিত্ৰ আৰু কাৰ্য্যৰ জৰিয়তেই নাট্যকাৰে কোনো এক কাহিনী নাটকৰ শ্ৰোতা-দৰ্শকৰ আগত উপস্থাপন কৰে। এটা সুসংহত কাহিনী আৰু পৰিৱেশ, আৰু জীৱন্ত যেন লগা পুৰুষ-নাৰীৰ কাৰ্য্যৰ মাজেদিহে নাট্যকাৰে তেওঁৰ বক্তব্য ফুটাই তুলিব পাৰে। বাস্তৱ জীৱনৰ হুবহু পুৰুষ-নাৰীৰ লেখীয়া চৰিত্ৰ উপস্থাপন কৰিব নোৱাৰিলে নাটক এখন এক নীৰস ঘটনাক্ৰমৰ বৰ্ণনাতহে পৰিণত হ'ব। বাস্তৱধৰ্মী সমস্যামূলক নাটকৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। কাৰণ নাট্যশৈলীৰ নব উদ্ভাৱনামূলক কলা-কৌশল প্ৰয়োগ কৰিও এজন নাট্যকাৰে কোনো এক গভীৰ সমস্যাৰ বিষয়ে তেওঁৰ নাটকত আলোচনা আগবঢ়াব পাৰে। তথাপি এই নাটক সমূহৰ চৰিত্ৰৰাজিক পোনছাটেই তেজ-মঙহ বিহীন কিছুমান বিমূৰ্ত্ত প্ৰতীক বুলি ক'ব নোৱাৰি।

ইবছেনৰ নাটকৰাজিও ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁৰ নাটকীয় চৰিত্ৰ-

সমূহক কোনো এক বিশেষ মতাদৰ্শৰ প্ৰতিভূ যেন লাগিলেও প্ৰত্যেকটো চৰিত্ৰই এক জৈৱিক আৰু জটিল ব্যক্তিত্বৰ ৰূপত দৰ্শক-পাঠকৰ আগত জীৱন্ত হৈ উঠে। ইবছেনৰ ক্ষেত্ৰত আনকি তেওঁ প্ৰকাশ কৰিব খোজা আদৰ্শবাজিও জীৱন্ত মানৱৰ ৰূপত আবিৰ্ভূত হৈছিল বুলি ক'লেও অত্যুক্তি কৰা নহয়। এই কথা শ্ব', গলছৱৰ্থি আদি আন বাস্তৱধৰ্মী নাট্যকাৰ সকলৰ ক্ষেত্ৰতো প্ৰযোজ্য এই সকল নাট্যকাৰৰ নাটকত অতি আকৰ্ষণীয় বহুতো চৰিত্ৰ আছে। এই নাটক সমূহত মানৱ জীৱনৰ জটিল চাণেকী স্বৰূপ বহুতো ব্যক্তি চৰিত্ৰৰ সফল চিত্ৰণৰ দ্বাৰা নাটকৰ আলোচ্য বিষয়ৰ ওপৰত বিভিন্ন দিশৰ পৰা আলোকপাত কৰা হয়। কাৰণ এই শ্ৰেণীৰ নাটকৰ সকলো চৰিত্ৰই ভিন্নমুখী আদৰ্শৰ ব্যক্তি। গতিকে চৰিত্ৰ সমূহৰ ভিন্নমুখীতাই নাট্যকাৰক তেওঁৰ মূল প্ৰতিপাদ্য আদৰ্শ স্পষ্টকৈ চিত্ৰিত কৰাত যথেষ্ট সহায় কৰে। কাৰণ নাট্যকাৰে চৰিত্ৰ সমূহক বিকাশৰ কাৰণে বিকশিত হ'বলৈ দিদিয়ে।

আনহাতে এই শ্ৰেণীৰ নাটকৰ ক্ষেত্ৰত এই কথা মনত ৰখা ভাল যে চৰিত্ৰসমূহক কেতিয়াও সামাজিক বাতাৱৰণৰ পৰা নিলগাই চাব নোৱাৰি। সেয়ে এই নাটক সমূহত অলৌকিক শক্তিসম্পন্ন বীৰপুৰুষ আৰু স্বভাৱজাত খলনায়কৰ পৰিৱৰ্তে সমাজৰ তথাকথিত মধ্য আৰু নিম্ন শ্ৰেণীৰ জীৱনহে অংকন কৰা হয়। কাৰ্যালয়, কাৰখানা, মধ্যবিত্ত পৰিয়াল আৰু পথৰ পৰা প্ৰত্যক্ষ ভাবে বুটলি অনা এই চৰিত্ৰসমূহক সাধাৰণতে সম-সাময়িক সমাজত প্ৰচলিত ধ্যান-ধাৰণা আৰু ৰীতি পৰম্পৰা আদিৰ বিষয়ে ওকালতি হিচাপে চিত্ৰিত কৰা হয়। ইয়াৰ ভিতৰৰে কিছু সংখ্যক চৰিত্ৰই সমাজত প্ৰচলিত নৈতিকতা আৰু ধ্যান-ধাৰণা আদিৰ প্ৰতি আকোৰগোজ ভাবে আস্থাশীল হৈ থাকিব খোজে। ইয়াৰ বিপৰীতে থকা আন এচাম প্ৰচলিত ধ্যান-ধাৰণাৰ বিৰুদ্ধাচৰণ কৰা অথবা আওকণি সামাজিক বিশ্বাসৰ বলি হোৱা চৰিত্ৰৰ লগত প্ৰথমতে উল্লেখ কৰা বিধৰ চৰিত্ৰসমূহ সংঘৰ্ষত লিপ্ত হয়। আন কিছুসংখ্যক চৰিত্ৰই সহানুভূতিশীল দৰ্শকৰ ভূমিকা পালন কৰে। গৌণ চৰিত্ৰসমূহে নাটকৰ খালী ঠাই পূৰণ কৰি মাজে সময়ে হাস্যৰসৰ উদ্ৰেক কৰাত বাহিৰে আইন কোনো গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰা পৰিলক্ষিত নহয়।

ইবছেনৰ চৰিত্ৰাংকনৰ আলোচনা প্ৰসংগত ক'ব লাগিব যে আধুনিক বাস্তৱধৰ্মী নাটকৰ বাটকটীয়া হ'লেও তেওঁ মঞ্চত কেৱল সমস্যা একোটাৰ কথা অৱতাৰণা কৰি সেই সমস্যাৰ নাটকীয় উপস্থাপন আৰু সমাধানৰ বিষয়তে নিজকে

আবদ্ধ ৰখা নাছিল। বিশেষকৈ তেওঁৰ নাট্য-জীৱনৰ শেষদশাত ইবছেনে জটিল মানৱ মনৰ অন্তৰ্চালিকা শক্তিক পৰীক্ষা-নিৰীক্ষা কৰি চোৱাৰ প্ৰয়াস কৰিছিল। গতিকে তেওঁৰ চৰিত্ৰসমূহে কোনো এক বিশেষ ধাৰণা অথবা আদৰ্শৰ প্ৰতিভূ মাথোন নহৈ স্বকীয় বৈশিষ্ট্যযুক্ত গাইগুটীয়া ব্যক্তি সত্তা ৰূপেও দৰ্শক পাঠকৰ মনত গভীৰভাবে ৰেখাপাত কৰিবলৈ সমৰ্থ হয়। বিশেষকৈ ডা: ষ্টকমেনৰ দৰে চিৰন্তন মানৱ প্ৰমূল্যৰ ধ্বজাবাহী কেতবোৰ চৰিত্ৰ, নোৰা, ধীতা, এল্লিদা, অলমাছ্, ডা: ৰুবেক, কাপ্তেন বাৰ্ণিক আদিৰ দৰে বলিষ্ঠ আৰু জটিল মানৱ মনৰ নিভৃততম্ কোণৰ বিভিন্ন দিশ উন্মোচনকাৰী কিছু চৰিত্ৰ চিৰদিনৰ কাৰণে আবেদনশীল হৈ ৰ'ব।

## মুখ্য পুৰুষ চৰিত্ৰ সমূহ

ডা: টমাছ ষ্টকমেন :

'এনিমি' নাটকৰ মুখ্য চৰিত্ৰ হ'ল ডা: টমাছ ষ্টকমেন। চহৰৰ কৃত্ৰিম জলাশয় প্ৰকল্পৰ মুখ্য স্বাস্থ্য বিষয়া ডা: টমাছ ষ্টকমেন বহু বছৰৰ কাৰণে নিজৰ জন্ম চহৰখনৰ পৰা আঁতৰি থকাৰ পিছত উভটি আহি উক্ত পদত অধিষ্ঠিত হৈছে। দৰাচলতে ৰাজহুৱা স্নানাগাৰ প্ৰকল্পৰ প্ৰাথমিক পৰিকল্পনা তেওঁৰেই আছিল। কিন্তু যি মুহূৰ্তত তেওঁ আৱিস্কাৰ কৰিলে যে জলাশয়ৰ পানী সম্পূৰ্ণৰূপে বিষাক্ত হৈ পৰিছে, সেই মুহূৰ্তৰ পৰা তেওঁৰ মনৰ শান্তি নাইকিয়া হ'ল। কাৰণ নিজৰ মগজুৰ উদ্ভাৱনাৰ ফচল তেনে এটি প্ৰকল্পক তেওঁ কেতিয়াও ধ্বংস হৈ যাবলৈ দিব নোৱাৰে। গতিকে জলাশয়টো পুনৰায় বিপদমুক্ত কৰি তোলাৰ তেওঁৰ সৎ প্ৰচেষ্টাৰ ফলস্বৰূপে তেওঁ জলাশয় পৰিচালনা সমিতিৰ মুখ্যাধিকাৰী আৰু তেওঁৰ ককায়েক পিটাৰ ষ্টকমেনৰ লগত সংঘৰ্ষত লিপ্ত হ'বলগীয়া হ'ল। এই সংঘাত প্ৰকৃততে আদৰ্শৰ সংঘাত আৰু ইয়েই নাটকখনৰো মূল উপজীব্য।

সামূহিক স্বাৰ্থৰ তুলনাত ব্যক্তিগত স্বাৰ্থক তুচ্ছ জ্ঞান কৰা ডা: ষ্টকমেন এক আদৰ্শবাদী ব্যক্তি। গুৰিৰ পৰা শেষলৈকে এক আপোচবিহীন মনোভাবেৰে চালিত হোৱা আৰু নিজৰ আদৰ্শৰ পৰা এচুল চুলিৰ সমানো বিচ্যুৎ নোহোৱা চৰিত্ৰটো নৈতিকতা, সাহস কৰ্তব্য-নিষ্ঠাৰে মহীয়ান হৈ উঠিছে। বহু বছৰ ধৰি দুখে-কষ্টে থকাৰ পিছত নিজৰ জন্ম চহৰখনলৈ উভটি আহি কিছু পাৰ্থিৱ সুখৰ মুখ দেখিবলৈ পালেও লগে লগে সেইবোৰ পুনৰায় জলাঞ্জলি দিবলৈ লেশ মাত্ৰও কুণ্ঠাবোধ কৰা নাই। পাৰ্থিৱ সুখ-ভোগৰ লালসা তেওঁৰ নাই। ইয়াৰ প্ৰয়োজনীয়তা অস্বীকাৰ নকৰিলেও ইয়েই তেওঁৰ একমাত্ৰ

কাম্য নহয়। তেওঁৰ প্ৰথম কাম্য হ'ল চহৰখনৰ অধিবাসী সকলৰ কল্যাণ। সেয়েহে স্নানাগাৰৰ পানী বিপদমুক্ত হোৱা কথাটো সম্পৰ্কে নিশ্চিত হোৱাৰ পিছৰ পৰাই তেওঁ শান্তিৰে নিশ্বাস ল'ব পৰা নাই। আনকি পা-পৰিয়ালৰ চিন্তাইও মুহূৰ্তৰ কাৰণেও তেওঁক বিব্ৰত কৰা নাই। সেয়ে তেওঁ কৈছে, "মানুহ এজনৰ পত্নী আৰু ল'ৰা-ছোৱালী থাকিল বুলিয়েই তেওঁ হাত সাৱটি বহি থাকিবনে ?"

কিন্তু সংকীৰ্ণতা, গোড়ামি আৰু ন্যস্ত স্বাৰ্থৰ লগত যুঁজ দিয়া সহজ সাধ্য নহয়। অতি বহল হৃদয় আৰু সবল ব্যক্তিত্বৰ গৰাকীও কেতিয়াবা কোনো এক মুহূৰ্তত ভাঙি পৰাৰ উপক্ৰম হয়। সেয়ে বিৰোধী চক্ৰটোৱে কাৰাচাজি কৰি "জনতাৰ শত্ৰু" সজোৱাৰ পিছত ক্ষণিকৰ বাবে হ'লেও ডা: ষ্টকমেনক মানসিক দুৰ্বলতাই আক্ৰমণ কৰিছে। ফলস্বৰূপে তেওঁৰ ঘৰৰ দুৱাৰ খিড়কী ভাঙিবলৈ বুলি মানুহে দলিওৱা শিলগুটিবোৰ বুটলি বুটলি তেওঁ চিৰদিনৰ কাৰণে নিজৰ চহৰখন এৰি গুচি যোৱাৰ সিদ্ধান্ত লৈছে। কিন্তু এয়া অতি সাময়িক বিচ্যুতিহে। পিছ মুহূৰ্ততে তেওঁৰ আত্মবিশ্বাস ঘূৰি আহিছে। গতিকে গুচি যোৱাৰ সিদ্ধান্ত পৰিহাৰ কৰি তেওঁ চহৰখনতে থাকি আগতকৈও দুগুন মনোবলেৰে শঠতা আৰু ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে যুঁজ দিয়াৰ সংকল্প গ্ৰহণ কৰিছে। চাপৰিলে মেঘ নেৰায়। কোনো এক সমস্যাৰ সন্মুখীন হৈ তাৰ হাত সাৰিবলৈ পলায়ন কৰিলেই সেই সমস্যাৰ সমাধান হৈ নাযায়। তদুপৰি পিটাৰ ষ্টকমেনৰ দৰে ভণ্ড আৰু স্বাৰ্থান্বেষী নেতাসকলৰ লগত সমুখ সমৰত লিপ্ত হ'লেহে সমাজখনক ছানি ধৰা দুৰ্নীতি আৰু কদৰ্য্যতাৰ বিষবৃক্ষ উভালি পেলোৱা সহজ হ'ব। গতিকে চহৰ এৰি যোৱাৰ পৰিকল্পনা ত্যাগ কৰি তেওঁ কৈছে, "পৃথিৱীত অকলশৰীয়া হৈ থিয় দি থাকিব পৰা জনেই আটাইতকৈ শক্তিশালী ব্যক্তি।"

ডা: ষ্টকমেনৰ এই আপোচবিহীন মনোভাব, দৃঢ় মনোবল আৰু নৈতিক সাহসলৈ লক্ষ্য কৰি তেওঁক এজন নিষ্ঠাবান মানৱতাবাদী বুদ্ধিজীৱি বুলি নিঃসন্দেহে ক'ব পাৰি। সেয়েহে সমাজত বদ্ধমূলাৰ দৰে ঠন ধৰি উঠা মিথ্যাচাৰ আৰু ভ্ৰষ্টাচাৰ আঁতৰাই তেওঁ ইয়াক সততা আৰু মানৱতাৰ ওপৰত প্ৰতিষ্ঠা হোৱাটো কায়-মনো-বাক্যে কামনা কৰে। কাৰণ মানৱপ্ৰেমী বুদ্ধিজীৱি এজনে নিজকে সদায় সংস্কৃতিৰ প্ৰহৰী ৰূপে গণ্য কৰি ইয়াৰ বিৰোধী শক্তি সমূহৰ বিপক্ষে থিয় দিয়ে। এই দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে ডা: ষ্টকমেনৰ লেখীয়া

চৰিত্ৰৰ প্ৰাসংগিকতা আজিৰ কুৰি শতিকাৰ যান্ত্ৰিক বাতাবৰণতো শেষ হৈ যোৱা নাই। বৰং দ্ৰুতগতিত প্ৰমূল্য সমূহৰ অবক্ষয় হ'বলৈ ধৰা আজিৰ সমাজ খনত ডা: ষ্টকমেনৰ দৰে চৰিত্ৰৰ প্ৰাসংগিকতা বাঢ়িছেহে।

চৰিত্ৰটোৰ আন এক উল্লেখনীয় দিশ হ'ল তেওঁৰ স্বাধীনতাকামী মন। কোনো ক্ষেত্ৰতে আনৰ অন্যায় আধিপত্য স্বীকাৰ কৰি ল'ব নোখোজা আত্ম-বলেৰে বলী ডা: ষ্টকমেনৰ চৰিত্ৰ। বিশেষকৈ সমাজৰ এচামৰ দৰে নিজত্ব বিসৰ্জন দি অনবৰতে ওপৰৱালা প্ৰভু সকলৰ পদলেহন কৰি নিজকে ধন্য কৰা মানাস-কতাৰ পৰা ডা: ষ্টকমেনে বিপৰীত মেৰুত অৱস্থান কৰিছে। সেয়ে স্পষ্টবাদী ডাক্তৰে আনকি নিজৰ ককায়েককো মুক্তকণ্ঠে তিৰস্কাৰ কৰিব পাৰিছে। কাৰণ উদাৰ আৰু স্বাধীনচিতীয়া মনৰ গৰাকী কোনো ব্যক্তিয়েই কেতিয়াও কাৰো অন্যায্য দমনমূলক নীতিৰ ওচৰত সেও নামানে। এনে ক্ষেত্ৰত উভয় শক্তিৰ মাজত সংঘাত অনিবাৰ্য্য হৈ পৰে। আৰু যদি মানসিক ভাবে কাপুৰুষ, নৈতি-কতা বিহীন, নীচ মনৰ অধিকাৰী কাৰোবাৰ সৈতে এই সংঘাত হয়, তেন্তে ইয়াৰ চোক তীব্ৰতৰ হৈ উঠে। ডা: ষ্টকমেন আৰু পিটাৰ ষ্টকমেনৰ ক্ষেত্ৰতো ঠিক এয়ে হোৱা বুলি ক'ব পাৰি।

আনহাতে ডা: ষ্টকমেনৰ পাৰিবাৰিক জীৱনলৈ লক্ষ্য কৰি এই কথা ক'ব পাৰি যে তেওঁ এজন উপযুক্ত স্বামী আৰু উপযুক্ত পিতৃৰ দায়িত্ব পালন কৰিবলৈ সততে আগ্ৰহী ব্যক্তি। আদৰ্শৰ নামত বলিয়া হৈ ঘৰ-সংসাৰ পাহৰি যোৱা বুলি ক'ব নোৱাৰি। যদিওবা দ্বন্দ্বৰ তুংগত তেওঁৰ মানৱ হিতৈষী মনটোত পা-পৰিয়ালৰ কথাই গৌণস্থানহে অধিকাৰ কৰিছে। সহৃদয়তাৰে উদ্বুদ্ধ আনৰ কল্যাণকামী মনটোৱে নিজৰ পৰিয়ালৰ স্বাৰ্থৰ কাৰণে আদৰ্শৰ পৰা বিচ্যুৎ হ'বলৈ ৰাজী নহয়। আনহাতে শ্ৰীমতী ষ্টকমেনৰ লগত হোৱা তেওঁৰ কথো-পকথন আৰু আচৰণে এই কথা স্পষ্ট কৰি দিয়ে যে তেওঁৰ দাম্পত্য জীৱন পাৰস্পৰিক বুজাবুজি আৰু মিলমিলৰ ওপৰত প্ৰতিষ্ঠিত। তদুপৰি সন্তানৰ প্ৰতি চেনেহৰ কাৰ্পন্য নকৰাকৈও যুগৰ পৰিবৰ্তনৰ ফলস্বৰূপে হোৱা দুই এক সৰু-সুৰা ত্ৰুটীক লঘু দৃষ্টিৰে চাই তেওঁ এক প্ৰগতিশীল মনৰ পৰিচয় দিছে।

মোখনিত এই কথা ক'ব লাগিব যে ডা: ষ্টকমেনৰ চৰিত্ৰটো ইবছেনৰ চৰিত্ৰৰাজিৰ মাজত এক অন্যতম আকৰ্ষণীয় চৰিত্ৰ। আদৰ্শ-প্ৰিয়তা, অদম্য মনোবল আৰু মানৱতাবোধ আদি গুণৰাশিৰে সমৃদ্ধ হোৱা স্বত্বেও এই কথা লক্ষ্য-ণীয় যে ডা: ষ্টকমেনৰ চৰিত্ৰত এক ধৰণৰ ট্ৰেজিক কাৰুণ্য বিৰাজ কৰিছে।

আধুনিক নাটকত অতীতৰ ট্ৰেজেদীৰ দৰে মৃত্যু আদি দেখুওৱা নহয়। কিন্তু শাৰিৰীক মৃত্যু দেখুওৱা নহলেও কোনো চৰিত্ৰৰ মানসিক মৃত্যু ঘটিব পাৰে অৰ্থাৎ মানসিক ভাবে কোনো এক চৰিত্ৰ পংগু হৈ পৰিব পাৰে। অতি বিপদ সংকুল পৰিস্থিতিতো মানুহে জীয়াই থাকিবলৈ কৰা আকুল বাসনাৰ পৰাই আধুনিক নাটকত ট্ৰেজেদীৰ চৰিত্ৰ ফুটি উঠে। ডা: ষ্টকমেনৰ প্ৰখ্যাত উক্তি, "*The strongest man in the world is he, who stands most alone*" য়েও ডা: ষ্টকমেনৰ অন্তৰ্যন্ত্ৰনাৰ পৰোক্ষ ইংগিত বহন কৰিছে। ফলস্বৰূপে চৰিত্ৰটো ট্ৰেজেদীৰ কৰুণ ৰসেৰে সিক্ত হৈ পৰিছে।

## পিটাৰ ষ্টকমেন :

চহৰৰ মেয়ৰ তথা ৰাজহুৱা স্নানাগাৰ প্ৰকল্পৰ পৰিচালনা সমিতিৰ মুৰব্বী পিটাৰ ষ্টকমেনৰ চৰিত্ৰটো ডা: ষ্টকমেনৰ চৰিত্ৰৰ ঠিক বিপৰীত বিন্দুত অৱস্থিত। পিটাৰ ষ্টকমেন হ'ল তথাকথিত অভিজাত শ্ৰেণীৰ প্ৰতিনিধি স্বৰূপ। এই শ্ৰেণীৰ লোকৰ কাৰণে আত্মস্বাৰ্থ পূৰণৰ স্থান সবাৰে আগত। নিজৰ স্বাৰ্থসিদ্ধি আৰু পাৰ্থিব লাভালাভৰ অৰ্থে এই শ্ৰেণীৰ লোকে কৰিব নোৱাৰা কাম নাই। সেয়ে ডাক্তৰে জলাশয়ৰ পানী সন্দৰ্ভত কৰা পৰীক্ষাৰ ফলাফল সম্বলিত প্ৰতিবেদনখন পাই পিটাৰ জাঙুৰ খাই উঠিছে। কাৰণ ডাক্তৰৰ অনুমোদন ক্ৰমে স্নানাগাৰৰ অৱস্থাৰ উন্নতি সাধন কৰিবলৈ হ'লে পৰিচালনা সমিতিৰ অযথা ভৰণি হোৱাৰ উপৰিও কিছুদিনৰ কাৰণে সেইটোৰ সম্পূৰ্ণৰূপে বন্ধ ৰাখিবলগীয়াও হ'ব পাৰে। ইয়াৰ অৰ্থ হ'ব পিটাৰৰ দৰে তেজপিয়া শ্ৰেণীটোৰ ব্যৱসায়িক লোকচান।

গতিকে স্বাৰ্থপৰ আৰু সংকীৰ্ণমনা পিটাৰে পোনতে নিজৰ ক্ষমতাৰ দম্ভালি প্ৰকাশ আৰু ইয়াৰ অপপ্ৰয়োগেৰে ডাক্তৰৰ মুখ বন্ধ কৰিবলৈ চেষ্টা কৰিলে যদিও ডাক্তৰৰ বলিষ্ঠ ব্যক্তিত্বৰ আগত পিটাৰৰ নিষ্ফল আস্ফালন আৰু অসৎ প্ৰচেষ্টা ফুটুকাৰ ফেনত পৰিণত হ'ল। গুলী বিদ্ধ বাঘৰ দৰে হৈ পিটাৰে তথাকথিত উদাৰ নৈতিক সংবাদ মাধ্যম হাত কৰিলে। কাৰণ এই জাতীয় সুবিধাবাদী সংবাদ পত্ৰৰ সহায় লাভ কৰিলেহে তেওঁ সঁচাক মিছা আৰু মিছাক সঁচা বুলি জনতাক পতিয়ন নিয়াব পাৰিব। ভীৰু আৰু স্বাৰ্থপৰ লোকৰ দ্বাৰা পৰিচালিত "গণদূত" কাকতৰ সহায় লাভ কৰিবলৈ তেওঁ সমৰ্থ হ'ল। গতিকে কাকতত ডাক্তৰৰ প্ৰবন্ধ ওলোৱাৰ আগতে পিটাৰৰ বিবৃতিহে প্ৰকাশিত হ'ল। আনহাতে ডাক্তৰে জনতাৰ দৰবাৰত থিয় হৈ পিটাৰৰ কাৰাচাজিৰ ফলস্বৰূপে তথাকথিত

"সংখ্যাগৰিষ্ঠ" গোটৰ হাঁতত লাঞ্চিত হোৱাৰ উপৰিও "জনতাৰ শত্ৰু" ৰূপে পৰিগণিত হ'ল। পিটাৰৰ দ্বাৰা এই ধৰণৰ কাৰ্য্যকলাপৰ ফলত তেওঁৰ স্বাৰ্থান্ধতা, নীচতা আৰু গোড়ামি অতি স্পষ্টৰূপত ফুটি উঠিছে। আনহাতে এই সকলোবোৰ হ'ল পিটাৰৰ লেখীয়া জনতাৰ স্বাৰ্থক পিঠি দি নিজৰ ঠেক স্বাৰ্থক আগস্থান দিয়া স্বয়ম্ভু নেতা শ্ৰেণীৰ অলংকাৰ স্বৰূপ।

পিটাৰৰ স্বাৰ্থপৰতা আৰু নীচতাৰ ফলস্বৰূপে ডাক্তৰ কেৱল "জনতাৰ শত্ৰু"ত পৰিণত হোৱাই নহয়, ডাক্তৰৰ পৰিয়াল সৰ্বস্বান্ত হোৱাৰ উপক্ৰম হ'ল। ডাক্তৰ আৰু জীয়েক পেট্ৰাৰ চাকৰি যোৱাৰ উপৰিও তেওঁলোকে আনকি নিজৰ থকা ঘৰটোও এৰি দিবলৈ ঘৰৰ মালিকৰ পৰা জাননী পালে। নিজৰ সহোদৰকো আনকি স্বাৰ্থৰ বিনিময়তহে সাহায্য আগবঢ়াই থকা পিটাৰৰ নীচতাৰ বাবেই এয়া সম্ভৱ হ'ল। যি "আটিল সংখ্যাগৰিষ্ঠ গোট"ৰ ওপৰত অগাধ আস্থা আৰু বিশ্বাস স্থাপন কৰি ডাক্তৰে সত্য প্ৰতিষ্ঠাৰ পথত আগবাঢ়িছিল, সেই "আটিল সংখ্যাগৰিষ্ঠতা"ৰ ধাৰণা যে কেৱল এক মিথ্যাচাৰ আৰু প্ৰতাৰণাৰ বাহিৰে আন একো নহয় সেই কথাও ইয়াৰ দ্বাৰাই দৃঢ়ভাৱে প্ৰতিপন্ন হ'ল। কাৰণ ইয়াক পুতলাৰ দৰে আঁৰৰ পৰা ৰচী টানি প্ৰকৃততে নিয়ন্ত্ৰণ কৰে পিটাৰৰ দৰে শ্ৰেণীৰ লোকৰ এক মুষ্টিমেয় গোটে। ডাঃ ষ্টকমেনৰ দৰে লোক সকলৰ নিষ্ঠা আৰু সততা এই শ্ৰেণীৰ লোকৰ গোড়ামি, মিথ্যাচাৰ আৰু ভণ্ডামিৰ আগত আপাত দৃষ্টিত শক্তিহীন-অথৰ্ব। কাৰণ পিটাৰৰ দৰে লোকৰ মূল চাৰিত্ৰিক বৈশিষ্টই হ'ল, "থল চাই কঠিয়া পৰা"। আনহাতে ডাঃ ষ্টকমেনৰ দৰে লোকসকল নিজৰ নীতিত সদায় ধ্ৰুৱতৰাৰ দৰেই অলৰ-অচৰ।

ক্ষমতাৰ দম্ভ প্ৰদৰ্শনকে মূল হাতিয়াৰ ৰূপে ব্যৱহাৰ কৰিব খোজা পিটাৰে মানৱ সমাজৰ প্ৰতি নিজৰ মানৱীয় কৰ্তব্য পালন কৰাতকৈ নিজৰ ঠেক স্বাৰ্থ অক্ষুন্ন ৰখাতহে অধিক গুৰুত্ব আৰোপ কৰে। সুবিধাবাদেই হ'ল এই শ্ৰেণীৰ লোকৰ একমাত্ৰ পথ। আন কথাত ক'বলৈ গ'লে নীতিহীনতাই এওঁলোকৰ নীতি। নিজৰ স্বাৰ্থপূৰণৰ কাৰণে যি মুহূৰ্তত যি পন্থা অৱলম্বন কৰাৰ প্ৰয়োজন হয়, সেয়ে হৈ পৰে সেই সময়ৰ কাৰণে এওঁলোকৰ নীতি। এই কথা পিটাৰৰ চৰিত্ৰ আৰু কাৰ্য্যৰ মাজেদি অতি স্পষ্ট ৰূপত ফুটি উঠিছে। অতি আত্মকেন্দ্ৰিক চৰিত্ৰ পিটাৰৰ পৰা মানৱীয়তা আদিৰ কথা বহু আঁতৰত। ডাঃ ষ্টকমেনে দিয়া উপমাৰ আঁত ধৰি ক'ব পাৰি যে পিটাৰৰ দৰে লোকৰ হয়তো কোনোদিনে মগজুৰ বিকাশ ঘটা সম্ভৱ নহয়। মগজু বিকশিত নোহোৱাৰ কাৰণেই এই শ্ৰেণী লোকৰ

অন্তৰ কোনোদিনেই জ্ঞানৰ আলোকেৰে আলোকিত নহয়। ফলস্বৰূপে নাদৰ ভেকুলী স্বৰূপ এই শ্ৰেণীৰ লোকৰ চিন্তাধাৰাই সদায় এক ঠেক বৃত্তৰ মাজতে আবদ্ধ হৈ থাকি কেৱল নিজৰ মাজতে জগতখনৰ সৰ্বস্ব থকা বুলি ভাবে। আনৰ কথা ভাবিবলৈ এওঁলোকৰ আহৰি নাই। "*To thyself, be enough*"—হ'ল এওঁ-লোকৰ একমাত্ৰ নীতি। সেয়ে মুখৰ আগতে কুকুৰ বুলিলেও এওঁলোকৰ নাক কোঁচ নাখায়। হয়তো বা কোঁচ খাই যাবলৈ এওঁলোকৰ নাক নাথাকেই!

গাইগুটীয়া চাৰিত্ৰিক বৈশিষ্ট্য ডাঙি ধৰাৰ পৰিবৰ্তে পিটাৰে সমাজৰ এক শ্ৰেণী লোকক প্ৰতিনিধিত্ব কৰা বুলি কোৱা হয়তো অধিক সমীচীন হ'ব। পিটাৰৰ চৰিত্ৰ চিত্ৰণত সমসাময়িক ব্যঙ্গৰ প্ৰলেপ থাকিলেও সাম্প্ৰতিক কালতো চৰিত্ৰটোৰ প্ৰাসংগিকতা নাইকিয়া হৈ যোৱা বুলি ক'ব নোৱাৰি। ভণ্ড আৰু স্বাৰ্থ-সৰ্বস্ব পিটাৰৰ লেখীয়া নেতা আজিৰ সমাজতো টিঘিলঘিলাই থকা পৰি-লক্ষিত হয়। ৰঘুমলাৰ দৰে পৰজীৱি পিটাৰৰ নিচিনা নেতাৰ সংখ্যা সমাজত সৰহ হ'লেও নৈতিক বিজয়ধ্বজা চিৰদিন উৰুৱায় ডাঃ ষ্টকমেনৰ দৰে সংখ্যাত তাকৰীয়া শ্ৰেণীৰ লোকেহে।

**মিঃ হফষ্টাদ্ ঃ**

'গণদূত" কাকতৰ সম্পাদক হফ্ষ্টাদ হ'ল তথাকথিত উদাৰপন্থী সংবাদ মাধ্যমৰ প্ৰতিনিধি স্বৰূপ। ইবচেনে নাটকখনত হফ্ষ্টাদৰ দৰে তথাকথিত উদাৰ পন্থী অথচ প্ৰকৃততে ভীৰু আৰু স্বাৰ্থান্বেষী সাংবাদিক চামৰ স্বৰূপ নগ্নভাৱে উদঙাই দেখুৱাইছে। সুবিধাবাদী সাংবাদিক সকলৰ প্ৰতিভূ স্বৰূপ হফ্ষ্টাদ হ'ল সময়ৰ সোঁতত গা এৰি দিয়া শ্ৰেণীৰ লোক। বাহিৰত এক আৰু ভিতৰত অন্যৰূপ ধাৰণকাৰী এই শ্ৰেণীৰ সাংবাদিকসকল অনবৰতে নিজৰ স্বাৰ্থৰক্ষাৰ চিন্তাতে ব্যস্ত থাকে। গতিকে তেওঁলোকে তথাকথিত উদাৰপন্থীৰ মুখাখন পিন্ধি লয় যাতে দুয়ো কূল ৰক্ষা পৰে। সেয়ে এই মুখাখনৰ কাৰণেই বাধ্য হৈ পোনতে ডাক্তৰৰ পক্ষে থিয় দিয়াৰ প্ৰতিশ্ৰুতি দি নিজেও কিছু প্ৰগতিশীল বক্তৃতাৰ ফুলজাৰী মাৰে। কিন্তু দুতলীয়া সম্পাদকৰ মুখাখন স্খলকি পৰিবলৈ বেছিপৰ নালাগিল। পোনতে ডাক্তৰৰ প্ৰবন্ধ প্ৰকাশৰ সপক্ষে নানা তৰহৰ যুক্তিপূৰ্ণ কথা কৈ নিজকে এজন উদাৰপন্থী সাংবাদিক বোলাবৰ চেষ্টা কৰি ডাক্তৰক এজন নিৰ্ভীক সাংবাদিকে দিব পৰা ধৰণৰ সকলো সুযোগ-সুবিধা দিয়াৰ পিছত মেয়ৰ চাহাবৰ এক ধমকিত সাংবাদিক প্ৰবৰৰ সাংবাদিকতাৰ প্ৰকৃত স্বৰূপ ওলাই পৰিল।

মেয়ৰ পিটাৰ ষ্টকমেনে যেতিয়া অহ্‌'বৰ মস্তিষ্ক হফষ্টাদক বুজালে যে

ডাক্তৰৰ পক্ষে থিয় দিলে জনমত তেওঁৰ কাকতৰ বিৰুদ্ধে যোৱাৰ পুৰ্ণমাত্ৰাই আশংকা আছে, লগে লগে মেৰুদণ্ড বিহীন সম্পাদক হফ্‌ষ্টাদৰ নীতি সলনি হৈ গ'ল। মুৰ পোলোকা মৰা সাংবাদিকে তৎক্ষণাৎ ডাক্তৰৰ পিনে পিঠি দিলে। আনকি ডাক্তৰৰ লগত কথা পাতিবলৈকো তেওঁৰ সময়ৰ অভাৱ হ'ল আৰু আনহাতে পিটাৰৰ সেৱা শুশ্ৰূষাৰ বিষয়ত তৎপৰ হৈ পৰিল। হফ্‌ষ্টাদৰ চৰিত্ৰৰ জৰিয়তে ইবছেনে তথাকথিত উদাৰপন্থী সাংবাদিকৰ সাংবাদিকতাৰ ফোপোলা স্বৰূপ উদঙাই দিছে।

হফ্‌ষ্টাদৰ লেখীয়া ভীৰু, নিস্বত্ববিহীন আৰু তোষামোদকে একমাত্ৰ নীতি ৰূপে গ্ৰহণ কৰা সাংবাদিকৰ নমুনা বৰ্তমান সময়তো বিৰল নহয়। পেট্ৰাৰ প্ৰতি কৰা হফ্‌ষ্টাদৰ ব্যৱহাৰে এই জাতীয় সাংবাদিকৰ অন্য এক দিশলৈও আঙুলিয়াই দিয়ে। তদুপৰি কেৱল ব্যৱসায়িক স্বাৰ্থৰ কাৰণেই যে এই ধৰণৰ সংবাদপত্ৰ সমূহে সম্পূৰ্ণ জ্ঞাতভাৱেও সত্যৰ নামত ভুৱাৰে জনতাক প্ৰতাৰণা কৰি থাকিব পাৰে, সেই কথাও হফ্‌ষ্টাদৰ নিজৰ উক্তিতেই প্ৰকাশ পাইছে। ডাক্তৰ ষ্টকমেনে সন্মুখীন হোৱা ৰাজহুৱা গৰিহণা আৰু ভৎসনাৰ কালছোৱাত হফ্‌ষ্টাদ আৰু লগৰীয়া সাংবাদিক সকলে কৰা পক্ষপাতদুষ্ট আচৰণ হ'ল এওঁলোকৰ ভীৰুতা আৰু নিলৰ্জ্জতাৰ গৰ্হিততম নিদৰ্শন।

## নাৰী চৰিত্ৰ

### শ্ৰীমতী ষ্টকমেন:

বলিষ্ঠ নাৰী চৰিত্ৰ সৃষ্টি ইবছেনৰ নাট্য প্ৰতিভাৰ এক অন্যতম প্ৰধান বৈশিষ্ট্য। আলোচ্য নাটকখনিৰ মুখ্য নাৰী চৰিত্ৰ দুটি হ'ল ডাক্তৰ ষ্টকমেনৰ পত্নী শ্ৰীমতী ষ্টকমেন আৰু তেওঁলোকৰ গাভৰু জীয়ৰী কুমাৰী পেট্ৰা। শ্ৰীমতী ষ্টকমেনৰ 'চৰিত্ৰটি নাৰী সুলভ সহজাত ধৰ্ম আৰু দুৰ্বলতাৰ চাণেকী। আন ঠাইত উল্লেখ কৰা হৈছে যে শ্ৰীমতী ষ্টকমেন আৰু ডাক্তৰ ষ্টকমেনৰ যুগ্ম-জীৱন পাৰস্পৰিক বিশ্বাস আৰু বুজাবুজিৰ ওপৰত নিৰ্ভৰশীল। পৰস্পৰে পৰস্পৰৰ মানসিকতাৰ সৈতে ভালভাৱে চিনাকি। উভয়ে উভয়ৰ প্ৰতি আন্তৰিক ভাৱে শ্ৰদ্ধাশীল। স্বামীৰ প্ৰতি অপাৰ প্ৰেমৰ কাৰণেই শ্ৰীমতী ষ্টকমেন অনবৰতে স্বামীৰ মংগলা-মংগলৰ কথা ভাবি চিন্তিত। সন্তীয়া ভাবাবেগতকৈ অভি-জ্ঞতালব্ধ পৰিপক্কতাইহে তেওঁলোকৰ দাম্পত্য প্ৰেমৰ চালিকা শক্তি। সেয়ে

তেওঁলোকৰ প্ৰেম পূৰ্ঠ। সেইদৰে এগৰাকী স্নেহশীলা মাতৃ হিচাপেও তেওঁ সততে সন্তানৰ মংগলাকাংক্ষী। সেয়ে এছ্‌লেকছেন অথবা বিলিঙে ল'ৰা-ছোৱালীৰ সন্মুখত ধৰ্ম-বিৰোধী কথা পতাটো তেওঁ পচন্দ নকৰে। কাৰণ সিহঁতৰ ভৱিষ্যত জীৱনত এই ধৰণৰ আলোচনাৰ কু-প্ৰভাৱ পৰিব পাৰে বুলি তেওঁৰ মাতৃ-হৃদয় উদ্বিগ্ন।

সাধাৰণ নাৰী এগৰাকীৰ দৰেই শ্ৰীমতী ইকমেন নিজৰ ঘৰখন সুচাৰু-ৰূপে চলোৱাত ব্যস্ত। কিন্তু ঘৰ এখন নিয়াৰিকৈ চলাবলৈ হ'লে আৰ্থিক নিৰাপত্তাৰ কথা কোনো পধ্যে উলাই কৰিব নোৱাৰি। কাৰণ এগৰাকী পূৰঠ মনৰ অধিকাৰী আৰু সু-গৃহিনী শ্ৰীমতী ইকমেনে ভালদৰে বুজি পায় যে আৰ্থিক স্বচ্ছলতা অবিহনে ঘৰ এখন আটোম-টোকাৰীকৈ ৰখা মুঠেই সম্ভৱ নহয়। আনহাতে স্বামীৰ আপোচবিহীন মনোভাবৰ দ্বাৰা পৰিচালিত সৎ প্ৰচেষ্টাত সচৰাচৰ হেঙাৰ স্বৰূপে থিয় নহ'লেও, জলাশয়ৰ পানী সম্পৰ্কীয় কথাটোত পিটাৰৰ সৈতে সন্মুখ-সমৰত তেওঁৰ স্বামী লিপ্ত হোৱা কথাটোত স্বাভাৱিকতে তেওঁ ভয় খাইছে। এই সংঘৰ্ষৰ পৰা ভৱিষ্যতে উদ্ভৱ হ'ব পৰা পৰিস্থিতি সম্পৰ্কে চিন্তা কৰি তেওঁ এইবাৰ ডাক্তৰক এই কাৰ্য্যৰ পৰা বিৰত ৰাখিবলৈ পোনতে চেষ্টা কৰিলে। ইয়াক তেওঁৰ দুৰ্বলতাৰ চিন বুলি নকৈ মানসিক পৰিপক্কতাৰ চিন বুলিহে ক'ব লাগিব। পিটাৰৰ লগত হোৱা সংঘৰ্ষৰ অৱশ্যাম্ভাবী পৰিণতিৰ কথা ভাবি তেওঁ স্বামীক নিজৰ ঘৰ-সংসাৰৰ কথা সোঁৱৰাই দিছে। তেওঁ জানে যে চাকৰিটোৰ পৰা ডাক্তৰে হাত ধুব লাগিলে ঘৰখনৰ পুনৰ এক আলৈ-বিলৈ হ'ব। তদুপৰি ল'ৰা দুটাৰ ভৱিষ্যতৰ কথা আছে। পেট্ৰাৰ কথা বাদ দিলেও অন্তত: ল'ৰা দুটাক দলনিত পোনা মেলা দি মেলিব নোৱাৰি। গতিকে শ্ৰীমতী ইকমেনে প্ৰথম অৱস্থাত স্বামীক বুজাই বঢ়াই সৈমান কৰাব খুজিছে যে এইবোৰত লগাৰ কোনো প্ৰয়োজন নাই। বিশেষকৈ নিজৰ পা-পৰিয়ালৰ কথা ভাবি তেওঁ ৰসতে নাম খোৱাই ভাল হ'ব।

কিন্তু ডাক্তৰ অলৰ-অচৰ। ঘৰ-সংসাৰ কৰিলে বুলিয়ে সত্যৰ পৰা বিচলিত হোৱা উচিত জানো? সত্যৰ পৰা কেশাগ্ৰও লৰচৰ নকৰা ডাক্তৰ ইকমেনৰ অবিচল মনোবলে নিশ্চয় শ্ৰীমতী ইকমেনৰ মানসিকতাৰ ওপৰত ক'ব নোৱাৰাকৈ হ'লেও প্ৰভাব পেলাইছে। সেয়ে তেওঁ যেতিয়া দেখিলে যে চহৰখনৰ সমগ্ৰ সুবিধাবাদীৰ জাকটো একগোট হৈ ডাক্তৰ ইকমেনৰ বিপক্ষে আৰু প্ৰকাৰন্তৰে সত্যৰ বিৰুদ্ধে থিয় দিছে, তাৰ পিছত আৰু তেওঁ থিৰেৰে ৰ'ব

নোৱাৰিলে। ডাক্তৰে চহৰখনৰ আটাইবোৰ পুৰুষকে ভীৰু বুলি নাৰীৰ লগত তুলনা কৰি কথাষাৰ কোৱাৰ লগে লগে তেওঁৰ চেতনা জাগ্ৰত হৈ উঠিল। তেওঁ লগে লগে এই বুলি প্ৰত্যুত্তৰ দিলে যে তেওঁ এজন সাহসী পুৰুষৰ দৰেই ডাক্তৰৰ কাষত থিয় দি তেওঁক সমৰ্থন কৰিব। নকলেও হ'ব যে একো গৰাকী মহীয়সী নাৰীৰ এনে সমৰ্থন পুৰুষৰ কাৰণে অসীম শক্তি আৰু প্ৰেৰণাৰ উৎস হৈ পৰে।

ইয়াৰ পিছত শ্ৰীমতী ষ্টকমেনে নিজৰ ঘৰখনৰ কথা ভাবি বিচলিত হোৱা নাই। বৰং সত্যৰ পক্ষে থিয় হোৱা স্বামীক সাহস আৰু প্ৰেৰণা যোগাবলৈহে তেওঁ বদ্ধ-পৰিকৰ হৈ উঠিল। ইবছেনৰ আন কেতবোৰ বিখ্যাত নাৰী চৰিত্ৰৰ মনোবল, নৈতিক সাহস, অসীম ধৈৰ্য্য আদিৰ পৰিচয় এইদৰেই শ্ৰীমতী ষ্টকমেনৰ চৰিত্ৰতো প্ৰতিভাত হৈ উঠিছে। বিশেষকৈ তেওঁ ডাক্তৰৰ কাষত থিয় দি সাহস তথা প্ৰেৰণা যোগাবলৈ মনস্থ কৰাৰ মুহূৰ্তৰ পৰা চৰিত্ৰটিৰ মনোবল, দৃঢ়তা আৰু সাহস আদি গুণৰাশি জাগ্ৰত হৈ উঠি স্বামীৰ দৰে তেওঁৰ নিজৰো আপোচবিহীন ব্যক্তিত্বক পৰিস্ফুট কৰি তুলিছে।

মোখনিত ক'ব পাৰি যে ইবছেনৰ আন আন নাৰী চৰিত্ৰৰ দৰে শ্ৰীমতী ষ্টকমেনৰ চৰিত্ৰটিও স্বকীয় বৈশিষ্ট্যৰাজিৰে মহীয়ান। পোনতে নিজৰ তথা পৰিয়ালৰ পাৰ্থিব চিন্তাই স্বাভাৱিক ভাবেই তেওঁৰ নাৰী সুলভ মনক কিছু আমনি কৰিলেও লগে লগে তেওঁ এই দ্বিধা-গ্ৰস্ততাৰ ভাব আঁতৰাই পেলাবলৈ সক্ষম হৈছে আৰু এক মুকলিমূৰীয়া মন লৈ স্বামীৰ কাষত থিয় দিবলৈ আগবাঢ়ি আহিছে। এই ধৰণৰ মানসিক দৃঢ়তাৰ প্ৰকাশে চৰিত্ৰটিক এক স্বকীয়া ব্যক্তিত্ব প্ৰদান কৰি দৰ্শক-পাঠকৰ বাবে আকৰ্ষণীয় কৰি তুলিছে। পাৰ্থিব সুখ-স্বাচ্ছন্দ্য আৰু আৰ্থিক নিৰাপত্তাৰ প্ৰশ্নই তেজ-মঙহৰ মানুহক কেতিয়াবা দোমোজাত পেলালেও প্ৰকৃততে মানবীয় গুণসম্পন্ন ব্যক্তিয়ে সদায় সত্যকহে আঁকোৱালি লয়— এই কথাকে যেন শ্ৰীমতী ষ্টকমেনৰ সংলাপ আৰু কাৰ্য্যৰ মাজেদি স্পষ্টৰূপত প্ৰতিফলিত কৰিব খোজা হৈছে। এই দৃষ্টিকোণৰ পৰা চালে শ্ৰীমতী ষ্টকমেনৰ চৰিত্ৰটি নাৰীৰ সংজাত দুৰ্বলতাৰ উৰ্দ্ধ লৈ উঠি এক অনন্য চৰিত্ৰ ৰূপে পৰিগণিত হৈছে।

পেট্ৰা :

যুৱতী পেট্ৰা ষ্টকমেন দম্পতীৰ একমাত্ৰ দুহিতা। পেট্ৰাই স্থানীয় বিদ্যালয়ত

ৰাতিপুৱা আৰু আবেলি পাঠদান কৰে। মুকলিমুৰীয়া মনৰ আৰু মুক্ত চিন্তা-ধাৰাৰ অধিকাৰী পেট্ৰাৰ ব্যক্তিত্বত বাপেকৰ সত্য আৰু যুক্তিনিষ্ঠ মানসিকতাৰ ছাপ সুস্পষ্ট। বাপেকৰ দৰে পেট্ৰাই আপোচমুখী ব্যক্তিত্বক ঘিণ কৰে। সেয়ে নীতিগত কাৰণতে তেওঁ "গণদূত"ৰ সম্পাদকে দিয়া ইংৰাজী গদৰ ভাঙনি কৰিবলৈ একেমুখে অস্বীকাৰ কৰিছে। কাৰণ উদাৰমনা পেট্ৰাই গোড়ামী আৰু সংকীৰ্ণতাৰ কথাৰে ভৰা তেনে গল্প এটা কেতিয়াও প্ৰকাশ কৰিব নোৱাৰে।

এই কাৰণতে হফষ্টাদৰ দৰে সাংবাদিক এজনৰ দুমুখীয়া নীতি দেখি পেট্ৰা আচৰিত হৈছে। কিন্তু তাতোকৈ আচৰিত হৈছে, যেতিয়া হফষ্টাদে অতি নিৰ্লজ্জ ভাবে পেট্ৰাৰ আগত প্ৰকাশ কৰিছে যে বহু দিন আগৰ পৰাই তেওঁ পেট্ৰাৰ প্ৰণয় প্ৰাৰ্থী। তদুপৰি কেৱল পেট্ৰাৰ দেউতাক হোৱা কাৰণেহে তেওঁ ডাঃ ষ্টকমেনৰ প্ৰবন্ধটো প্ৰকাশত আগ্ৰহ দেখুৱাইছে। এই কথা শুনাৰ পিছত স্বাভাৱিকতে পেট্ৰাৰ ধৈৰ্যচ্যুতি ঘটে আৰু হফষ্টাদক এক প্ৰকাৰ ধিক্কাৰ দি কাকতৰ কাৰ্যালয় ত্যাগ কৰে। পেট্ৰাও দেউতাকৰ দৰেই আপোচবিহীন।

স্পষ্টবাদিতা আৰু নিৰ্ভীকতা পেট্ৰাৰ চৰিত্ৰত বৰ্তমান। পঢ়াশালিত শিকোৱা বিদ্যা আৰু প্ৰাত্যহিক জীৱন-যাপনৰ নীতিৰ মাজত আকাশ-পাতাল প্ৰভেদ থকা কথা পেট্ৰাই বুজি পালেও ইয়াৰ যুক্তি যুক্ততা তেওঁৰ কাৰণে বোধগম্য নহয়। নতুন প্ৰজন্মৰ প্ৰতিনিধি স্বৰূপ পেট্ৰাৰ কথা-বতৰা, চিন্তাধাৰা আৰু কাম-কাজ উদাৰপন্থী নীতিৰ দ্বাৰা প্ৰভাবান্বিত। স্বাভাৱিকতে তেওঁৰ চিন্তাৰ ৰাজ্য প্ৰগতিশীল দৃষ্টিভংগীৰে পুষ্ট। ন-প্ৰজন্ম হ'লেও পেট্ৰাই বাপেকৰ চিন্তাধাৰা আৰু সত্যনিষ্ঠাৰ প্ৰতি কেৱল সহানুভূতিশীলেই নহয়, বাপেকৰ ওপৰত তেওঁৰ অগাধ আস্থা। সেয়ে বাপেকৰ প্ৰত্যেকটো "আৱিষ্কাৰৰ" সময়তে পেট্ৰা উৎফুল্লিত হৈ উঠে। বৰং এনে ধাৰণা হয় যেন বাপেকৰ আদৰ্শ সত্যনিষ্ঠাক পেট্ৰাই উত্তৰপুৰুষলৈ কঢ়িয়াই নিব। সেয়ে বাপেকৰ প্ৰতিটো কথাকে আস্থা আৰু বিশ্বাসেৰে লৈ পেট্ৰাই নিজেও এক স্বাধীন চিন্তিয়া মনৰ পৰিচয় দিছে।

ইমানেই নহয়, চাকৰিৰ পৰা বৰ্খাস্তকৰণৰ জাননী পোৱাৰ পিছতো পেট্ৰা বাপেকৰ দৰেই ধীৰ-স্থিৰ। সমগ্ৰ পৰিয়ালৰ আহৰ পথ বন্ধ হৈ যোৱাৰ উপক্ৰম হ'লতো পেট্ৰা ভাঙি পৰা নাই বৰং ধীৰ-স্থিৰ মগজুৰে নিজে বিদ্যালয়ৰ চাকৰিৰ পৰা বৰ্খাস্ত হ'বলগীয়া হোৱাৰ কাৰণসমূহ বৰ্ণনা কৰিছে। এনে ধৈৰ্য্য আৰু সাহস সঁচাকৈয়ে প্ৰশংসনীয়। আনহাতে মানৱ সমাজ সত্য আৰু যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত হৈ তিষ্ঠি থাকিবলৈ হ'লে এনে ধৈৰ্য্য আৰু সাহসৰ প্ৰয়োজন

অৱশ্যেই আছে। পেট্ৰাৰ দৰে ন-প্ৰজন্মৰ ধৈৰ্য্য, সাহস যুক্তিনিষ্ঠতা আৰু সততাৰ ওপৰতহে উত্তৰ পুৰুষৰ ভৱিষ্যতৰ স্বৰূপ নিৰ্ভৰ কৰে। সামগ্ৰিক দৃষ্টিকোণৰ পৰা চাই ক'ব পাৰি যে পিটাৰৰ স্বাৰ্থপৰতা আৰু আত্মম্ভৰিতাৰ বিপৰীতে পেট্ৰাৰ সংস্কৃত, উদাৰচিতীয়া আৰু যুক্তিনিষ্ঠ ব্যক্তিত্বই অনাগত ভৱিষ্যতৰ দিনবোৰ সন্দৰ্ভত যথেষ্ট ইংগিত বহন কৰে। গতিকে আলোচ্য নাটকখনত পেট্ৰাৰ চৰিত্ৰটোৰ এক স্বকীয়া তাৎপৰ্য্য আছে। এক প্ৰবল আশাবাদৰ প্ৰতীকৰূপে এই এই চৰিত্ৰটো মূৰ্ত্ত হৈ উঠিছে। কাৰণ দূৰদৃষ্টি সম্পন্ন ইবছেনে জানিছিল যে পেট্ৰা'ৰ দৰে ন-প্ৰজন্মৰ ওপৰতে অনাগত দিনৰ মানৱ সভ্যতা আৰু সংস্কৃতিৰ স্বৰূপ নিৰ্ভৰ কৰে।

## গৌণ চৰিত্ৰ সমূহ

ওপৰত আলোচিত মুখ্যচৰিত্ৰ সমূহৰ উপৰিও নাটকখনত আনকেইটামান গৌণ চৰিত্ৰ আছে। এই চৰিত্ৰসমূহৰ ভিতৰত পোনতেই নাম ল'ব লগিব নাবিক হৰ্ষ্ট'ৰৰ। বছৰৰ অধিকাংশ সময় জাহাজৰ ওপৰত কটোৱা হৰ্ষ্ট'ৰৰ সমসাময়িক ৰাজনৈতিক জগতখনৰ বাতাবৰণৰ লগত বৰ বিশেষ সম্পৰ্ক নাই। ডাঃ ষ্টকমেনে কোৱাৰ দৰে এওঁলোক উড়ন্ত পখীৰ দৰে। এওঁলে কৰ য'তে ৰাতি ত'তে কাতি। সি যি হওক, হৰ্ষ্ট'ৰৰ চৰিত্ৰটো নাটকখনৰ এক অন্যতম ভাললগা চৰিত্ৰ। ৰাজনীতি অথবা কূটনীতিৰ বিশেষ আভোও নোপোৱা হৰ্ষ্ট'ৰে নিঃস্বাৰ্থভাবে ডাক্তৰৰ কাষত থিয় দি সহায়ৰ হাত আগবঢ়াইছেহি। পিটাৰ আৰু তেওঁৰ বহতীয়া গোষ্টীৰ ষড়যন্ত্ৰৰ ফলস্বৰূপে চহৰখনৰ ক'তো তেওঁৰ সভাখন অনুষ্ঠিত কৰিবলৈ স্থান নোপোৱাত হৰ্ষ্ট'ৰে বিনাস্বৰ্ত্তে তেওঁৰ ঘৰ এৰি দিছে। হফষ্টাদৰ ইংগিতপূৰ্ণ আচৰণৰ বিপৰীতে অমায়িক আৰু শিষ্টাচাৰী হৰ্ষ্ট'ৰৰ শ্ৰীমতী ষ্টকমেন আৰু পেট্ৰাৰ প্ৰতি সৌজন্যমূলক আচৰণ চকুত পৰা ধৰণৰ।

আনকি ৰাজহুৱা সভা অনুষ্ঠিত কৰিবলৈ ডাক্তৰক নিজৰ ঘৰ এৰি দিয়া'ৰ অপৰাধত তেওঁৰ জাহাজৰ চাকৰিটো যোৱাৰ পিছতো কোনো ধৰণৰ অনুশোচনা হৰ্ষ্ট'ৰৰ মনলৈ অহাটো পৰিলক্ষিত নহয়। বৰং তাৰ পিছতো ডাক্তৰৰ পৰিয়ালৰ খা-খবৰ কৰিবলৈ আহি তেওঁলোকৰ প্ৰস্তাবিত এমেৰিকা ভ্ৰমণ সম্পৰ্কে আশ্বাস প্ৰদান কৰিছে। নিজৰ কৰ্মগুণে কম সময়ৰ ভিতৰতে চাকৰি এটা যোগাৰ কৰি ল'ব পাৰিব বুলিও তেওঁ নিশ্চিত। হৰ্ষ্ট'ৰৰ নিস্বাৰ্থ প্ৰকৃতিয়ে সহজতে সকলোৰে মনোযোগ আকৰ্ষণ কৰে। ডাক্তৰ ষ্টকমেনৰ দৰে সত্যৰ পক্ষে থিয় দিয়া মানুহ

এজনৰ প্ৰতি হষ্ট'াৰৰ নিঃস্বাৰ্থ সমৰ্থনৰ বিশেষ তাৎপৰ্য্য আছে। হয়তো পৃথিৱীৰ সমস্ত দুষ্কৃতিকাৰী শক্তিসমূহ ডাঃ ষ্টকমেনৰ দৰে মানুহ একোজনৰ বিপক্ষে গ'লেও তেওঁৰ কাষত সদায় একোজন নিঃস্বাৰ্থ হষ্ট'াৰ আহি থিয় হৈ সাহস যোগায়। ইয়াকে প্ৰকৃত মানৱতা বোধ বুলি ক'ব পাৰি। এই মানৱতা বোধ হষ্ট'াৰৰ চৰিত্ৰত আছে।

ইয়াৰ পিছতে ঘৰ-মালিক সন্থাৰ সভাপতি এছলেকছেনৰ চৰিত্ৰটোৰ কথা ক'ব পাৰি। এওঁৰ শ্ৰেণী-চৰিত্ৰ হফ্‌ষ্টাদৰ সৈতে একে। সকলো বিষয়তে নৰমপন্থা অৱলম্বন কৰা নীতি এওঁৰ মজ্জাগত। সেয়ে যিকোনো কামত অগ্ৰসৰ হোৱাৰ আগে আগে কথাটো আনক সোঁৱৰাই দিবলৈ নাপাহৰে। হয়তো এই সকীয়নি তেওঁৰ নিজৰ অন্তৰৰে ভীৰুতাৰ প্ৰতিফলন মাথোন। সত্য-মিথ্যা, আচাৰ-দুৰাচাৰ এওঁৰ কাৰণে বিশেষ কথা নহয়। ডাঙৰ কথা হ'ল নিজকে নিৰাপদ দূৰত্বত ৰাখি সকলো পক্ষৰ লগত সমানে মিতিৰালি বজাই ৰখা।

বিশেষকৈ এছলেকছেনৰ মতে কেন্দ্ৰীয় চৰকাৰক সমালোচনা কৰা আৰু স্থানীয় কৰ্তৃপক্ষক সমালোচনা কৰি ইয়াৰ লগত সমানে যেৰ মাৰিবলৈ যোৱা একে কথা নহয়। কাৰণ কেন্দ্ৰীয় চৰকাৰ থাকে এক ঢুকি নোপোৱা দূৰত্বত। গতিকে সমালোচনা কৰিলে বিশেষ তেনে ভয়ৰ কাৰণ নাথাকে। কিন্তু ৰাতি পুৱালেই মুখ দেখা-দেখি হোৱা স্থানীয় কৰ্তৃপক্ষক সমালোচনা কৰাৰ ক্ষেত্ৰত পাৰ্য্যমানে নৰমপন্থা অৱলম্বন কৰা ভাল। কাৰণ এই সকলক জোকাই লৈ নিজৰ ব্যক্তিগত ক্ষেত্ৰত লোকচান ভৰা মানুহ এছলেকছেন নহয়। গতিকে পোনতে ডাক্তৰৰ পক্ষে উঠিপৰি লগা'ৰ ভাও জুৰি পিছ মুহূৰ্ত্ততে পিটাৰৰ কথাত বিপদৰ আগজাননী দেখি লগে লগে সিপক্ষত অৱস্থান কৰিছেগৈ। দুতলীয়া মানুহবোৰ সাধাৰণতে খাই পাত ফলা বিধৰ হয়। এছলেকছেন ইয়াৰ ব্যতিক্ৰম নহয়। ক'ৰণ যিখন ঘৰত এদিন মাছে-মঙহে দগৰি খাইছিল, সেই ডাঃ ষ্টকমেনৰ ঘৰখন আৰু ঘৰখনৰ মানুহ সম্পৰ্কে দুদিন পিছতে কু-মন্তব্য আগবঢ়াবলৈ এছলেকছেনৰ বিবেকে ক'তো খুন্দা খোৱা নাই। ইবছেনে এছলেকছনৰ চৰিত্ৰৰ জৰিয়তে দেখুৱাইছে যে এই শ্ৰেণীৰ মানুহ চিৰদিন প্ৰত্যেক সমাজতে হেঙাৰ স্বৰূপ হৈ থাকে।

এছলেকছেনৰ চৰিত্ৰৰ উপৰিও মৰ্টেন কিল নামৰ চামৰাৰ ব্যৱসায়ীজন ডাঃ ষ্টকমেনৰ শহুৰেক। তেওঁ এজন ধনকুবেৰ। বিলিঙ্‌ নামৰ অতি দুৰ্বল চৰিত্ৰৰ লগতে ষ্টকমেন দম্পতীৰ পুত্ৰদ্বয় মৰ্টেন আৰু এজলিকে মাজে-মাজে হাঁহিৰ

খোৰাক যোগাই নাটকীয় পৰিবেশত সজীৱতা দান কৰিছে। ৰাজহুৱা সভাৰ দৃশ্যত নাগৰিক, মদপী জনকে আদি কৰি আন কেইটামান গৌণ চৰিত্ৰৰ সমাবেশ ঘটিছে।

## সংলাপ

সংলাপ হ'ল নাটকৰ এক অন্যতম উপাদান। কাৰণ কেৱল সংলাপৰ গুণতহে চৰিত্ৰ একোটা বিকশিত হৈ উঠে। নাটকীয় কাৰ্য্য অথবা সংঘাতৰ প্ৰধান সহায়ক হ'ল সংলাপ। বিশেষকৈ অন্তৰ্দ্বন্দ্বৰ পৰিমাণ অধিক থকা নাটক সমূহত সংলাপে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। চৰিত্ৰ সমূহৰ কথোপকথনৰ জৰিয়তে নাট্যকাৰে নাটকীয় আখ্যানৰ বিকাশ ঘটাবলৈ সুযোগ লাভ কৰে। কিন্তু এখন নাটক যিমানেই বাস্তৱধৰ্মী নহওক, ইয়াত ব্যৱহৃত সংলাপ কেতিয়াও দৈনন্দিন জীৱনত ব্যৱহৃত কথাবতৰা হ'ব নোৱাৰে। নাটকীয় সংলাপ হ'ব লাগিব মাৰ্জিত আৰু ৰুচিসম্পন্ন। তদুপৰি নিমজ আৰু সাৱলীল শব্দ সংযোজনাইও নাটকীয় সংলাপক বলিষ্ঠ ৰূপদান কৰাত যথেষ্ট অৰিহণা যোগায়।

পৌৰাণিক অথবা বুৰঞ্জীমূলক নাটকত ছন্দবদ্ধ সংলাপ ব্যৱহাৰ কৰিলেও আধুনিক নাটকত বিশুদ্ধ গদ্য সংলাপহে ব্যৱহাৰ কৰা হয়। পৌৰাণিক নাটকত কাব্যিক সংলাপ ব্যৱহাৰ কৰাৰ গুৰি কাৰণ হ'ল যে এই শ্ৰেণীৰ নাটকত এনে এখন জগতৰ কথা উপস্থাপন কৰা হৈছিল, যিখন জগত মানুহৰ প্ৰাত্যহিক ব্যৱহাৰিক জগতখনৰ পৰা বহু আঁতৰত। কিন্তু আধুনিক সমস্যামূলক নাটকত মানৱ জীৱনৰ স্বাভাৱিক দৈনন্দিন সমস্যাবোৰহে বৌদ্ধিক উপস্থাপন কৰা হয়। সেয়ে এই শ্ৰেণীৰ নাটকত গদ্য সংলাপ ব্যৱহাৰ কৰা হয়। হয়তো বিভিন্ন ধৰণৰ সমস্যাৰ হেঁচাত পৰি আধুনিক মানৱ জীৱনৰ পৰা কবিতাৰ ছন্দোময়তা হেৰাই গৈছে। সেয়ে ইবছেনকে আদি কৰি আধুনিক নাট্যকাৰ সকলে পুৰণি নাট্য-ৰীতিৰ পৰা ফালৰি কাটি আহি নিজস্ব ৰীতিৰে নাটক ৰচনাত হাত দিছিল। গতিকে পূৰ্বৰ নাটকত প্ৰয়োগ কৰা স্বগতোক্তি, কাষৰীয়া উক্তি, নেপথ্যবাণী আদি আধুনিক নাটকত পোৱা নাযায়। আধুনিক নাট্যকাৰ সকলৰ মতে এই ধৰণৰ ৰীতিবোৰ সম্পূৰ্ণৰূপে অনাটকীয়। সেয়ে প্ৰত্যক্ষ কথোপকথন আধুনিক নাটকৰ এক অন্যতম বৈশিষ্ট্য। বাস্তৱবাদী নাটক অথবা আদৰ্শবাদৰ নাটকত ইয়াৰ গুৰুত্ব অতি বেছি।

ওপৰোক্ত মূল কথাখিনিৰ পটভূমিতহে আমি ইবছেনৰ নাটকৰ সংলাপৰ

কথা আলোচনা কৰিব লাগিব। আন ঠাইত ইবছেনৰ নাট্যশৈলীৰ আলোচনা প্ৰসংগত কোৱা হৈছে যে পুৰণি নাট্যৰীতিৰ পৰা আঁতৰি আহি ইবছেনে সম্পূৰ্ণ নিজস্ব এক নাট্যৰীতিৰ উদ্ভাৱন কৰি ইয়াৰ সাৰ্থক প্ৰয়োগত সফলতা লাভ কৰিছিল। এই ক্ষেত্ৰত ইবছেনে তেওঁৰ পৰৱৰ্তী নাটকবোৰত প্ৰয়োগ কৰা বিশুদ্ধ গদ্য সংলাপৰ কথা বিশেষভাবে উল্লেখনীয়। প্ৰথম অৱস্থাত কাব্য-নাট ৰচনাত হাত দিলেও পিছলৈ ইবছেনে তেওঁৰ নাটকত গদ্য সংলাপহে ব্যৱহাৰ কৰিছিল। বিশুদ্ধ গদ্য সংলাপ প্ৰয়োগত ইবছেনৰ অতুলনীয় দক্ষতা অনস্বীকাৰ্য্য। 'এনিমি'ও ইয়াৰ ব্যতিক্ৰম নহয়। 'দি লিগ অৱ ইউথ' (১৮৬৯) আৰু 'পিলাৰ্ছ অৱ চোচাইটি' (১৮৭৭) আদি নাটকৰ গদ্য সংলাপৰ দৰে 'এনিমি'ৰ গদ্য সংলাপৰ বলিষ্ঠতাও চকুত পৰা বিধৰ।

ইবছেনৰ নাটকৰ সংলাপক গতিশীল সংলাপ বুলি কোৱা হৈছে। কাৰণ স্বচ্ছ আৰু শক্তিশালী সংলাপৰ মাধ্যমেৰে এক অপূৰ্ব কৌশল প্ৰয়োগ কৰি তেওঁ নাটকীয় কাৰ্য্যক গতিশীল কৰি তোলে। সেয়ে সংলাপ ইবছেনৰ নাটকৰ এক অন্যতম প্ৰধান আকৰ্ষণ। চমু আৰু পোনপটীয়া এই সংলাপৰ মূল বৈশিষ্ট্য হ'ল সংক্ষিপ্ততা। 'এনিমি'তো এই বৈশিষ্ট্য বৰ্তমান। কিন্তু সামাজিক সমস্যামূলক নাটকত সচৰাচৰ হোৱাৰ দৰে আলোচনামূলক সংলাপবোৰ স্বাভাৱিকতে দীঘলীয়া হবলৈ বাধ্য। তথাপিতো সাৱলীলতা এইবোৰত পূৰ্ণমাত্ৰাই আছে। বৌদ্ধিক ভাবধাৰাৰে পুষ্ট হোৱা হেতুকে সাধাৰণ দৰ্শক পাঠকৰ কাৰণে এইবোৰ অনুধাৱন কৰোতে মাজে সময়ে কষ্টসাধ্য হৈ পৰে। এই ক্ষেত্ৰত ডাঃ ষ্টকমেনৰ সংলাপৰ উপৰি হফ্‌ষ্টাদৰ সৈতে প্ৰথম অৱস্থাত হোৱা তেওঁৰ কথোপকথনলৈ আঙুলিয়াব পাৰি। কিন্তু ইয়াৰ বিপৰীতে ঘৰুৱা পৰিবেশত ব্যৱহৃত সংলাপবোৰ অতি সহজ সৰল আৰু চিনাকি। এই সংলাপবোৰ সাধাৰণ দৰ্শক-পাঠক সকলেও অনুধাৱন কৰাত বিশেষ অসুবিধা নাপায়।

ইবছেনৰ নাটকৰ সংলাপৰ আন এক বৈশিষ্ট্য হ'ল এইবোৰৰ ওজস্বীতা। ওজস্বী ভাষাৰ সংলাপ সাৱলীল ৰূপত সফলভাবে প্ৰয়োগ কৰিব পৰাটো সঁচাকৈয়ে এক দুৰূহ কাম। কিন্তু এই দিশতো ইবছেনৰ সফলতাৰ কথা স্বীকাৰ কৰিবই লাগিব। তত্বগত দুৰূহ কথাও উপযুক্ত শব্দ-চয়নৰ দ্বাৰা প্ৰকাশ কৰা কাৰণে সহজ বোধগম্য হৈ পৰিছে। তদুপৰি বাস্তৱধৰ্মী হোৱা স্বত্বেও আৰু তথাকথিত তলখাপৰ চৰিত্ৰ থকা স্বত্বেও চৰিত্ৰ সমূহে কেতিয়াও শালীনতাৰ সীমা অতিক্ৰম কৰি যোৱা নাই। এই শ্ৰেণীৰ চৰিত্ৰসমূহে ব্যৱহাৰ কৰা সংলাপো

মাৰ্জিত আৰু ৰুচিসম্পন্ন। আনহাতে এই চৰিত্ৰসমূহৰ সংলাপে কিছু পৰিমাণে হ'লেও হাঁহিৰ খোৰাক যোগাই দৰ্শক-পাঠকৰ ভাৰাক্ৰান্ত মগজুক কিছু সময়ৰ কাৰণে সকাহ দিয়ে।

সামৰণিত ক'ব পাৰি যে নাটকখনৰ সামগ্ৰিক পৰিবেশৰ আঁৰত অনবৰতে এক বৌদ্ধিক ভাবাদৰ্শইহে ক্ৰিয়া কৰিছে। গতিকে কম বেছি পৰিমাণে সংলাপসমূহ বুদ্ধিদীপ্ত, বলিষ্ঠ আৰু প্ৰভাৱশালী। সেইবুলি 'এনিমি'ৰ সংলাপক কেতবোৰ বৌদ্ধিক শব্দৰ সমাহাৰ মাথোন বুলি ক'ব নোৱাৰি। আনহাতে নাটকীয় কাৰ্য্যৰ প্ৰয়োজনানুৰে এই সংলাপ ব্যংগ আৰু হাস্যৰস মিশ্ৰিত। মুঠতে চৰিত্ৰ, কাৰ্য্য আৰু পৰিবেশ অনুযায়ী সংলাপৰ যথাৰ্থ প্ৰয়োগে 'এনিমি'ক এক সজীৱতা দান কৰিছে। এই সজীৱতা কেৱল বৌদ্ধিক কচৰৎৰ পৰাই উৎপন্ন হ'ব নোৱাৰে নিশ্চয়। সেয়ে সংলাপৰ যথাৰ্থ প্ৰয়োগ ইবছেনৰ নাটকৰ এক অন্যতম প্ৰধান বৈশিষ্ট্য হৈ ৰ'ব।

# এন এনিমি অৱ দি পিপল

মূল :— হেনৰিক ইবছেন

অনুবাদ :— অমৰেন্দ্ৰ কলিতা

## নাটকীয় চৰিত্ৰ সমূহ

ডাঃ টমাছ ষ্টকমেন :—পৌৰ সভাৰ ৰাজহুৱা স্নানাগাৰৰ চিকিৎসা বিষয়া।

শ্ৰীমতী ষ্টকমেন :— ডাঃ ষ্টকমেনৰ স্ত্ৰী।

পেট্ৰা :— ষ্টকমেন দম্পতিৰ জীয়ৰী। স্কুল শিক্ষয়ত্ৰী।

এজলিফ, মৰ্টেন :—ষ্টকমেন দম্পাতিৰ পুত্ৰদ্বয়। বয়স ক্ৰমে তেৰ আৰু দহবছৰ।

পিটাৰ ষ্টকমেন :— ডাঃ ষ্টকমেনৰ জ্যেষ্ঠ ভাতৃ। নগৰ খনৰ মেয়ৰ, ৰাজহুৱা স্নানাগাৰ পৰিচালনা সমিতিৰ অধ্যক্ষ ইত্যাদি ইত্যাদি।

মৰ্টেন কিল :— এজন চামৰাৰ ব্যৱসায়ী। শ্ৰীমতী ষ্টকমেনৰ তোলনীয়া বাপেক।

হফষ্টাদ :— "গণদূত" কাকতৰ সম্পাদক।

বিলিঙ :— কাকত খনৰ উপসম্পাদক।

এছলেকছেন :— এজন মুদ্ৰক।

হৰ্ষ্টাৰ :— জাহাজৰ কেপ্তেইন।

এখন ৰাজহুৱা সভাৰ শ্ৰোতা-দৰ্শক হিচাপে বিভিন্ন অৱস্থা আৰু পেশাৰ কেইগৰাকীমান পুৰুষ-মহিলা আৰু এদল স্কুলীয়া ল'ৰা।

নাটক খনৰ কাহিনী ভাগ দক্ষিণ নৰৱেৰ এখন উপকূলীয় নগৰত অনুষ্ঠিত হৈছে।

# প্ৰথম অংক

ডা: ইকমেনৰ চ'ৰাঘৰ। সময় সন্ধিয়া। কোঠাটো সাধাৰণ ভাবে কিন্তু পৰিপাটীকৈ সজোৱা। সোঁফালৰ বেৰত দুখন দুৱাৰ। ওপৰৰ দুৱাৰখন হলঘৰৰ লগত আৰু তলৰ দুৱাৰখন ডাক্তৰৰ পঢ়া কোঠাৰ লগত সংযুক্ত। হলঘৰলৈ যোৱা দুৱাৰখনৰ ঠিক বিপৰীতে বাওঁফালৰ বেৰত থকা দুৱাৰখনেৰে পৰিয়ালৰ আন সদস্যবৰ্গ থকা কোঠাবোৰলৈ যাব পাৰি। বেৰখনৰ ঠিক সোঁ-মাজতে এটা ষ্টোভ আৰু তাৰ কিছু আগত আয়না লগোৱা এখন চোফা। চোফাৰ সম্মুখত এখন ডিম্বাকৃতিৰ মেজ। মেজৰ ওপৰত আৱৰণ থকা লেম্প এটা জ্বলি আছে। কোঠাৰ পিছপিনেৰে পোনে পোনে খোৱা কোঠালৈ যাব পাৰি। বিলিঙে খোৱা মেজত আহাৰ খাই আছে। মেজৰ ওপৰত এটা লেম্প জ্বলি আছে। বিলিঙৰ থুতুৰিৰ তলতে ডিঙিত এখন নেপকিন। শ্ৰীমতী ইকমেনে তেওঁৰ কাষত থিয় হৈ এখন ডাঙৰ প্লেটত মঙহ দিব ধৰিছে। কিছুপৰ আগতে কেবাজনো মানুহে খাই উঠি যোৱাৰ পিছত বিশৃংখল হৈ থকা মেজখনৰ কাষৰ আন আসনবোৰ খালী হৈ আছে।

শ্ৰীমতী ইকমেন ॥ মি: বিলিঙ, আপোনাৰ অহাত এঘন্টা মান পলম হোৱা কাৰণেই আপুনি ঠাণ্ডা আহাৰ খায়েই সন্তুষ্ট হ'ব লগীয়া হ'ল।

মি: বিলিঙ ॥ কোনো কথা নাই। ঠাণ্ডা হ'লেও আপোনাৰ ৰন্ধন অতি সু-স্বাদু—সঁচাকৈয়ে অতি চমৎকাৰ হৈছে।

শ্ৰীমতী ইকমেন ॥ আচলতে ইকমেন এই ক্ষেত্ৰত অৰ্থাৎ সঠিক সময়ত আহাৰ গ্ৰহণ কৰা বিষয়ত খুব সচেতন, জানে মি: বিলিঙ।

মি: বিলিঙ ॥ ঠিকেই, মোৰ একো অসুবিধা হোৱা নাই। আচলতে কি জানে, মই বৰং আনৰ পৰা কোনো ধৰণৰ আমনি নোপোৱাকৈ অকলশৰীয়াকৈ বহি খাইহে অধিক তৃপ্তি পাওঁ।

শ্ৰীমতী ইকমেন ॥ ভাল বাৰু, আপুনি লাহে লাহে খাওক। মই বৰং তেতিয়ালৈ ......। (হলঘৰৰ দুৱাৰখনৰ ফালে ঘূৰি শুনে) হয়তো মি: হফ্‌ষ্টাদো আহি পালে।

মি: বিলিঙ ॥ তেওঁৱেই হ'ব লাগে।

(পিটাৰ ইকমেন সোমাই আহে। অ'ভাৰকোট আৰু বিভাগীয় টুপী পৰিহিত পিটাৰৰ হাতত এডাল সৰু লাঠি।)

পিটাৰ ॥ শুভসন্ধ্যা, কেথেৰিন।

শ্ৰীমতী ষ্টকমেন ( আগবাঢ়ি আহি ) ॥ অ', শুভসন্ধ্যা, আপুনিহে ! আমাৰ ইয়ালৈ আহি বৰ ভাল কৰিছে ।

পিটাৰ ॥ এই পিনেৰে গৈ আছিলো । ভাবিলো পাক এটা মাৰি যাওঁ— ( খোৱা কোঠাৰ পিনে চাই ) কিন্তু দেখিছো তোমাৰ আলহী আছেই......।

শ্ৰীমতী ষ্টকমেন ( অপ্ৰস্তুত হৈ ) ॥ নাই, নাই.... তেওঁ এনেয়ে এই পিনে আহোঁতে সোমাল আৰু । ( ততাতৈয়াকৈ ) ভিতৰলৈ সোমাই আহি আপুনিও কিবা অলপ খাওক হি !

পিটাৰ ॥ মই ? ধন্যবাদ, মোৰ কাৰণে একো নালাগে । সাধাৰণতে ৰাতি মই গুৰুপাকী আহাৰ নাখাওঁ—মোৰ হজম শক্তিৰ কথা জানাই দেখোন !

শ্ৰীমতী ষ্টকমেন ॥ জানো, তথাপি কিবা অলপ ?

পিটাৰ ॥ নাই, নাই, নালাগে । বহুত ধন্যবাদ। ৰাতি মোৰ চাহ, কটী আৰু মাখনেৰেই চলি যায় । সেয়াহ অধিক স্বাস্থ্যসম্মত। তদুপৰি খৰচো কম হয় ।

শ্ৰীমতী ষ্টকমেন ( হাঁহি ) ॥ সেইবুলি টমাছ আৰু মোক খৰছী বুলি নাভাবিব আকৌ !

পিটাৰ ॥ তোমাক তেনেকৈ নাভাবো, মৰমৰ বোৱাৰী । মই কেতিয়াও তোমাক সেইদৰে নাভাবো । ( ষ্টকমেনৰ পঢ়া কোঠাৰ কালে আঙুলিয়াই ) সি আছেনে ?

শ্ৰীমতী ষ্টকমেন ॥ নাই, খাই বৈ উঠি ল'ৰা দুটাক লৈ এনেয়ে অকণমান ওলাই গৈছে ।

পিটাৰ ॥ এনেদৰে ওলাই যোৱাটো ভাল কথা জানো ? ( কাণ পাতে ) বোধহয় সিহঁত আহিল ।

শ্ৰীমতী ষ্টকমেন ॥ তেওঁলোক নহবও পাৰে । ( দুৱাৰত টুকুৰিওৱাৰ শব্দ ) সোমাই আহক । ( হলঘৰৰ পিনৰ পৰা হফষ্টাদ সোমাই আহে ) অ', মিঃ হফষ্টাদ, আপুনিহে !

হফষ্টাদ ॥ অনুগ্ৰহ কৰি ক্ষমা কৰিব । আচলতে ছপাশালৰ কৰ্মীজনৰ লগত লাগি থাকোতে মোৰ অলপ পলম হৈ গ'ল । শুভসন্ধ্যা, মিঃ মেয়ৰ ।

পিটাৰ ॥ ( কিছু কঢ়তাৰে অভিবাদন জনাই ) শুভসন্ধ্যা ! আপুনি ইয়ালৈ নিশ্চয় কিবা কামত আহিছে ?

হফষ্টাদ ॥ হয়তে কথাটো তেনেকুৱাই ! আমাৰ খবৰৰ কাগজ খনৰ কাৰণে

কিবা এটা প্ৰবন্ধ সন্দৰ্ভত....।

পিটাৰ ॥ তেনেকুৱা কিবা হ'ব বুলিয়েই মযো ভাবিছিলো। সম্প্ৰতি "গণদূত"ৰ কাৰণে লি যথেষ্ট লেখা-মেলা কৰা বুলি শুনিছো।

হফষ্টাদ ॥ হয়, সম্প্ৰতি তেখেতে আমাৰ কাগজত লিখি আছে। বিশেষকৈ তেখেতৰ মনলৈ কিবা নতুন চিন্তা বা ধাৰণা আহিলে, আমাৰ কাগজত লিখি প্ৰকাশ কৰেই।

শ্ৰীমতী ষ্টকমেন ॥ ( হফষ্টাদৰ প্ৰতি থোৱা মেজৰ পিনে আঙুলিয়াই ) কিন্তু আপুনি কিবা অলপ.... ?

পিটাৰ ॥ নিশ্চয়, নিশ্চয়। এজন লেখক হিচাপে নিজৰ ধাৰণা তথা দৃষ্টিভংগীৰ লগত মিল থকা পাঠক বৰ্গৰ সৈতে মানসিক সংযোগ স্থাপন কৰাটো কোনো দোষণীয় কথা নহয়। তাৰোপৰি, মিঃ হফষ্টাদ , আপোনাৰ কাকতৰ প্ৰতি ব্যক্তিগত ভাবে মোৰ কোনো ধৰণৰ বেয়া মনোভাব নাই।

হফষ্টাদ ॥ আপোনাৰ সৈতে মই সম্পূৰ্ণৰূপে একমত ।

পিটাৰ ॥ আমাৰ চহৰখনত নিশ্চিত ভাবেই এটা পাৰম্পৰিক সহনশীলতাৰ মনোভাব আটাইৰে আছে। আমাৰ চহৰৰ নাগৰিক সকলৰ এই সহযোগিতাৰ দৃষ্টিভংগী সঁচাকৈয়ে প্ৰশংসনীয় আৰু মেয়ৰ হিচাপে এই কথাত মই অতিশয় আনন্দিত। দৰাচলতে আমাৰ সৎ চিন্তাবান নাগৰিক বৃন্দৰ নিজকে ঐক্যবদ্ধ কৰি ৰথাৰ উমৈহতীয়া প্ৰচেষ্টাৰ পৰাই এই মনোভাবৰ উন্মেষ ঘটিছে। প্ৰতিজন নাগৰিকৰ মনতে সৰ্বাধিক গুৰুত্ব লাভ কৰা উমৈহতীয়া চিন্তা হ'ল....।

হফষ্টাদ ॥ চহৰৰ ৰাজহুৱা স্নানাগাৰবোৰ সম্পৰ্কে, নহয় জানো ?

পিটাৰ ॥ ঠিক, সেয়াই। আমাৰ সুন্দৰ, নতুন ৰাজহুৱা স্নানাগাৰবোৰ । আপুনি মোৰ কথা মনত ৰাখিব, মিঃ হফষ্টাদ , এই স্নানাগাৰবোৰ আমাৰ পৌৰ-জীৱনৰ কেন্দ্ৰ স্বৰূপ হৈ পৰিব। এই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই।

শ্ৰীমতী ষ্টকমেন ॥ টমাছেও ঠিক তাকেই কয় ।

পিটাৰ ॥ যোৱা দুবছৰমানৰ পৰা ঠাইখনৰ কেনেদৰে উন্নতি হৈ আহিছে, ভাবি চোৱাছোন! অহৰহ কেৱল পইচাৰ সোঁত বব লাগিছে। তদুপৰি চহৰখনত জীৱন আৰু ব্যৱসায় দুয়োটাই গা-কৰি উঠিছে। ঘৰ-দুৱাৰ আৰু মাটি-বাৰীৰ দাম দিনক দিনে বাঢ়িব লাগিছে।

হফষ্টাদ ॥ আনহাতে নিবনুৱা সমস্যা কমিব ধৰিছে।

পিটাৰ ॥ এৰা, সেয়াও এক উল্লেখযোগ্য কথা। দুখীয়া মানুহৰ আৰ্থিক বোজা

কমি যোৱাৰ লগে লগে সম্পত্তিশালী শ্ৰেণীটোৰেও স্বস্তিৰ নিশ্বাস পেলাইছে। ইতিমধ্যে গৃহকৰৰ হাৰ কমাই দিয়া হৈছে। আৰু এই গ্ৰীষ্মকালত যদি অধিক সংখ্যক পৰ্য্যটনকাৰী আৰু আমি এটা ভাল "বতৰ" পাওঁ— যথেষ্ট পৰিমাণে পংগুলোক আহি স্নানাগাৰবোৰৰ সুনাম গাবলৈ আৰম্ভ কৰিলে - - -।

হফষ্টাদ ॥ এইবাৰ ইয়াৰ যথেষ্ট সম্ভাৱনা আছে বুলি মই শুনিছো।

পিটাৰ ॥ হওতে অৱশ্যে প্ৰচুৰ সম্ভাৱনা দেখা গৈছে। থকাঘৰ আদিৰ বিষয়ে অনুসন্ধানমূলক যথেষ্ট চিঠি-পত্ৰ নিতৌ আমালৈ আহিবলৈ আৰম্ভ কৰিছেই।

হফষ্টাদ ॥ তেতিয়াহ'লে ডাক্তৰৰ প্ৰবন্ধটো যথেষ্ট সময়োপযোগী হ'ব।

পিটাৰ ॥ তেনেহলে টমাছে আকৌ লেখা-মিলা আৰম্ভ কৰিছে?

হফষ্টাদ ॥ আচলতে এই প্ৰবন্ধটো তেখেতে যোৱাবেলি শীতকালতে লিখিছিল। প্ৰবন্ধটোত তেখেতে অতি স্বাস্থ্যপ্ৰদ বুলি বিশেষভাবে উল্লেখ কৰি স্নানাগাৰ সমূহক অনুমোদন জনাইছে। কিন্তু মইহে প্ৰকাশ নকৰি সাময়িক ভাবে ৰাখি থৈছিলো।

পিটাৰ ॥ অ', কেলেই বাৰু? কিবা অসুবিধা হৈছে নিশ্চয়?

হফষ্টাদ ॥ নাই, নাই, সমুলি নাই হোৱা। মই ভাবিছিলো যে বসন্ত কাললৈ অপেক্ষা কৰাহে অধিক সমীচীন হ'ব। কিয়নো এই সময়তহে মানুহে সাধাৰণতে তেওঁলোকৰ গ্ৰীষ্মভ্ৰমণৰ বিষয়ে গুণা-গঁথা কৰে।

পিটাৰ ॥ ঠিক কথা, আপুনি সম্পূৰ্ণ সঁচা কথাকেই কৈছে, মিঃ হফষ্টাদ।

শ্ৰীমতী ষ্টকমেন ॥ স্নানাগাৰবোৰ সন্দৰ্ভত টমাছে তেওঁৰ কামত সামান্যতমো গাফিলতি নকৰে।

পিটাৰ ॥ সেয়াই স্বাভাৱিক। টমাছ হ'ল এই স্নানাগাৰবোৰৰ স্বাস্থ্য বিষয়া।

হফষ্টাদ ॥ তদুপৰি স্নানাগাৰবোৰ সম্পৰ্কে প্ৰথম ধাৰণাটো টমাছৰেই আছিল।

পিটাৰ ॥ টমাছৰ ধাৰণা? হয়নে? অৱশ্যে কিছুসংখ্যক মানুহে কথাটো তেনেকৈ ভাবে বুলি মই জানো। কিন্তু মই ভাবো এই প্ৰকল্পটোৰ পৰিকল্পনা সন্দৰ্ভত এই নিঃকিনৰো এক ক্ষুদ্ৰ অৱদান নিশ্চয় আছে।

শ্ৰীমতী ষ্টকমেন ॥ টমাছেটো সেই কথা সদায় কয়।

হফষ্টাদ ॥ অৱশ্যে সেয়া অনস্বীকাৰ্য্য। আমি আটায়ে জানো যে প্ৰকল্পটোৰ প্ৰায়োগিক দিশত আপোনাৰ যথেষ্ট অৱদান আছে। মূঠতে সমগ্ৰ প্ৰকল্পটো আপুনিহে সম্ভৱ কৰি তুলিছিল। মই কেৱল ক'ব খুজিছিলো যে ধাৰণাটো পোনপ্ৰথমে টমাছৰ মগজুতহে খেলাইছিল।

পিটাৰ ॥ কি ক'লে, ধাৰণা ? এৰা, দুৰ্ভাগ্যক্ৰমে মোৰ ভাইৰ মস্তিষ্কত প্ৰচুৰ ধাৰণাই সেই সময়ত উথল-মাথল লগাইছিল। কিন্তু যি কোনো তত্বগত কথা-কেই বাস্তৱত ৰূপায়িত কৰিবলৈ হ'লে আপোনাৰ বেলেগ ধৰণৰ মানুহৰ প্ৰয়োজন, মিঃ হফষ্টাদ। আৰু মই নিশ্চিত যে এই পৰিয়ালৰ মানুহেই পোনতে····

শ্ৰীমতী ষ্টকমেন ॥ আঃ পিটাৰ····।

হফষ্টাদ ॥ সেয়া আপুনি কেনেকৈ ভাবিব পাৰে ?

শ্ৰীমতী ষ্টকমেন ॥ মিঃ হফষ্টাদ, আপুনি ভিতৰলৈ গৈ কিবা অলপ নাখায় জানো ? টমাছ আহি পায়হিহে লাগে।

হফষ্টাদ ॥ ধন্যবাদ। কিবা অলপ হ'লেই হ'ব। ( খোৱা কোঠালৈ সোমাই যায় )

পিটাৰ ( নিম্নস্বৰত ) ॥ আচৰিত ! এই খেতিয়কৰ ঘৰৰ পৰা অহা ল'ৰাবোৰৰ কাহানিও কোনো কায়দা-কৌশলৰ অভাৱ নহয়।

শ্ৰীমতী ষ্টকমেন ॥ এই কথাটোকে লৈ বাৰু অস্থিৰ হ'ব লাগিছে কেলেই ? সহো-দৰ হিচাপে টমাছ আৰু আপুনি দুয়োজনে এই সন্মানৰ সমান অংশীদাৰ হ'ব নোৱাৰে জানো ?

পিটাৰ ॥ মইতো তেনেকৈয়ে ভাবো। কিন্তু কিছুমান মানুহে হয়তো কেৱল এক অংশ লৈয়েই সন্তুষ্ট হব নোৱাৰে।

শ্ৰীমতী ষ্টকমেন ॥ কি বাজে কথা ! এনেয়েতো আপোনাৰ আৰু টমাছৰ মাজত বৰ মিল ! ( শুনি ) সেয়া, বোধহয় তেওঁ আহিলেই।

( বাহিৰলৈ গৈ হলঘৰৰ পিনৰ দুৱাৰখন খুলি দিয়ে )

ডাঃ ষ্টকমেন ( হাঁহি হাঁহি বাহিৰতে কাৰোবাক কিবা কৈ ) ॥ এই চোঁৱা, কেথে-ৰিন, এয়া তোমাৰ আৰু এজন আলহী লৈ আহিছো। ভাল লগা কথা নহয়নে ? কেপ্তেইন হৰ্ষ্টাৰ, সোমাই আহক। আপোনাৰ কোটটো অনুগ্ৰহ কৰি এই হাকোঁটাডালতে ওলমাই থওক। অ', আপুনি আকৌ অভাৰকোট নিপিন্ধেই। কেথেৰিন, চোৱা, মই এখেতক ৰাস্তাতে লগ পাই গ'লো আৰু কিবাকৈ বুজাই বঢাইহে লৈ আহিব পাৰিছো। আহিবই নোখোজে।

( কেপ্তেইন হৰ্ষ্টাৰ সোমাই আহি শ্ৰীমতী ষ্টকমেনক অভিবাদন জনায়। তেওঁৰ পিছে পিছে ডাঃ ষ্টকমেনৰ ল'ৰাহাল, ) আহ, মোৰ বোপাইত, তইঁতো সোমাই আহ। ইইঁতৰ মৰ ভোকটো আকৌ লাগিলেই যেন পাইছো ! কেপ্তেইন হৰ্ষ্টাৰ, আহক। অন্ততঃ মঙহ এটুকুৰা হ'লেও আপুনি খাবই লাগিব।

( কেপ্তেইন হৰ্ষ্টাৰক খোৱা কোঠাৰ ফালে প্ৰায় জোৰকৈ ঠেলি দিয়ে। পিছে

পিছে মর্টেন আৰু এজলিঙ্ সোমাই যায়। )

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু টমাছ, তুমি দেখা নাই জানো ?

ডাঃ ষ্টকমেন ( দুৱাৰ মুখৰ পিনে ঘূৰি ) ॥ অ', পিটাৰনে ? ( কৰমৰ্দন কৰি ) সঁচাকৈয়ে ই অতি আনন্দৰ কথা।

পিটাৰ ॥ কিন্তু মই এতিয়াই উভটি যাব লাগিব।

ডাঃ ষ্টকমেন ॥ বাদ দিয়া, এয়া অলপ পিছতে কেথেৰিনে টোডী[1] লৈ আহিব। কেথেৰিন, আজি টোডী বনোৱাৰ কথা পাহৰি গ'লা নেকি ?

শ্ৰীমতী ষ্টকমেন ॥ নিশ্চয় নাই পাহৰা। পানী উতলিয়েই আছে।

( খোৱা কোঠালৈ সোমাই যায়। )

পিটাৰ ॥ টোডীও !

ডাঃ ষ্টকমেন ॥ নিশ্চয়, তুমিও বহা আৰু আমি আটায়ে আনন্দেৰে লগে-ভাগে থাওঁহক।

পিটাৰ ॥ ধন্যবাদ, সন্ধিয়া সময়ত মই কেতিয়াও পানীয় সেৱন কৰাৰ কথা নাভাবো।

ডাঃ ষ্টকমেন ॥ কিন্তু এতিয়া সন্ধিয়া সময় নহয় - - - -।

পিটাৰ ॥ মই ভাবো - - -। ( খোৱা কোঠাৰ পিনে চাই ) সিহঁতে খাৰু ইমান কেনেকৈ খাব পাৰে ?

ডাঃ ষ্টকমেন ( হাত মোহাৰি মোহাৰি ) ॥ সঁচাকৈয়ে ল'ৰা-ছোৱালীহঁতক এনেকৈ খাই থকা দেখিলে খুব ভাল লাগে। জানা, আমাতকৈ সিহঁতৰ সোনকালে ভোক লাগে। সেয়াই স্বাভাৱিক। যিমান পাৰে সিমান খাব লাগে — কাৰণ সিহঁতে যথেষ্ট শক্তি সংগ্ৰহ কৰা প্ৰয়োজন। অশুভ শক্তি সমূহৰ বিৰুদ্ধে যুঁজ দি সিহঁতেই দেশৰ ভৱিষ্যত গঢ়িব লাগিব।

পিটাৰ ॥ তই কোৱাৰ দৰে সিহঁতে বাৰু আমাৰ ইয়াত যুঁজিবলৈ কি পাব ?

ডাঃ ষ্টকমেন ॥ সময় আহিলে সেইকথা সিহঁতকহে সুধিব লাগিব। কাৰণ এতিয়াই আমি তাৰ উমান নাপাবও পাৰো। আমাৰ দৰে বয়স ভাটী দিয়া লোকে - -।

পিটাৰ ॥ এৰা, এৰা। কিন্তু এয়া সিমান স্বাভাৱিক কথা নহয় বুলিয়েই মই ভাবো - - -।

ডাঃ ষ্টকমেন ॥ কিন্তু তুমি মোৰ কথাষাৰ সম্পূৰ্ণৰূপে আক্ষৰিক অৰ্থত নোলোৱাই

---

১ স্পিৰিট, চেনী আৰু গৰম পানী মিহলাই তৈয়াৰ কৰা এবিধ মদ।

ভাল। সদায়তে মই আন্তৰিকভাবে সুখী আৰু সন্তুষ্ট। নতুনকৈ অংকুৰিত আৰু লাহে লাহে বৰ্ধিত হ'বলৈ ধৰা জীৱন এটাৰ মাজত নিজকে পোৱাটো সঁচাকৈয়ে এক বিৰল সৌভাগ্যৰ কথা। এই সময় কিমান মধুৰ! এয়া যেন কাৰোবাৰ কাৰণে নতুন জগত এথনবহে সৃষ্টি কৰা হৈছে!

পিটাৰ ॥ তই সঁচাই সেইবুলি ভাবনে?

ডা: ষ্টকমেন ॥ হয়। অৱশ্যে স্বাভাৱিকতে তুমি মোৰ দৰে সেয়া অনুভৱ নকৰিবও পাৰা। গোটেই জীৱনটো এই একে ধৰণৰ পৰিৱেশৰ মাজত থাকি থাকি তোমাৰ আবেগ-অনুভূতিও ভোটা হৈ পৰিছে। কিন্তু মোৰ ক্ষেত্ৰত কথাটো অলপ সুকীয়া। মই আজি ইমান দিনে উত্তৰ নৰৱেৰ সেই সৰু চুক এটাত বাস কৰিছিলো। কিবা নতুন বাৰতা লৈ অহা কোনো মানুহকে তাত লগ পোৱা নাছিলো। গতিকে তাৰ পৰা এই নগৰখনলৈ আহি মই এখন অতি জনবহুল ব্যস্ততাপূৰ্ণ মহানগৰীৰ মাজতহে যেন নিজকে আৱিষ্কাৰ কৰিছো!

পিটাৰ ॥ মহানগৰী?

ডা: ষ্টকমেন ॥ জানো, জানো, আন কিছুমান ঠাইৰ তুলনাত এই নগৰখন অতি ঠেক। কিন্তু প্ৰতিশ্ৰুতিৰে ভৰা জীৱন ইয়াত আছে— ইয়াত কৰিবলৈ আৰু যুঁজিবলৈ বহুত আছে। আৰু সেয়াই হ'ল আচল কথা। (মাতে) কেথেৰিন, আজি পিয়ন অহা নাছিল জানো?

শ্ৰীমতী ষ্টকমেন (খোৱা কোঠাৰ পৰা) ॥ নাই অহা।

ডা: ষ্টকমেন ॥ তদুপৰি পিটাৰ, সুখ-স্বাচ্ছন্দ্যৰো কথা আছে। প্ৰায় ভোকাতুৰ অৱস্থাত দিনবোৰ অতিবাহিত কৰাৰ পিছত অন্ততঃ আমাৰ কাৰণে এই সুখ-স্বাচ্ছন্দ্য মূল্যহীন নহয়।

পিটাৰ ॥ নিশ্চয়, নিশ্চয়!

ডা: ষ্টকমেন ॥ মই তোমাক নিশ্চিতভাবে ক'ব পাৰো যে তাত অতিবাহিত কৰা দিনবোৰ আমাৰ কাৰণে অতি কষ্টকৰ আছিল। আৰু এতিয়া ইয়াত এক মহাৰাজৰ দৰে আছো। এই আজিৰ কথাকেই ধৰা। কেৱল দিনতেই নহয়, আজি আমাৰ নৈশ আহাৰৰ কাৰণেও সিজোৱা গুকান মঙহ আছে। তুমিও অলপ সোৱাদ নোলোৱা জানো? নহ'লে তুমি এইখন অন্ততঃ চোৱাহি— ইয়ালৈ আহা - - - -।

পিটাৰ ॥ নালাগে, ঈশ্বৰৰ শপত।

ডা: ষ্টকমেন ॥ তথাপি ইয়ালৈ আহাচোন! আমাৰ নতুন টেবুল ক্লথখন দেখিছা

জানো ?

পিটাৰ ॥ মই আগতেই দেখিছো।

ডাঃ ষ্টকমেন ॥ তদুপৰি আমাৰ এখন লেম্প ঢাকনিও আছে। দেখিছা জানো ? এই সকলোবোৰ কেথেৰিনৰ সঞ্চয়ৰ ফল। ইয়াৰ ফলত কোঠাটো কিমান যে আৰামদায়ক হৈ পৰিছে ! তুমিও তেনেকৈ নাভাবানে ? কেৱল একমুহূৰ্তৰ কাৰণে ইয়ালৈ আহি থিয় হৈ চোৱা—নহয় নহয়, তাত নহয়—এই, এইখিনিতে, এৰা। এতিয়া চোৱা—লেম্পৰ পোহৰখিনি কিমান সঠিকভাবে পৰিছে ! কি সুন্দৰ ! নহয় নে ?

পিটাৰ ॥ সুন্দৰ হয়, অৱশ্যে তই এই ধৰণৰ বস্তুত খৰচ কৰিব পাৰিলে··· ।

ডাঃ ষ্টকমেন ॥ হয়, এতিয়া মই পাৰো। কেথেৰিনৰ মতে খৰচৰ অনুপাতেই প্ৰায় আমাৰ উপাৰ্জন হয়। আমি যিমান খৰচ কৰো, প্ৰায় সিমানেই আজিকালি উপাৰ্জনো কৰো !

পিটাৰ ॥ প্ৰায ? এৰা !

ডাঃ ষ্টকমেন ॥ এজন বিজ্ঞানৰ মানুহে অলপ-অচৰপ চখত থাকিবই লাগিব দিয়াছোন ! মই নিশ্চিত যে অসামৰিক সেৱাৰ বিষয়া এজনে বছৰেকত আমাতকৈ অতি বেছি খৰচ কৰে !

পিটাৰ ॥ হ'ব পাৰে ! এজন অসামৰিক বিষয় ···উপযুক্ত দৰমহা পোৱা এজন মানুহ··· ।

ডাঃ ষ্টকমেন ॥ বাৰু, যিকোনো এজন সাধাৰণ ব্যৱসায়ীৰ কথাকেই ধৰা ! তেনেকুৱা মানুহ এজনেও প্ৰায়···দুই তিনিগুণ খৰচ কৰে !

পিটাৰ ॥ ই পৰিস্থিতি সাপেক্ষ কথা।

ডাঃ ষ্টকমেন ॥ যিয়েই হওক, অন্ততঃ মই অবাবত এটা পাইও খৰচ নকৰো বুলি তুমি আশ্বস্ত হ'ব পাৰা। কিন্তু মোৰ এটা বদ্ স্বভাৱ হ'ল এয়ে যে মই মোৰ বন্ধুসকলক আপ্যায়িত কৰিহে শান্তি পাও ! তেওঁলোকৰ সংগ মই সদায় বিচাৰো। আজি ইমানদিনে এক পাণ্ডৱ বৰ্জিত অঞ্চলত অকল-শৰীয়া হৈ থকাৰ পিছত ডেকা, উদ্যোগী, স্বাধীনমনা আৰু কৰ্মঠ লোকসকলক লগ পোৱাটো মোৰ কাৰণে সদ্যহতে অতি আৱশ্যকীয় যেন হৈ পৰিছে। আচলতে তুমি দেখিবলৈ পোৱা সৌ তাত আহাৰ খাই থকা লোকসকল তেনেকুৱাই ! তুমি যদি হৃকষ্টাৰ সম্পৰ্কে আৰু কিছু কথা জানিলাহেঁতেন··· ।

পিটাৰ ॥ বাৰু, বাৰু। তোৰ আন এটা প্ৰবন্ধ অলপতে তেওঁলোকৰ কাকতত

প্ৰকাশ হ'ব বুলি হুফষ্টাদে কৈছিল।

ডাঃ ষ্টকমেন ॥ মোৰ প্ৰবন্ধ?

পিটাৰ ॥ এৰা। এই বাড়হুৱা স্নানাগাৰ বোৰ সম্পৰ্কে। যোৱা শীতকালতে তই লিখিছিলি হেনো।

ডাঃ ষ্টকমেন ॥ অ' সেইটো। ওহো, সদ্যহতে লৰালৰিকৈ সেইটো প্ৰকাশ কৰাৰ কথা মই ভৱা নাই।

পিটাৰ ॥ কেলেই বাৰু? মোৰ মতে প্ৰবন্ধটো প্ৰকাশৰ এয়াই উপযুক্ত সময়।

ডাঃ ষ্টকমেন ॥ হয়তো হয়—অৱশ্যে স্বাভাৱিক পৰিস্থিতিতহে।

(কোঠাৰ সিমূৰে যায়)

পিটাৰ (চকুৰ ঠাৰেৰে ষ্টকমেনৰ পিনে চাই) ॥ কিয়, বৰ্তমান কিবা অস্বাভাৱিক পৰিস্থিতিৰ সৃষ্টি হৈছে নেকি?

ডাঃ ষ্টকমেন (স্থিৰ হৈ) ॥ সঁচা কথা কবলৈ গ'লে মই তোমাক সেই কথাটো এতিয়াই আজি নিশাটো পাৰ নোহোৱালৈ কোনোপধ্যে ক'ব নোৱাৰিম। স্নানাগাৰসমূহৰ বৰ্তমান পৰিস্থিতি অতি অস্বাভাৱিক হ'ব পাৰে অথবা এইটোও সম্ভৱ হ'ব পাৰে যে হয়তোবা কোনো ধৰণৰ অস্বাভাৱিকতাই নাই! হয়তো সকলো মোৰ কল্পনা মাথোন!

পিটাৰ ॥ কথাবোৰ কিবা ৰহস্যজনক যেন লাগিছে! মোৰ পৰা লুকুৱাই ৰাখিব লগীয়া তলে তলে কিবা ঘটি আছে নেকি? মই ভাবো যে জলাশয় পৰিচালনা সমিতিৰ মুৰব্বী হিচাপে অন্ততঃ মই...।

ডাঃ ষ্টকমেন ॥ আৰু মই ভাবো যে অন্ততঃ...। বাৰু, সেইবোৰ বাদ দিয়া। এই বিষয়ে আৰু আমি কথা নবঢ়োৱাই ভাল।

পিটাৰ ॥ ঈশ্বৰে নকৰক! তই ভবাৰ দৰে মানুহৰ লগত বাক্-বিতণ্ডা কৰাৰ অভ্যাস মোৰ নাই। কিন্তু মই এই কথা ক'বলৈ বাধ্য হৈছো যে স্নানাগাৰ-সন্দৰ্ভত সকলো কামেই ব্যৱসায়ীসুলভ ভাবে আৰু উপযুক্ত নীতি-নিয়মৰ মাজেৰে সম্পন্ন হোৱা উচিত। অৰ্থাৎ বিধিগত ভাবে গঠিত উপযুক্ত কৰ্তৃপক্ষৰ দ্বাৰাহে সকলো কাম সম্পন্ন হোৱা উচিত। ইয়াৰ বিপৰীতে কোনো ধৰণৰ শঠতা অথবা অসৎ প্ৰবৃত্তিয়ে গা-কৰি উঠা মই সহ্য কৰিব নোৱাৰিম।

ডাঃ ষ্টকমেন ॥ কিয়, মই কেতিয়াবা তেনেকুৱা আচৰণ দেখুওৱা বুলি ভাবা নেকি?

পিটাৰ ॥ সকলো কথাতে নিজৰ ধৰণে আগবঢ়া স্বভাৱটো তোৰ মজ্জাগত। আৰু

যিকোনো সুশৃংখল সমাজতে এই স্বভাৱটোক প্ৰশ্ৰয় দিয়া সিমানেই অসুবিধা জনক। প্ৰত্যেক ব্যক্তিয়েই সামগ্ৰিকভাবে সমাজৰ ওচৰত নতি স্বীকাৰ কৰিবই লাগিব। ইয়াতকৈও স্পষ্টকৈ ক'বলৈ হ'লে প্ৰত্যেক ব্যক্তিয়েই সমাজৰ মংগলাকাংখী সকলৰ ওচৰত আত্ম-সমৰ্পন কৰিবই লাগিব।

ডাঃ ষ্টকমেন ॥ কথাটো হয়তো তেনেকুৱাই। কিন্তু মই বুজিব পাৰোনে এই ধৰণৰ কথাৰ লগত মোৰ সম্পৰ্ক কি?

পিটাৰ ॥ তোক মই কও শুন, টমাছ। এই কথাটোকে তই আজিলৈকে শিকিবলৈ চেষ্টা নকৰিলি। কিন্তু মোৰ কথা মনত ৰাখিবি—আজিয়েই হওক বা কাইলৈকে হওক, ইয়াৰ কাৰণে তই এদিন পস্তাব লাগিব। মোৰ ক'বলগীয়া খিনি ক'লো। মই আহিলো।

ডাঃ ষ্টকমেন ॥ তোমাৰ কাণ্ডজ্ঞান সোপাকে পুৰি খালা নেকি? তুমি শুবিব পৰাই কিবা ভুল ধাৰণাৰ বশবৰ্ত্তী হৈ …।

পিটাৰ ॥ সাধাৰণতে মোৰ ভুল নহয়। তদুপৰি (খোৱা কোঠাৰ পিনে দেখুৱাই) এই কথা মই সহজভাবে ল'ব পৰা নাই। শুভৰাত্ৰি, কেথেৰিন। ভদ্ৰ মহোদয় সকল, শুভৰাত্ৰি। (ওলাই যায়)

শ্ৰীমতী ষ্টকমেন (খোৱা কোঠাৰ পৰা ওলাই আহি) ॥ তেওঁ গুছি গ'ল নেকি?

ডাঃ ষ্টকমেন ॥ এৰা, অলপ খঙত যোৱা যেনেই লাগিল।

শ্ৰীমতী ষ্টকমেন ॥ আকৌ তুমি তেওঁক কি ক'লানো?

ডাঃ ষ্টকমেন ॥ মই একেবাৰেই কোৱা নাই। যিয়েই নহওক, উপযুক্ত সময়ৰ আগতে তেওঁ অন্ততঃ মোক প্ৰতিবেদন দাখিল কৰিবলৈ বাধ্য কৰাব নোৱাৰে।

শ্ৰীমতী ষ্টকমেন ॥ কিহৰ বিষয়েনো তুমি তেওঁৰ ওচৰত প্ৰতিবেদন দাখিল কৰিব খুজিছা?

ডাঃ ষ্টকমেন ॥ হুম! সেইটো বাক সদ্যহতে মোলৈ এৰা। অতি আচৰিত কথা যে আজি পিয়নজন এতিয়ালৈকে আহি পোৱা নাই।

(হফষ্টাদ, বিলিঙ আৰু হৰ্ষ্টৰ খোৱা কোঠাৰ পৰা বহা কোঠালৈ সোমাই আহে। পিছে পিছে এজ্‌লিফ আৰু মৰ্টেন।)

বিলিঙ (উশাহ মাৰি) ॥ আঃ কি তৃপ্তি! এনে এক সুস্বাদু ভোজনৰ পিছত সঁচাকৈয়ে এক নতুন জীৱন পোৱা যেন লাগে!

হফষ্টাদ ॥ তেনেহ'লে আজি মেয়ৰ মহাশয়ৰ মেজাজ সিমান ভাল নাছিল, নে কি কয়?

ডাঃ ষ্টকমেন ॥ তেওঁৰ পেটৰ গোলমাল। মানুহজন বদহজমী।

হফষ্টাদ ॥ মোৰ কিন্তু ধাৰণা হ'ল যে মেয়ৰ মহাশয়ে "গণদূত"ৰ আমাক দুজনকহে আপোনাৰ ইয়াত হজম কৰিবলৈ টান পাইছিল।

শ্ৰীমতী ষ্টকমেন ॥ মই আকৌ ভাবিছিলো আপোনালোকৰ মাজত যথেষ্ট সদ্ভাব আছে।

হফষ্টাদ ॥ হওতে হয়, কিন্তু সেয়া কেৱল এক সাময়িক সন্ধি বুলিহে ক'ব পাৰি।

বিলিঙ ॥ আপুনি ঠিক কথাকেই কৈছে। সেই শব্দ দুটাই সমগ্ৰ পৰিস্থিতিটো সম্পূৰ্ণৰূপে বুজাইছে।

ডাঃ ষ্টকমেন ॥ আমি মনত ৰখা ভাল যে বেচেৰা পিটাৰ এজন অকলশৰীয়া মানুহ। অহৰহ কেৱল ব্যৱসায়ৰ কামত লাগি থকাৰ বাহিৰে তেওঁৰ আৰু ঘৰুৱা জীৱনৰ সুখ বুলিবলৈ অইন একোৱেই নাই। আৰু অনবৰতে কেৱল ইকাপৰ পিছত সিকাপ চাহ! বাৰু, ল'ৰাইত, চকী কেইখন মেজৰ ওচৰলৈ লৈ আহইক। কেথেৰিন, আমি আটায়ে এতিয়া টোডী খাম, নহয় জানো?

শ্ৰীমতী ষ্টকমেন (খোৱা কোঠাৰ পিনে আগবাঢ়ি) ॥ এয়া মই এতিয়াই আনিছো।

ডাঃ ষ্টকমেন ॥ কেপ্তেইন হৰ্ষ্টাৰ, ইয়াতে মোৰ ওচৰত সোফাত বহক। আপুনিতো আমাৰ ঘৰলৈ নাহেই! বন্ধুসকল, অনুগ্ৰহ কৰি কেউজন বহক।

(আটাইকেইজন মেজৰ চৰিওকাষে বহে। শ্ৰীমতী ষ্টকমেনে ট্ৰে এখনত বটল, গিলাচ আদি লৈ সোমাই আহে।)

শ্ৰীমতী ষ্টকমেন ॥ এয়া লোৱা! ইয়াতে এৰেক, আৰু এয়া ৰাম। আৰু ইয়াত এয়া ব্ৰাণ্ডী। এতিয়া প্ৰত্যেকে নিজে নিজে লৈ সেৱন কৰিলেই হ'ল।

ডাঃ ষ্টকমেন (গিলাচ এটা লৈ) ॥ হ'ব বাৰু। (আটাইয়ে নিজৰ নিজৰ গিলাচত অলপ অলপ টোডী ঢালি লয়) মোক চিগাৰো লাগিব নহয়। এজলিফ, বাকচটো ক'ত আছে, তই জান। মৰ্টেন, তই মোৰ পাইপডাল আন। (ল'ৰাহত সোঁফালৰ কোঠালৈ যায়) এজলিফে মাজে মাজে মোৰ ভড়ালৰ পৰা দুই এটা চিগাৰ পকেটস্থ কৰে বুলি মোৰ সন্দেহ হয়। কিন্তু মই বিশেষ মন নকৰো। (চিঞৰি) মৰ্টেন, মোৰ খোৰা-খোৱাটোৰ সাফৰ-থনো আনিবি। কেথেৰিন, সেইখন ক'ত আছে তাক কৈ দিয়াছোনা অ', সিহঁতে আনিলেই। (ল'ৰাহতে বস্তুবোৰ লৈ আহে) বাৰু, বন্ধুসকল।

আপোনালোকে জানেই যে মই সদায় পাইপেই খাওঁ। উত্তৰ ন'ৰৱেত থকা কালত এই পাইপডালেও মোৰ লগত যথেষ্ট সহিছে। (নিজৰ গিলাচটো আনসকলৰ গিলাচৰ লগত লগ লগাই) আপোনালোকৰ সুস্বাস্থ্যৰ কামনা কৰোঁ! আঃ, ইয়াত এই উষ্ণ পৰিবেশত এইদৰে লগালগি হ'বলৈ পোৱাটো সঁচাকৈয়ে অতি আৰামপ্ৰদ!

শ্ৰীমতী ইকমেন (উনৰ কাম কৰি থাকি) ॥ কেপ্তেইন হৰ্ষ্টাৰ, আপোনাৰ জাহাজ সোনকালে এৰিবনে বাৰু?

হৰ্ষ্টাৰ ॥ আশাকৰোঁ আমি অহা সপ্তাহতে আমাৰ জাহাজ এৰি দিব পাৰিম।

শ্ৰীমতী ইকমেন ॥ আপুনি সম্ভৱতঃ এমেৰিকালৈ যাব?

হৰ্ষ্টাৰ ॥ এৰা, ভাবোতে তেনেকৈয়ে ভাবিছোঁ।

শ্ৰীমতী ইকমেন ॥ তেনেহলে আপুনি আগন্তুক নিৰ্বাচনত ভাগ ল'ব নোৱাৰিবে।

হৰ্ষ্টাৰ ॥ আকৌ নিৰ্বাচন এটা আহিলেই নেকি?

বিলিঙ ॥ কেলেই, আপুনি নাজানে?

হৰ্ষ্টাৰ ॥ ওহো, সাধাৰণতে সেইবোৰ কথাৰ লগত মোৰ সম্পৰ্ক নাই।

বিলিঙ ॥ কিন্তু আপুনি সঁচাকৈয়ে ৰাজহুৱা কাম-কাজত আগ্ৰহী নহয় নে?

হৰ্ষ্টাৰ ॥ এৰা, ৰাজনীতিৰ অ-আ-ক-খ ও মই নাজানো।

বিলিঙ ॥ তথাপিও এজন নাগৰিক হিচাপে ভোটটো দিবই লাগিব ধৰকছোন।

হৰ্ষ্টাৰ ॥ আনকি ক'ত কি ঘটি আছে, সেইবোৰ একো নজনা স্বত্বেও?

বিলিঙ ॥ নজনা স্বত্বেও? আপুনি কি ক'ব খুজিছে? এখন সমাজ হ'ল এখন জাহাজৰ দৰে। প্ৰতি গৰাকী ব্যক্তিয়েই ইয়াৰ গুৰি ধৰিবলৈ সাজু থাকিব লাগিব।

হৰ্ষ্টাৰ ॥ হয়তো পাৰত সেয়া অতি সজ কথা। কিন্তু সাগৰৰ বুকুৰ মাজলৈ এৰি দিয়া জাহাজ এখনত সেয়া সম্ভৱ নহয়।

হফষ্টাদ ॥ এইটো আচৰিত কথা যে অধিকাংশ নাবিকেই সাগৰৰ পাৰত ঘটি থকা ঘটনাবোৰক লৈ প্ৰায়ে মূৰ নঘমায়!

বিলিঙ ॥ অতি আচৰিত কথা।

ডাঃ ইকমেন ॥ নাবিক সকল হ'ল উড়ন্ত চৰাই আকৰ দৰে। উত্তৰ-দক্ষিণ য'তেই নহওক, প্ৰতিখন ঠাই তেওঁলোকৰ নিজৰ ঘৰৰ দৰে। সেয়ে আমি পাৰত থকা সকলে কাম-কাজ দুগুণে বঢ়াব লাগিব। কাইলৈৰ সংখ্যা কাকতত ৰাজহুৱা স্বাৰ্থজনিত কিবা থাকিব নেকি?

হফষ্টাদ ॥ পৌৰসভা সংক্ৰান্তত অৱশ্যে একো নাথাকিব। কিন্তু অহা পৰহিলৈ মই আপোনাৰ প্ৰবন্ধটো প্ৰকাশ কৰিম বুলি ভাবিছো - - -।

ডাঃ ষ্টকমেন ॥ আঃ জাহান্নামে যাওক মোৰ প্ৰবন্ধ! সেইটো আৰু কিছুদিন ৰ'ব লাগিব।

হফষ্টাদ ॥ সঁচাকৈয়ে নে? আমি ইতিমধ্যে কাকতত ঠাই উলিয়াই লৈছিলোঁৱেই আৰু মোৰ মতে প্ৰবন্ধটো প্ৰকাশ কৰাৰ এয়াই আছিল উপযুক্ত সময় - - -।

ডাঃ ষ্টকমেন ॥ এৰা, এৰা, আপুনি সঁচা কথাকেই কৈছে। তথাপি ইয়াক এতিয়াই প্ৰকাশ কৰাত অসুবিধা আছে। পিছত মই আপোনাক বুজাই কম।

(টুপী আৰু দেহত দীঘল সাজ পৰিহিতা পেট্ৰা হলঘৰৰ পিনৰ পৰা সোমাই আহে। হাতত কিছু বহী-কিতাপ।)

পেট্ৰা ॥ শুভসন্ধ্যা!

ডাঃ ষ্টকমেন ॥ শুভসন্ধ্যা, পেট্ৰা। সোমাই আহ্।

(পৰস্পৰৰ সম্ভাষণ বিনিময়ৰ পিছত পেট্ৰাই নিজৰ বস্তুবোৰ দুৱাৰৰ কাষৰ চকী এখনত থয়।)

পেট্ৰা ॥ সিপিনে মই গোবাৰি খাটি মৰিছো আৰু তোমালোক আটাইয়ে ইয়াত বহি আমেজ উপভোগ কৰিছা!

ডাঃ ষ্টকমেন ॥ বাৰু, আহ্। তইও আমেজ উপভোগ কৰহি!

বিলিঙ ॥ আপোনাৰ কাৰণে এগিলাছ তৈয়াৰ কৰোঁনে?

পেট্ৰা (মেজৰ ওচৰলৈ আহি) ॥ ধন্যবাদ, নালাগে। ময়েই ল'ম বাৰু। আপুনি সদায় কাঢ়াকৈ কৰে। অ', পাহৰিছিলোঁৱেই দেউতা, আপোনাৰ এখন চিঠি আছে।

(বস্তুবোৰ থোৱা চকীখনৰ ওচৰলৈ যায়)

ডাঃ ষ্টকমেন ॥ চিঠি? কাৰ পৰা?

পেট্ৰা (কোটৰ মোনাত খেপিয়াই চাই) ॥ মই ঘৰৰ পৰা ওলাই যাওঁতেই পিয়নে মোৰ হাতত দিছিল।

ডাঃ ষ্টকমেন (উঠি পেট্ৰাৰ ওচৰলৈ গৈ) ॥ আৰু তই হ'বলা এতিয়াহে মোক দিবলৈ সময় পালি?

পেট্ৰা ॥ আচলতে তেতিয়া আকৌ ঘূৰি আহি দি যোৱাৰ মোৰ সময় নাছিল। এয়া, এইখন।

ডাঃ ষ্টকমেন (চিঠিখন প্ৰায় কাঢ়ি অনাদি আনি) ॥ চাওঁ, চাওঁ, ছেছোন!

(ঠিকনাটোলৈ চাই) হয়, ঠিক আছে।

শ্ৰীমতী ষ্টকমেন ॥ তুমি অতি উদগ্ৰীব হৈ বাট চাই থকা চিঠিখনেই নেকি ?

ডা: ষ্টকমেন ॥ এৰা, সেইখনেই। মই এতিয়াই মোৰ কোঠালৈ যাব লাগিব, আৰু....। কেথেৰিন, এটা লেম্পৰ বন্দোবস্ত হ'বনে ? পঢ়া কোঠাত লেম্প জলোৱা আছে জানো ?

শ্ৰীমতী ষ্টকমেন ॥ আছে, তোমাৰ কোঠাত ইতিমধ্যে লেম্প জলাই থোৱা হৈছে।

ডা: ষ্টকমেন ॥ অতি উত্তম। অলপ সময়ৰ কাৰণে মোক আপোনালোকে ক্ষমা কৰক....। (পঢ়া কোঠালৈ যায়)

পেট্ৰা ॥ মা, চিঠিখন বাৰু কিহৰ বিষয়ে বুলি তুমি ভাবা ?

শ্ৰীমতী ষ্টকমেন ॥ মই কেনেকৈ ক'ম ? আজি দুদিন মানৰ পৰাই কেৱল পিয়ন অহা-নহাৰ কথাই সুধি আছে !

বিলিঙ ॥ কোনো দূৰণিবটীয়া গাৱঁৰ কোনোবা ৰোগীৰ পৰা হ'ব পাৰে।

পেট্ৰা ॥ বেচেৰা বুঢ়া মানুহটো ! আকৌ দেহা মাৰি কামত ধৰিব। (গিলাচত পানীয় লৈ) এয়া, এতিয়াহে থাই জুতি পাইছো।

হভষ্টাদ ॥ তুমি আজিও আকৌ নৈশবিদ্যালয়ত পঢ়ুৱাই আহিছানে ?

পেট্ৰা (পানীয় পি থাকি) ॥ দুঘণ্টা।

বিলিঙ ॥ আৰু ৰাতিপুৱাৰ বিদ্যালয়ত হ'ল চাৰিঘণ্টা....।

পেট্ৰা ॥ পাঁচ ঘণ্টা।

শ্ৰীমতী ষ্টকমেন ॥ তাৰ পিছতো শুধৰণিৰ কাৰণে হাতত এসোপামান বহী লৈও আহিছ !

পেট্ৰা ॥ এৰা, একজাপ বহী।

হৰ্ষ্টাৰ ॥ যি দেখিছো তুমি এই কামৰ কাৰণে অতিশয় ব্যস্ত থাকিব লগীয়া হয়।

পেট্ৰা ॥ হয়, কিন্তু ভাল লাগে। ইমানবোৰ কাম কৰি অতোবাৰ পিছত কি যে ভাগৰ লাগে !

বিলিঙ ॥ ভাগৰ লাগিলে ভাল লাগে নেকি ?

পেট্ৰা ॥ এৰা, তেতিয়া ভাল টোপনি হয়।

মৰ্টেন ॥ তই নিশ্চয় এটা মস্ত বদমাছ ছোৱালী, বাইদেউ।

পেট্ৰা ॥ মই বদমাছ ?

মৰ্টেন ॥ অতো, নহ'লেনো তই ইমান কাম কৰনে ? মিঃ ৰূথলেণ্ডৰ মতে কাম

হ'ল মানুহৰ পাপৰ শাস্তি স্বৰূপ ।

এঙ্গলিফ ॥ ধেৎ, তই ইমানেই মূৰ্খনে যে এই গাজাখুৰি কথাবোৰো বিশ্বাস কৰ ?

শ্ৰীমতী ইকমেন ॥ এঙ্গলিফ !

বিলিঙ ( হাহি ) ॥ সেয়া, বঢ়িয়া !

হফষ্টাদ ॥ মৰ্টেন, তুমি জানো বাইদেউৰাৰ দৰে কঠোৰ শ্ৰম কৰিব নোখোজা ?

মৰ্টেন ॥ ওহো, মুঠেই নোখোজো ।

হফষ্টাদ ॥ তেন্তে, ডাঙৰ হ'লে তুমিনো কি হ'ব খোজা বাৰু ?

মৰ্টেন ॥ মই এজন জলদস্যু হ'ব খোজো ।

এঙ্গলিফ ॥ তেতিয়াতো তই বিধৰ্মী হ'ব লাগিব ।

মৰ্টেন ॥ ভালকথা, লাগিলে মই বিধৰ্মীয়েই হ'ম ।

বিলিঙ ॥ মৰ্টেন, তুমি একদম মোৰ মনৰ কথা প্ৰকাশ কৰিছা । মই তোমাৰ সৈতে একমত ।

শ্ৰীমতী ইকমেন ( বিলিঙৰ প্ৰতি সিঙ্গাৰি ) ॥ আপুনি প্ৰকৃততে তেনেকৈ নাভাবে বুলি মই নিশ্চিত ।

বিলিঙ ॥ মই শপত খাই কৈছো যে মই তেনেকৈয়ে ভাবো । মই নিজকে এজন বিধৰ্মী বুলি ভাবো আৰু ইয়াৰ বাবে মই গৌৰৱ অনুভৱ কৰো । বিশ্বাস কৰক, অতি কম সময়ৰ ভিতৰতে আমি আটায়ে বিধৰ্মী হৈ পৰিম ।

মৰ্টেন ॥ তেতিয়া বাৰু আমাৰ যি মন যায়, তাকে কৰিব নোৱাৰম জানো ?

বিলিঙ ॥ এৰা, কিন্তু মৰ্টেন.... ।

শ্ৰীমতী ইকমেন ॥ ল'ৰাইত, এতিয়া তইত নিজৰ নিজৰ কোঠালৈ যাইক । তইতৰ নিশ্চয় কাইলৈৰ কাৰণে পাঠ সাজু কৰিবলগীয়া আছে ।

এঙ্গলিফ ॥ আৰু অলপ সময় থাকিব পাৰিলে খুউব ভাল লাগিলহেঁতেন ।

শ্ৰীমতী ইকমেন ॥ নাই, নাই, সেইটো হ'ব নোৱাৰে । দুয়োজনে নিজৰ নিজৰ কোঠালৈ যা, এতিয়াই ।

( ল'ৰাইতে আটাইকে শুভৰাত্ৰি জনাই বাওঁফালৰ কোঠালৈ যায় )

হফষ্টাদ ॥ এই ধৰণৰ কথাবতৰা শুনিলে ল'ৰাইতৰ কিবা ক্ষতি হ'ব পাৰে বুলি আপুনি সচাঁকৈয়ে ভাবেনে, শ্ৰীমতী ইকমেন ?

শ্ৰীমতী ইকমেন ॥ নাজানো, কিন্তু তেনেকুৱা হোৱাটো মই নিবিচাৰো ।

পেট্ৰা ॥ কিন্তু মা, মই ভাবো এই ক্ষেত্ৰত তোমাৰ সচাঁকৈয়ে ভুল হৈছে ।

শ্ৰীমতী ইকমেন ॥ হ'ব পাৰে । কিন্তু এই ধৰণৰ কথাবতৰা মোৰ ভাল নালাগে

অন্ততঃ আমাৰ ঘৰখনত নহয় ।

পেট্ৰা ॥ ঘৰ আৰু স্কুল উভয়তে বহুতো ফাঁকিবাজী আছে । ঘৰত কোনেও একো ক'ব নোৱাৰে । আনপিনে স্কুলত আমি থিয় দি দি ল'ৰা-ছোৱালীৰ আগত মিছাকথাবোৰ আওৰাব লাগে !

হষ্টাৰ ॥ মিছা কথা ?

পেট্ৰা ॥ এৰা, আমি বিশ্বাস নকৰা কিছুমান কথাকে সিহঁতক শিকাই থাকিব লগীয়া হোৱা নাই নে ?

বিলিঙ ॥ সেয়া অতি সঁচা কথা ।

পেট্ৰা ॥ মোৰ হাতত পৰ্য্যাপ্ত পৰিমাণৰ ধন থাকিলে মই নিজাকৈ এখন স্কুল খুলিলোহেঁতেন । মোৰ স্কুলখন সম্পূৰ্ণৰূপে বেলেগ ধৰণে পৰিচালিত হ'ল হেঁতেন !

বিলিঙ ॥ এৰা, ধন সম্পৰ্কীয় কথাটো বাৰু.... ।

হষ্টাৰ ॥ কুমাৰী পেট্ৰা, তুমি যদি সঁচাকৈয়ে এই বিষয়ত আগ্ৰহী হোৱা, তেন্তে শ্ৰেণী কোঠা আদিৰ বাবে প্ৰয়োজনীয় ঠাইখিনি নিশ্চয় ময়েই দিব পাৰিম । সেউতাই মোৰ কাৰণে এৰি থৈ যোৱা প্ৰকাণ্ড ঘৰটো ক'বলৈ গ'লে প্ৰায় এনেয়ে পৰি আছে । তদুপৰি তলৰ মহলাত থকা ডাঙৰ খোৱা-কোঠাটোও নিশ্চয়....।

পেট্ৰা ( হাঁহি ) ॥ আপোনাক অশেষ ধন্যবাদ । কিন্তু মই ভাবো তাৰ পৰা বিশেষ একো লাভ নহ'ব ।

হফষ্টাদ ॥ মোৰ ধাৰণা মতে কুমাৰী পেট্ৰাই হয়তো সাংবাদিকতাকে বৃত্তি হিচাপে ল'ব বুলি ভাবি আছে । অ', প্ৰসংগক্ৰমে মনত পৰিছে—তুমি বাৰু আমাৰ কাকতৰ কাৰণে অনুবাদ কৰিব খোজা ইংৰাজী গল্পটো পঢ়ি চালানে ?

পেট্ৰা ॥ ওহো, হৈ উঠা নাই এখোন । কিন্তু চিন্তা নকৰিব, আপোনালোকে অনূদিত গল্পটো সঠিক সময়তে পাব ।

( হাতত এখন খোলা চিঠি লৈ ডাঃ ষ্টকমেন তেওঁৰ পঢ়া কোঠাৰ পৰা ওলাই আহে । )

ডাঃ ষ্টকমেন ( চিঠিখন হাতেৰে লিৰিকি-বিদাৰি ) ॥ এয়া চোঁৱা, এতিয়া মই তোমালোকক ক'ব পাৰো যে নগৰখনৰ লোক সকলে আলোচনাৰ কাৰণে এটা নতুন বিষয়বস্তু পাব ।

বিলিঙ ॥ নতুন কিবা ?

শ্ৰীমতী ষ্টকমেন ॥ কিনো নতুন হ'ল বাৰু ?

ডা: ষ্টকমেন ॥ কেথেৰিন, এক বিৰাট আৱিষ্কাৰ !

হফষ্টাদ ॥ সঁচাকৈয়ে কৈছেনে ?

শ্ৰীমতী ষ্টকমেন ॥ আপোনাৰেই আৱিষ্কাৰ নে ?

ডা: ষ্টকমেন ॥ এৰা, মোৰেই । ( ইফালে-সিফালে অহা-যোৱা কৰে ) সচৰা'চৰ কোৱাৰ দৰে এইবাৰো সিহঁতে বাৰু কওকছোন যে এয়াও মোৰ মনেসজা— কেৱল এজন বলিয়াৰ উদ্ভট চিন্তাৰ বাহিৰে অইন আৰু একো নহয় । কিন্তু মই তোমালোকক কৈ থ'লো যে এইবাৰ সিহঁতে কিবা কোৱাৰ আগতে যথেষ্ট ভাবি চিন্তিহে ক'ব লাগিব !

পেট্ৰা ॥ কিন্তু দেউতা, কথাটোনো কি ? আমাকো কোৱাচোন !

ডা: ষ্টকমেন ॥ ক'ম, ক'ম— মোক মাথোন অলপ সময় দে । লাহে লাহে সকলো গ'ম পাবি । এইমুহূৰ্তত যদি ককাইদেউ ইয়াত থাকিলহেঁতেন ! ইয়াৰ পৰা এই কথাই প্ৰমাণিত হ'ব যে বাস্তৱ জীৱনত মানুহে চিকাবোৰৰ দৰে অতি কম কথাৰহে উমান পায় । অথচ এনেকৈয়ে অন্ধভাবে তেওঁলোকৰ মনত কিছুমান ধাৰণা কেনেকৈ যে গঢ় লৈ উঠে !

হফষ্টাদ ॥ আপুনি কি ক'ব খুজিছে, ডাক্তৰ ?

ডা: ষ্টকমেন ( মেজৰ কাষত স্থিৰ হৈ ৰৈ ) ॥ আমাৰ নগৰখন এখন স্বাস্থ্যপ্ৰদ ঠাই বোলা কথাষাৰ সৰ্বজনে স্বীকৃত মত নহয়নে ?

হফষ্টাদ ॥ নিশ্চয় ।

ডা: ষ্টকমেন ॥ এক অতি বিৰল স্বাস্থ্যকৰ ঠাই । কেৱল সাধাৰণ মানুহৰ কাৰণেই নহয়, আনকি পংগুসকলৰ কাৰণেও অতি আলংকাৰিক ভাষাত অনুমোদন জনাবলগীয়া এখন ঠাই - - - ।

শ্ৰীমতী ষ্টকমেন ॥ এৰা, কিন্তু টমাছ - - - ।

ডা: ষ্টকমেন ॥ আৰু অতদিনে আমি এই ধৰণেই নগৰখনৰ প্ৰশংসা গাই আহিছো-ইয়াক স্বাস্থ্যপ্ৰদ ঠাই হিচাপে অনুমোদন জনাই আছো । "গণদূত"কে ধৰি ক্ষুদ্ৰ পুস্তিকা সমূহতো মই কেৱল লিখিয়েই আছো - - - - লিখিয়েই আছো - - - ।

হফষ্টাদ ॥ ঠিকেই, কিন্তু এতিয়া হ'ল কি ?

ডা: ষ্টকমেন ॥ আৰু এই স্নানাগাৰবোৰ— আমি এইবোৰক "নগৰীৰ জীৱনী শক্তিৰ ধমনী স্বৰূপ" বুলি কৈছো । "আমাৰ নগৰখনৰ স্নায়ুকেন্দ্ৰ" বুলি কৈছো আৰু কি কি কৈছো, ঈশ্বৰেহে জানে ।

বিলিঙ ॥ "নগৰৰ স্পন্দিত হৃদয়"— বুলি এবাৰ এক গুৰুত্বপূৰ্ণ উপলক্ষত মই বাক্যাংশ ব্যৱহাৰ কৰিছিলো।

ডা: ষ্টকমেন ॥ সঁচা কথা। কিন্তু আপোনালোকে জানেনে এই স্নানাগাৰবোৰ প্ৰকৃততে কি? এই যে ৰাশি ৰাশি ধন ব্যয় কৰি নিৰ্মাণ কৰি উলিওৱা— এই বিৰাট, জাকজমকতাপূৰ্ণ, উচ্চ প্ৰশংসিত স্নানাগাৰবোৰ আচলতে কি, আপোনালোকে জানেনে?

হফষ্টাদ ॥ ওহো, নাজানো। কিনো?

শ্ৰীমতী ষ্টকমেন ॥ এৰা, এইবোৰ কিনো, কোৱাচোন।

ডা: ষ্টকমেন ॥ সম্পূৰ্ণ ঠাইখনেই মহামাৰীৰ এক ভড়ালঘৰ!

পেট্ৰা : দেউতা, স্নানাগাৰবোৰ নে?

শ্ৰীমতী ষ্টকমেন (একে সময়তে) ॥ আমাৰ স্নানাগাৰবোৰ!

হফষ্টাদ ॥ কিন্তু, ডক্তৰ - - -।

বিলিঙ ॥ অবিশ্বাস্য! অকল্পনীয়!!

ডা: ষ্টকমেন ॥ মই এতিয়া আপোনালোকক ক'ব পাৰো যে ৰাজহুৱা স্বাস্থ্যৰ প্ৰতি গভীৰ বিপদৰ ভাবুকি স্বৰূপ হৈ পৰা এই স্নানাগাৰ সমূহ হ'ল এক বিৰাট বিষাক্ত গণসমাধি স্থল। মিলাছেনৰ চামৰাৰ কাৰখানাৰ পৰা ওলাই অহা লেতেৰা বিষাক্ত আবৰ্জনাবোৰ পানীৰ লগত মিহলি হৈ নলীৰে গৈ জলাশয়ত জমা হয়গৈ। কেৱল এয়ে নহয়, এই একে অভিশপ্ত বিষয়বোৰ বোকাৰ লগত মিহলি হৈ অলপ অলপ কৈ গৈ পাৰত লাগে গৈ।

হাৰ্ষ্টাৰ ॥ য'ত সাধাৰণতে মানুহে গা-পা ধোৱে?

ডা: ষ্টকমেন ॥ এৰা, ঠিক তাতেই।

হফষ্টাদ ॥ কিন্তু ডাক্তৰ, আপুনি এই সম্পৰ্কে ইমান নিশ্চিত হ'ল কেনেকৈ?

ডা: ষ্টকমেন ॥ মোৰ সমস্ত বিবেক-বুদ্ধি প্ৰয়োগ কৰিয়েই মই কথাটো অনুসন্ধান কৰিছো। আজি বহুদিন আগৰ পৰাই এই ধৰণৰ কিবা এটা হ'ব পাৰে বুলি মই সন্দেহ পোষণ কৰি আহিছিলো। যোৱাবেলি আমাৰ ইয়ালৈ অহা পৰ্য্যটক সকলৰ মাজত টাইফয়েড, পিত্ত আদিৰ জ্বৰ লেখীয়া কিছুমান আচৰিত ধৰণৰ অসুখ হোৱা দেখা গৈছিল - - -।

শ্ৰীমতী ষ্টকমেন ॥ এৰা, সেয়া সম্পূৰ্ণ সঁচা।

ডা: ষ্টকমেন ॥ তেতিয়া আমি ভাবিছিলো যে পৰ্য্যটকসকল হয়তো আমাৰ ইয়ালৈ অহাৰ আগতেই বীজাণুৰ দ্বাৰা আক্ৰান্ত হৈ আহিছিল। কিন্তু পিছত যোৱা

শীতকালত মোৰ ধাৰণা সলনি হৈছিল। সেয়ে মোৰ সাধ্যানুসাৰে জলাশয়ৰ পানী পৰীক্ষা-নিৰীক্ষা কৰিবলৈ লৈছিলো।

শ্ৰীমতী ষ্টকমেন ॥ তেনেহলে ইমান দিনে তুমি এই কামটো লৈয়ে দিনে-ৰাতিয়ে ইমান ব্যস্ত হৈ আছিলা?

ডাঃ ষ্টকমেন ॥ অৱশ্যেই মই ব্যস্ত হৈছিলো, কেথেৰিন। কিন্তু ইয়াত মোৰ লগত প্ৰয়োজনীয় বৈজ্ঞানিক আহিলা-পাতি নাছিল। গতিকে মই জলাশয়ত থকা আৰু স্নানাগাৰবোৰত ব্যৱহৃত উভয় বিধ পানীৰে নমুনা বিশ্ববিদ্যালয়লৈ পঠিয়াই দিছিলো। এজন ৰসায়ন-বিদৰ দ্বাৰা সঠিক বিশ্লেষণ পাবলৈ বুলি • •।

হফষ্টাদ ॥ আপুনি ডাকত আজি তাকেই পাইছে নেকি?

ডাঃ ষ্টকমেন ( চিঠিখন তেওঁক দেখুৱাই ) ॥ এয়া! পচন ধৰিব পৰা জৈৱ পদাৰ্থ পানীত আছে বুলি সঠিক প্ৰমাণ পোৱা গৈছে। এই পানী বিষাক্ত পদাৰ্থৰে ভৰি পৰিছে। বাহ্যিকভাবেই হওক অথবা আভ্যন্তৰীণ ভাবেই হওক, এই পানীৰ ব্যৱহাৰ অত্যন্ত বিপদজনক।

শ্ৰীমতী ষ্টকমেন ॥ অতি সৌভাগ্যৰ কথা যে সময়মতে তুমি এই কথা আৱিষ্কাৰ কৰিব পাৰিলা।

ডাঃ ষ্টকমেন ॥ এৰা, সঁচাকৈয়ে।

হফষ্টাদ ॥ ডাক্তৰ, এতিয়া বাৰু আপুনি কি কৰিম বুলি ভাবিছে?

ডাঃ ষ্টকমেন ॥ অৱশ্যেই কথাটোৰ শুধৰণি।

হফষ্টাদ ॥ সেয়া কৰিব পৰা হ'ব জানো?

ডাঃ ষ্টকমেন ॥ কৰিবই লাগিব। নহ'লে স্নানাগাৰবোৰ অব্যৱহাৰ্য্য হোৱাৰ ফলত নষ্ট হৈ যাব। কিন্তু সেইবোৰ নষ্ট হৈ যাব বুলি ভাবিব নালাগে। আমাৰ বৰ্ত্তমান কৰণীয় সম্পৰ্কে মোৰ স্পষ্ট ধাৰণা আছে।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু তুমি ইমান দিনে এই কথা ইমান গুপুতে ৰাখিলা কেলেই বাৰু?

ডাঃ ষ্টকমেন ॥ কিবা এটা সঠিক প্ৰমাণ পোৱাৰ আগতে নগৰৰ বাটে বাটে গৈ কথাটো ৰাষ্ট্ৰ কৰি দিলে ভাল হ'লহেঁতেন বুলি ভাবা নেকি? ওহো, অন্ততঃ মই সিমান মূৰ্খ নহয়।

পেট্ৰা ॥ তথাপি তুমি অন্ততঃ আমাক ক'ব পাৰিলাহেঁতেন!

ডাঃ ষ্টকমেন ॥ ওহো, কাকো ক'ব পৰা কথা নাছিল। কিন্তু • • •

অহা কাইলৈ তুই গৈ বুঢ়া ব্যাজাৰক[২] ক'ব পাৰিবি ।

শ্ৰীমতী ষ্টকমেন ॥ আঃ টমাছ; আকৌ!

ডাঃ ষ্টকমেন ॥ বাক, বাক, তোৰ ককাৰক কৈ আহিবি। বুঢ়াই নিশ্চয় শুনি আচৰিত হ'বই। মোৰ মগজুৰ দোষ থকা বুলি বুঢ়াই ভাবে বুলি মই জানো। মই লক্ষ্য কৰিছো যে আন বহুতেও ঠিক তেনেদৰেই ভাবে। কিন্তু এতিয়া এওঁলোকে দেখিব এওঁলোকে বুজিব যে..। (হাত দুখন, মোহাৰি পায়চাৰি কৰে) কেথেৰিন, নগৰখনত এক ভাল উত্তেজনাৰ সৃষ্টি হ'ব। কি যে হ'ব পাৰে তুমি কল্পনাও কৰিব নোৱাৰা! ভাবি চোৱা, পানীৰ নলীবোৰ উঠাই পুনৰ বহুৱাব লাগিব।

হফষ্টাদ (বহাৰ পৰা উঠি) ॥ সকলোবোৰ নলীয়েইনে?

ডাঃ ষ্টকমেন ॥ নিশ্চয়, সকলোবোৰ নলী। নলীবোৰৰ দ্বাৰা পানী গোটোৱা ঠাই টুকুৰা আৰু যথেষ্ট ওপৰলৈ হ'ব লাগিব। এই ঠাইখিনি দ' হোৱা বুলি মই সদায়ে কৈ আহিছো।

পেট্ৰা ॥ তেনেহলে আপুনি সঁচা কথাকে কৈছিল।

ডাঃ ষ্টকমেন ॥ অ', তোৰ মনত থাকিব পায়, পেট্ৰা। কামটো আৰম্ভ কৰাৰ আগতে মই আঁচনি খনৰ বিৰোধিতা কৰি লিখিছিলো। কিন্তু তেতিয়া মোৰ কথা কোনেও শুনিলে। কিন্তু এইবাৰ তেওঁলোকে শুনিব লাগিব। ইতি-মধ্যে মই পৰিচালনা সমিতিত দাখিল কৰাৰ কাৰণে এখন প্ৰতিবেদন প্ৰস্তুত কৰি উলিয়াইছো। আচলতে প্ৰতিবেদনখন প্ৰায় এসপ্তাহ আগতে সম্পূৰ্ণ হৈ গৈছিল। (চিঠিখন দেখুৱাই) মই মাথোন এইখন অহালৈ বাট চাই আছিলো। এতিয়া ইয়াক তুৰন্তে পঠিওৱাৰ দিহা কৰিব লাগিল। (কোঠালৈ গৈ কিছু কাগজ হাতত লৈ ঘূৰি আহে) এয়া চঁা। চাৰিখন কাগজত ঘনকৈ লিখিছো। লগত চিঠিখনো গাঠি দিম। কেথেৰিন, এইখিনি বান্ধিবলৈ মোক অলপ কাগজ দিয়া। হ'ব। এতিয়া এইখন--- আঃ, কি নাম তাইৰ— সেই বনকৰা ছোৱালীজনী যে— তাইক দিয়া আৰু ক'বা যে এই খুবাটো তুৰন্তে

---

[২] ব্যাজাৰ—মূৰত ক'লা-বগা দীঘল পটী থকা নেউল প্ৰজাতিৰ এবিধ নিশাচৰ প্ৰাণী বিশেষ। দিনটো গাঁতত সোমাই থাকে আৰু নিশা ওলাই আহি বিচৰণ কৰি ফুৰে। ছাই বৰণীয়া জন্তুটোৰ মুখখন জোঙা আৰু দেহটো দিঘলাকৃতিৰ।

মেয়ৰক দি আহিবগৈ লাগে।

( শ্ৰীমতী ষ্টকমেনে হাতত পেকেটটো লৈ খোৱা কোঠাৰে ওলাই যায় )

পেট্ৰা ॥ জেঠাদেউঁৱে কি ক'ব পাৰে বুলি ভাবা, দেউতা ?

ডা: ষ্টকমেন ॥ তেওঁ আৰু কি ক'ব ? মই ভাবো ইমান গুৰুত্বপূৰ্ণ সত্য এটা পোহৰলৈ অহা বাবে তেওঁ নিশ্চয় ভালেই পাব।

হফষ্টাদ ॥ আপোনাৰ আৱিষ্কাৰ সম্পৰ্কে "গণদূত"ত এটা সংক্ষিপ্ত টোকা প্ৰকাশ কৰিবলৈ অনুমতি দিবনে ?

ডাঃ ষ্টকমেন ॥ নিশ্চয় প্ৰকাশ কৰিলে অতি সুখী হ'ম।

হফষ্টাদ ॥ জনসাধাৰণক এই বিষয়ে অনতি পলমে অৱগত কৰোৱাটো একান্ত জৰুৰী।

ডা: ষ্টকমেন ॥ নিশ্চয়।

শ্ৰীমতী ষ্টকমেন ( উভতি আহি ) ॥ পেকেটটো এইমাত্ৰ লৈ গ'ল।

বিলিঙ ॥ মোৰে শপত ডাক্তৰ, আপুনি নিশ্চয় নগৰৰ প্ৰথম গৰাকী নাগৰিক হিচাপে বিবেচিত হ'ব।

ডা: ষ্টকমেন ( তৃপ্তিত খোজ কাঢ়ি ) ॥ বাজে কথা ! আচলতে মই মাথোন মোৰ কৰ্তব্য কৰিছো। সৌভাগ্যক্ৰমে এক অতি গুৰুত্বপূৰ্ণ তথ্য আৱিষ্কাৰ কৰিছো— কথা সিমানেই। তথাপি, যিয়েই নহওক - - - !

বিলিঙ ॥ হফষ্টাদ, ডা: ষ্টকমেনৰ সন্মানাৰ্থে নগৰত এখন সম্বৰ্ধনা সভাৰ আয়োজন কৰিব নালাগেনে বাৰু ?

হফষ্টাদ ॥ এই বিষয়ে মই নিশ্চয় প্ৰস্তাৱ আগবঢ়াম।

বিলিঙ ॥ মই এছলেকছেনকো এই সম্পৰ্কে ক'ম বাৰু।

ডা: ষ্টকমেন ॥ বন্ধুসকল, তাৰ কোনো প্ৰয়োজন নাই। সেইবোৰ কঢ়া-কঢ়িৰ মাজলৈ মোক নাটানিব। সেই ধৰণৰ কোনো কথাতে মই মান্তি নহও। আৰু যদি স্নানাগাৰ পৰিচালনা সমিতিয়ে ইয়াৰ কাৰণে মোৰ দৰমহা বৃদ্ধিৰ প্ৰস্তাৱো আগবঢ়ায়, সেয়া মই কেতিয়াও গ্ৰহণ কৰিব নোৱাৰিম। কেথেৰিন, শুনিছানে ? ইয়াৰ কাৰণে বৰ্দ্ধিত দৰমহা কেতিয়াও গ্ৰহণ নকৰো।

শ্ৰীমতী ষ্টকমেন ॥ ঠিক কথাকে কৈছা।

পেট্ৰা ( গিলাচটো লৈ ) ॥ দেউতা, এয়া তোমাৰ স্বাস্থ্যৰ কাৰণে।

হফষ্টাদ আৰু হষ্টাৰ ॥ ডাক্তৰ, এয়া আপোনাৰ সুস্বাস্থ্যৰ বাবে !

হষ্টাৰ ( ডাঃ ষ্টকমেনৰ গিলাচ স্পৰ্শ কৰি ) ॥ মই ভাবো ইয়ে আপোনাৰ বাবে

কেৱল সৌভাগ্য কঢ়িয়াই আনিব।

ডাঃ ষ্টকমেন ॥ ধন্যবাদ, বন্ধুসকল। আজি মই অতি সুখী। অতি সুখী!! এজন মানুহে তেওঁৰ নগৰ খনৰ প্ৰতি আৰু সহবাসী নাগৰিক সকলৰ প্ৰতি কিবা এক সেৱা আগবঢ়াবলৈ সমৰ্থ হোৱা বুলি অনুভৱ কৰিব পৰাটো কি যে এক আনন্দৰ কথা! হুৰ্‌ৰে কেথেৰিন!

(কেথেৰিনৰ কঁকালত হাতেৰে মেৰিয়াই চাৰিওফালে ঘূৰিবলৈ ধৰে। কেথেৰিনে হাত এৰুৱাবলৈ চেষ্টা কৰি বিফল হয়। হাঁহি হাঁহি আটায়ে হাত চাপৰি বজাই ডাক্তৰক অভিবাদন জনায়। ল'ৰাহঁতে কি হৈছে চাবলৈ বুলি ভিতৰৰ পৰা দুৱাৰৰ ফাঁকেৰে মূৰ দুটা উলিয়াই দিয়ে।)

# দ্বিতীয় অংক

(একে দৃশ্য। খোৱা কোঠালৈ যোৱা দুৱাৰখন বন্ধ। সময় ৰাতিপুৱা। হাতত এখন ছিল-মোহৰ মৰা চিঠি লৈ শ্ৰীমতী ষ্টকমেন খোৱা কোঠাৰ পৰা ওলাই আহি ডাক্তৰৰ পঢ়া কোঠাৰ দুৱাৰৰ ওচৰলৈ গৈ ভুমুকিয়াই চায়।)

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, ভিতৰত আছানে ?

ডাঃ ষ্টকমেন ॥ (কোঠাৰ ভিতৰৰ পৰা) হয়, এইমাত্ৰ আহি পাইছো। (ওলাই আহি) হাতত সেয়া কি ?

শ্ৰীমতী ষ্টকমেন ॥ ককাইদেউৰাৰ চিঠি।

ডাঃ ষ্টকমেন ॥ হয় নেকি ? চাও, দিয়াচোন। (চিঠিখন খুলি পঢ়িবলৈ ধৰে) "ইয়াৰ লগতে তই পঠোৱা পাণ্ডুলিপিটো ওভতাই পঠালো"—(লাহে লাহে কৈ পঢ়ে) .... হুম !

শ্ৰীমতী ষ্টকমেন ॥ কি লিখিছে নো ?

ডাঃ ষ্টকমেন (কাগজবোৰ জেপত থৈ)। বিশেষ নাই, তেওঁ কেৱল লিখিছে যে দুপৰীয়াৰ ভাগলৈ তেওঁ নিজেই আমাৰ ইয়ালৈ আহিব।

শ্ৰীমতী ষ্টকমেন ॥ বাৰু, সেই সময়ত ঘৰত থাকিবলৈ নাপাহৰা যেন।

ডাঃ ষ্টকমেন। হ'ব বাৰু। ইতিমধ্যে মোৰ ৰাতিপুৱাৰ সাক্ষাৎসমূহ শেষ হৈছেই।

শ্ৰীমতী ষ্টকমেন ॥ তেওঁনো কথাটো কি ধৰণে লয়, জানিবলৈ মই অতি ব্যগ্ৰ হৈ আছো।

ডাঃ ষ্টকমেন ॥ দেখিবা যে তেওঁ কেৱল এটা কথাই ভাল নাপাব। কথাটো হ'ল এয়ে যে আৱিষ্কাৰটো তেওঁৰ পৰিবৰ্তে মোৰ দ্বাৰাহে হ'ল।

শ্ৰীমতী ষ্টকমেন ॥ সেইটো ভাবি তুমি অস্বস্তি পোৱা নাই জানো ?

ডাঃ ষ্টকমেন ॥ আঃ, দেখিবা তেওঁ আচলতে ভিতৰি ভিতৰি সন্তুষ্ট হ'ব। কিন্তু ইয়ো সঁচা যে নগৰখনৰ প্ৰতি তেওঁৰ বাহিৰে আন কোনোবাই কিবা সেৱা আগবঢ়োৱাটো তেওঁ সিমান ভাল নাপায়।

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, কি কৰিব লাগিব মই তোমাক কওঁ। ভাল মানুহৰ দৰে এই আৱিষ্কাৰৰ কৃতিত্ব তোমালোক দুয়োজনে ভগাই ল'বা। বৰং এই ধৰণৰ কথা এটাৰ সন্ভেদ তুমি পোনতে তেওঁৰ পৰাই পাইছিলা বুলি ক'ব নোৱাৰা জানো ?

ডাঃ ষ্টকমেন ॥ মোৰ কোনো আপত্তি নাই। মইতো বিচাৰোৱেই। অৱশ্যে যদিহে ভুলখিনি শুধৰাই ল'ব পৰা যায়।

(মৰ্টেন কিলে হলঘৰৰ দুৱাৰখনেৰে মূৰটো সুমুৱাই জুমি জুমি চাৰিওফালে অনুসন্ধানী দৃষ্টিৰে চায় আৰু মুখ টিপি হাঁহাৰ দৰে কৰে।)

মৰ্টেন কিল (ধূৰ্ত্তালিৰ স্বৰ) ॥ যি শুনিছো, সেয়া সঁচানে ?

শ্ৰীমতী ষ্টকমেন (দুৱাৰৰ কাষলৈ গৈ) ॥ দেউতা! ... আহা!

ডা. ষ্টকমেন ॥ অ', মিঃ কিল, সুপ্ৰভাত, সুপ্ৰভাত!

শ্ৰীমতী ষ্টকমেন ॥ আগতে ভিতৰলৈ সোমাই আহাঁচোন!

কিল ॥ হয় নে নহয় ? যদি কথাটো সঁচা, তেতিয়াহে মই ভিতৰলৈ সোমাম। যদি নহয়, তেনেহলে মই যাওৱেই!

ডাঃ ষ্টকমেন ॥ কোন কথাটো বা সঁচা-মিছাৰ কথা কৈছে ?

কিল ॥ এই পানী যোগানৰ সাধুটো। কথাটো সঁচানে ?

ডাঃ ষ্টকমেন ॥ কথাটো নিশ্চয় সঁচা। কিন্তু আপুনি জানিলে কেনেকৈ ?

কিল (ভিতৰলৈ সোমাই আহি) ॥ পেট্ৰাই স্কুললৈ যাওঁতে....।

ডাঃ ষ্টকমেন ॥ তাই গৈছিল নে ?

কিল ॥ এৰা, আৰু তাই কয় যে....। প্ৰথমতে তাই মোৰ লগত ধেমালি কৰা বুলিহে ভাবিছিলো। কিন্তু পেট্ৰাতো তেনেকুৱা ছোৱালী নহয়।

ডাঃ ষ্টকমেন। অৱশ্যেই নহয়। এনেকুৱা কথা এটা লৈ তাই কেতিয়াও ধেমালি

নকৰে। সেয়া আপুনি কেনেকৈ ভাবিব পাৰে ?

কিল ॥ ঠিক আছে, ঠিক আছে। যি দেখিছো কাকো বিশ্বাস নকৰাই ভাল। মই নিজেও নিজকে মূৰ্খ সজোৱাটো পচন্দ নকৰো। যি হওক; কথাটো সঁচা জানো ?

ডাঃ ষ্টকমেন ॥ কথাটো সঁচা বুলি আপুনি নিশ্চিত ভাবে বিশ্বাস কৰিব পাৰে। নবহে জানো ? (চোফাত বহুৱাই দিয়ে) এয়া নগৰখনৰ আটাইৰে কাৰণে সৌভাগ্যৰ কথা নহয় জানো ?

কিল (হাঁহি চেপি) ॥ নগৰখনৰ আটাইৰে সৌভাগ্যৰ কথা ?

ডাঃ ষ্টকমেন ॥ এৰা, মই যে ঠিক সময়ত কথাটো আৱিষ্কাৰ কৰিব পাৰিলো !

কিল (আগৰ দৰেই) ॥ এৰা, এৰা !....। কিন্তু তোমাৰ বানৰ বুধি তুমি এনেকৈ ককাইদেউৰাৰ লগতো প্ৰয়োগ কৰিবা বুলি মই ভাবিবই পৰা নাছিলো ! তেওঁক এইদৰে ভেড়া সাজিবা বুলি ভবা নাছিলো !

ডাঃ ষ্টকমেন ॥ ককাদেউক মই ভেড়া সাজিলো ?

শ্ৰীমতী ষ্টকমেন ॥ আচলতে দেউতা....।

কিল (লাখুটি ডালৰ ওপৰত হাত আৰু থুতৰি থৈ পিৰিক পাৰাকৈ ডাক্তৰৰ পিনে চাই) ॥ বাৰু, কাহিনীটো কি আছিল ? কাহিনীটো হ'ল যে এক ধৰণৰ বিষাক্ত জীৱাণুৱে পানীৰ নলীবোৰৰ মাজত সোমাই পৰিছে, সেয়াই নহয় জানো ?

ডাক্তৰ ॥ হয়, ইনফুছ'ৰিয়া...।

কিল ॥ আৰু পেট্ৰাৰ মতে এই জীৱাণুবোৰে অগণন কপত নলীবোৰৰ মাজত বাহ লৈছে !

ডাঃ ষ্টকমেন ॥ নিশ্চয়। সম্ভৱতঃ হাজাৰ হাজাৰ, লাখ লাখ···।

কিল ॥ কিন্তু এইবোৰক কোনেও দেখা নাপায়, নহয় জানো ?

ডাঃ ষ্টকমেন ॥ হয়, খালী চকুৰে আপুনি সিহঁতক দেখা নাপায়···।

কিল (মুখটিপি হাঁহি) ॥ যতমানে বাজে কথা ! এইটোৱেই মোৰ জীৱনত শুনা আটাইতকৈ শ্ৰুতিমধুৰ সাধু !

ডাঃ ষ্টকমেন ॥ আপুনি কি ক'ব খুজিছে ?

কিল ॥ কিন্তু মেয়ৰক তেনেকুৱা কথা এটাত কেতিয়াও পতিয়ন নিয়াব নোৱাৰিবা !

ডাঃ ষ্টকমেন ॥ বাৰু দেখা যাব।

কিল ॥ মেয়ৰে এনে এটা আজব কথা বিশ্বাস কৰি নিজকে মূৰ্খ প্ৰতিপন্ন কৰিব

বুলি ভাবা নেকি ?

ডা: ষ্টকমেন ।। আশাকৰো সমগ্ৰ নগৰখনেই তেন্তে মূৰ্খ বুলি প্ৰতিপন্ন হ'ব!

কিল ॥ সমগ্ৰ নগৰখন ? এৰা, তেনে একো বেয়া কথা নহ'ব । ইয়াৰ দ্বাৰাই তেওঁলোকৰ সেৱা হ'ব— তেওঁলোকে এটা শিক্ষাও পাব। আমাৰ দৰে বুঢ়া সকলৰ তুলনাত তেওঁলোকে নিজকে অতি চতুৰ বুলি ভাবে । কাউন্সিলৰ পৰা তেওঁলোকে মোক কুকুৰৰ দৰে খেদি দিছিল । তোমাক ক'লো — কুকুৰৰ দৰে । এইবাৰ তাৰ মজা পাব বাপেকে । টমাছ, তোমাক ক'লো তুমি তেন্তে তেওঁলোককো মূৰ্খ সাজিহে এৰিবা ?

ডা:ষ্টকমেন ॥ সঁচাকৈয়ে জানো মই... ?

কিল ॥ তেওঁলোকক তুমি ভেড়া সাজিবা! (উঠে) যদি মেয়ৰ মহাশয় আৰু তেওঁৰ বন্ধুবৰ্গক সঁচাকৈয়ে তুমি তোমাৰ টোপ গিলাব পাৰা, তেন্তে যিকোনো সাহায্যকাৰী অনুষ্ঠানলৈ মই দহ পাউণ্ড আগবঢ়াম।

ডা: ষ্টকমেন ॥ সঁচাকৈয়ে এয়া আপোনাৰ মহানুভৱতা!

কিল ॥ এৰা । কিন্তু ছটিয়াই দিবলৈ মোৰ তেনেকৈ যথেষ্ট ধন-বিত্ত নাই, মই তোমাক ক'লো । কিন্তু যদি তোমাৰ এই কৌশল ফল-প্ৰসূ হয়, তেন্তে মই অহা খ্ৰীষ্টমাছৰ দিনা যিকোনো অনুষ্ঠানলৈ পাঁচ পাউণ্ড আগবঢ়াম।

(হলঘৰৰ দুৱাৰেৰে হফষ্টাদ সোমাই আহে)

হফষ্টাদ ॥ সুপ্ৰভাত! (বৈ) অ', ক্ষমা কৰিব··· ।

ডা: ষ্টকমেন ॥ কোনো কথা নাই, সোমাই আহক ।

কিল (আকৌ মুখটিপি হাঁহি) ॥ অহ'! তেনেহ'লে এখেতো ইয়াৰ মাজত আছে ?

হফষ্টাদ । আপুনি কি কৈছে ?

ডা: ষ্টকমেন ॥ নিশ্চয় । এখেতো আছে ।

কিল ॥ অ', মই আগতেই জনা উচিত নাছিল। কাৰণ খবৰ কাগজতো গল্পটো প্ৰকাশ হ'বই লাগিব! সেয়া কৰাৰ কিটিপ-কায়দা তুমি নিশ্চয় জানা, টমাছ । বাৰু, দুয়োজনে তোমালোকৰ মগজু প্ৰয়োগ কৰা । মই তেনেহলে আহো ?

ডা: ষ্টকমেন ॥ আৰু অলপ সময় ৰ'ব নোৱাৰেনে ?

কিল ॥ ওহো, এতিয়া মই যাবই লাগিব । তোমালোকে যিমান পাৰা সিমান নিজৰ বানৰ বুধি খটুৱাৰ চেষ্টা কৰা । মই জানো ইয়াৰ কাৰণে তোমালোকৰ

কোনো লোকচান নহ'ব।

( ওলাই যায়। শ্ৰীমতী ষ্টকমেনে আগবঢ়াই থয় )

ডা: ষ্টকমেন ( হাঁহি হাঁহি ) ॥ ভাবকচোন! এই বুঢ়াই আমাৰ পানী যোগান সন্দৰ্ভত মোৰ কথাবোৰৰ এটা শব্দও বিশ্বাস কৰিব নোখোজে!

হফষ্টাদ ॥ অ', কথা তেনেহলে সেইটোহে?

ডা: ষ্টকমেন ॥ এৰা, আমি সেই সম্পৰ্কেহে কথা পাতি আছিলো। আপুনিও ছাগে সেই একেটা কাৰণতে এইখিনি পাইছেহি! নহয় জানো?

হফষ্টাদ ॥ হয় ডাক্তৰ, ঠিক সেই কাৰণতে। আপুনি অলপ সময় মোৰ কাৰণে খৰচ কৰিব নোৱাৰিব জানো?

ডা: ষ্টকমেন ॥ অলপ কিয়, যিমান ইচ্ছা সিমান সময় আমি কথা পাতিব পাৰো। প্ৰিয় বন্ধু।

হফষ্টাদ ॥ বাৰু, মেয়ৰৰ প্ৰতিক্ৰিয়া সম্পৰ্কে কিবা গ'ম পাইছেনে?

ডা: ষ্টকমেন ॥ এতিয়ালৈ বিশেষ একো জানিব পৰা নাই। তেওঁ নিজে ইয়ালৈ আহিবই।

হফষ্টাদ ॥ যোৱা নিশাৰ পৰাই কথাটো সন্দৰ্ভত মই যথেষ্ট চিন্তা কৰিছো।

ডা: ষ্টকমেন ॥ হুম্!

হফষ্টাদ ॥ এজন বিজ্ঞানৰ মানুহ হিচাপে— এজন ডাক্তৰ হিচাপে আপুনি আপোনাৰ দৃষ্টিকোণৰ পৰাহে কথাটো বিচাৰ কৰি চাইছে। মানে মই ক'ব খুজিছো যে ইয়াৰ লগত অন্যান্য বহুতো কথাই সাঙোৰ খাই আছে।

ডা: ষ্টকমেন ॥ কেনেকৈ? আপুনি কি বুজাব খুজিছে? আহক, ভালদৰে বহি লৈ কথা পাতো। নহয়, ইয়াতে এই চোফাৰ ওপৰতে বহক।

( হফষ্টাদ চোফাৰ ওপৰত বহে। ডাক্তৰ টেবুলৰ সিফালৰ চকী এখনত বহে )

বাৰু এতিয়া কওক।

হফষ্টাদ ॥ যোৱাকালি আপুনি কৈছিল যে পানী দূষিত হোৱাৰ কাৰণ হ'ল পিতনিত উৎপন্ন হোৱা বীজাণুবোৰ।

ডা: ষ্টকমেন ॥ হয়, প্ৰশ্নাতীত ভাবেই ইয়াৰ কাৰণ হ'ল মলেডেল চামৰা কাৰখানাৰ কাষৰ এই বিষাক্ত পিতনিখন।

হফষ্টাদ ॥ ক্ষমা কৰিব ডাক্তৰ। মই কিন্তু ভাবো যে ইয়াৰ মূল কাৰণ হ'ল এখন সম্পূৰ্ণ অইন ধৰণৰ পিতনি।

ডা: ষ্টকমেন ॥ আৰু বা কোন পিতনিখনৰ কথা কৈছে?

হফষ্টাদ ॥ মই আমাৰ জীৱনবোৰ সম্পূৰ্ণৰূপে গঢ়ি উঠা অথচ লাহে লাহে ক্ষয় হ'বলৈ ধৰা সামাজিক পিতনিখনৰ কথা কৈছো।

ডা: ষ্টকমেন ॥ মি: হফষ্টাদ, আপুনিনো আচলতে কি ক'ব খুজিছে?

হফষ্টাদ ॥ ধীৰে ধীৰে আমাৰ নগৰখনৰ সামূহিক স্বাৰ্থজড়িত বিষয়বোৰ কণ-কণকৈ এদল বিষয়াৰ হাতলৈ যাব ধৰিছে।

ডা: ষ্টকমেন ॥ আ: তেওঁলোকৰ আটায়ে বিষয়া নহয়, নহয়।

হফষ্টাদ ॥ ঠিকেই, কিন্তু যিসকল লোক বিষয়া নহয়, তেওঁলোকো বিষয়াসকলৰ অতি ওচৰৰ মানুহ। তেওঁলোকৰ কোনোবাজন যদি বিষয়াসকলৰ বন্ধু, আন এজন হয়তো অঙহী-বঙহী। আমি আটায়ে এতিয়া নগৰখনৰ বিত্তবান আৰু সম্পত্তিশালী শ্ৰেণীটোৰ হাতৰ মুঠিত।

ডা: ষ্টকমেন ॥ হওতে হয়। কিন্তু তেখেতসকল আটায়ে সামৰ্থ্যবান আৰু জনা বুজা লোক।

হফষ্টাদ ॥ পানী যোগানৰ নলীবোৰ বহুওৱাৰ সময়ত তেখেতসকলে তেখেত-সকলৰ এই জ্ঞানফেৰা কামত খটুৱাইছিল নে?

ডা: ষ্টকমেন ॥ নাছিল। অৱশ্যে তেখেতসকলৰ পক্ষে সেয়া এক অতি মূৰ্খামিৰ কাম হৈছিল। কিন্তু সেই ভুল এতিয়া শুধৰোৱা হ'ব।

হফষ্টাদ ॥ কামটো ইমান সহজতে সম্পন্ন হ'ব বুলি আপুনি ভাবেনে?

ডা: ষ্টকমেন ॥ সহজতে হওক বা নহওক— যিকোনো প্ৰকাৰে এই শুধৰণি কৰিবই লাগিব।

হফষ্টাদ ॥ এৰা, যদিহে সংবাদপত্ৰবোৰত এই সম্পৰ্কে লেখা-মেলা কৰা হয়।

ডা: ষ্টকমেন ॥ তাৰ কিবা প্ৰয়োজন হ'ব পাৰে বুলি মই নাভাবো, বন্ধুবৰ। মই নিশ্চিত যে ককাইদেউৱে - - -।

হফষ্টাদ ॥ ক্ষমা কৰিব ডাক্তৰ। বিষয়টো সংবাদ-পত্ৰৰ মাজলৈ আনিব লগীয়া হ'ব বুলি মই আপোনাক কোৱাৰ প্ৰয়োজনীয়তা বোধ কৰিছো।

ডা: ষ্টকমেন ॥ সংবাদ-পত্ৰত আকৌ কেনেই?

হফষ্টাদ ॥ হয়। মই "গণদূত"ত কাম কৰিবলৈ লওঁতেই ভাবিছিলো যে সকলো ধৰণৰ ক্ষমতা কুক্ষিগত কৰি লোৱা এই স্ব-নিয়োজিত পচনমুখী দলটো ভাঙিব লাগিব।

ডা: ষ্টকমেন ॥ কিন্তু তেনে প্ৰচেষ্টাৰ ফল কেনে মাৰাত্মক হ'ব পাৰে সেই কথাতো আপুনি নিজেই মোক কৈছিল। আপোনাৰ কাকত প্ৰায় মৰি যোৱাৰ উপক্ৰম হৈছিল।

হফষ্টাদ ॥ অৱশ্যে সেইটো সঁচা। সেই সময়ত আমি এটা বা দুটা খাপ নামি অহাৰ প্ৰয়োজন হৈছিল। কাৰণ সেইটো নকৰিলে এই জলাশয় সম্পৰ্কীয় সম্পূৰ্ণ প্ৰকল্পটোৱে হৈ উঠিলহেঁতেন। কিন্তু অৱশেষত প্ৰকল্পটো সম্পূৰ্ণ হৈ উঠিল। এতিয়া আমি এই বুঢ়া ভদ্ৰলোক সকল নোহোৱাকৈও চলিব পাৰিম।

ডাঃ ষ্টকমেন ॥ তেওঁলোক নেহোৱাকৈয়ে? এৰা। কিন্তু আমি তেওঁলোকৰ ওচৰত গভীৰ কৃতজ্ঞতাৰ ঋণেৰে ঋণী।

হফষ্টাদ ॥ মুক্তভাবেই সেই কথাৰ স্বীকৃতি দিয়া হ'ব। কিন্তু মোৰ দৰে এজন গণতান্ত্ৰিক মনোভাবাপন্ন সাংবাদিকৰ কাৰণে এনে এক সুবৰ্ণ সুযোগ কেতিয়াও হাতৰ পৰা ওলাই যাবলৈ দিয়াটো সম্ভৱ নহয়। কাৰণ সৰ্বজ্ঞ চৰকাৰী বিষয়া সকলৰ জ্ঞানৰ নমুনাৰ আচল ৰূপ এইবাৰ প্ৰকাশ কৰিবই লাগিব। অইন অন্ধবিশ্বাসবোৰৰ দৰে এই অন্ধবিশ্বাসো জনতাৰ মনৰ পৰা আঁতৰাবই লাগিব।

ডাঃ ষ্টকমেন ॥ সেই ক্ষেত্ৰত মই আপোনাৰ প্ৰতি সম্পূৰ্ণ সহযোগিতা আগবঢ়াম। অন্ধবিশ্বাসৰ পৰা নিষ্কৃতি পাবই লাগিব।

হফষ্টাদ ॥ আপোনাৰ ককাঃদেউ হোৱা হেতুকে মাননীয় মেয়ৰ মহাশয়ক ইয়াৰ মাজলৈ টানি আনিবলৈ মই সিমান ইচ্ছুক নহও। কিন্তু আপুনি মোৰ লগত এই কথাত নিশ্চয় একমত হ'ব যে সত্য উদ্‌ঘাতনেই হ'ল আমাৰ প্ৰথম লক্ষ্য।

ডাঃ ষ্টকমেন ॥ সেইটো আৰু ক'ব লাগিছেনে? নিঃসন্দেহে। (হঠাৎ বিশেষ গুৰুত্ব দি) হয়.. কিন্তু.. কিন্তু ....।

হফষ্টাদ ॥ আপুনি মোক ভুল সুবুজিব, ডাক্তৰ। গৰিষ্ঠ সংখ্যক মানুহতকৈ মই মুঠেই অধিক আত্মকেন্দ্ৰিক অথবা উচ্চাভিলাষী নহও।

ডাঃ ষ্টকমেন ॥ বন্ধুবৰ, আপুনি তেনেকৈ ভাবিছে কেলেই?

হফষ্টাদ ॥ আপুনি জানেই মইও সাধাৰণ পৰিয়ালৰ পৰাই আহিছো। এই কাৰণেই মানৱ জীৱনৰ সাধাৰণ স্তৰৰ মানুহবোৰৰ কিহৰ প্ৰয়োজন অতি বেছি, সেই কথা জনাৰ সুযোগ পাইছো। সেয়া হ'ল— ৰাজহুৱা জীৱনত তেওঁলোককো কিছু পৰিমাণে অংশ গ্ৰহণৰ সুযোগ দিব লাগে। কেৱল ইয়েই তেওঁলোকৰ মানসিক বুদ্ধি-বৃত্তি, আত্ম-সন্মানবোধৰ উৎকৰ্ষ সাধন কৰিব - - -।

ডাঃ ষ্টকমেন ॥ মোৰ মতে এয়া এক অতি আদৰণীয় কথা হ'ব।

হফষ্টাদ ॥ এৰা। আৰু মোৰ মতে ডাক্তৰ, এজন সাংবাদিকে যদি জনতাৰ— বিশেষকৈ সাধাৰণ আৰু দলিত সকলৰ মুক্তিৰ কাৰণে এনে এক সোণালী সুযোগ হাতৰ মুঠিলৈ অহাৰ পিছতো তাৰ সদ্ব্যৱহাৰ নকৰে, তেন্তে তেওঁ এক

গুৰু দায়িত্ব পালনত ব্যৰ্থ হোৱা বুলি ক'ব লাগিব। অৱশ্যে মই এইটোও ভালদৰে জানো যে এই কামটোত হাত দিয়াৰ লগে লগে অভিজাত শ্ৰেণী-টোৱে মোক আন্দোলনকাৰী আখ্যা দিয়াৰ উপৰিও সেই ধৰণৰ আৰু বহু কিবাকিবিয়েই ক'ব। কিন্তু তেওঁলোকৰ যি মন যায়, কৈ থাকক। কেৱল মই নিজে বিবেকৰ দংশন সহিব নালাগিলেই হয়। আৰু তেনেস্থলত—'।

ডাঃ ষ্টকমেন ॥ অতি সঁচা কথা, মিঃ হফষ্টাদ, সম্পূৰ্ণৰূপে সত্য কথাকেই কৈছে। তথাপি যিয়েই হওঁক --- আঃ জাহান্নামে যাওঁক! (দুৱাৰত টোকৰৰ শব্দ শুনা যায়) সোমাই আহক!

(এছলেকছেনক দুৱাৰমুখত দেখা যায়। সাধাৰণ অথচ পৰিপাটী ক'লা সাজ পৰিহিত। ডিঙিত এখন বগা গল-বন্ধনী। হাতত হাত মোজা আৰু এটা টুপী)

এছলেকছেন (অভিবাদন জনাই) ॥ এইদৰে অসময়ত আহি আমনি কৰা বাবে অনুগ্ৰহ কৰি ক্ষমা কৰিব।

ডাঃ ষ্টকমেন (বহাৰ পৰা উঠি) ॥ অ', মিঃ এছলেকছেন, আপুনিহে!

এছলেকছেন ॥ হয়, মইহে ডাক্তৰ।

হফষ্টাদ (থিয় হৈ) ॥ মোক বিচাৰিছে নেকি, মিঃ এছলেকছেন?

এছলেকছেন ॥ নহয়, নহয়। আচলতে আপোনাকো ইয়াত পামহি বুলি ভবাই নাছিলো। মই ডাক্তৰক বিচাৰিহে এইখিনি পাইছোহি।

ডাঃ ষ্টকমেন ॥ কি কথা কওকচোন! আপোনাৰ কাৰণে মই কি কৰিব পাৰো?

এছলেকছেন ॥ মিঃ বিলিঙৰ মুখে শুনা কথাবোৰ সঁচানে? মানে আপুনি হেনো আমাৰ নগৰখনৰ পানী-যোগান ব্যৱস্থাৰ উন্নতি সাধিব খুজিছে?

ডাক্তৰ ॥ হয়, এই স্নানাগাৰবোৰৰ ---।

এছলেকছেন ॥ এৰা, মই ঠিক সেইদৰেই শুনিছো। আপোনাক মাথোন ইয়াকেই ক'বলৈ আহিছো যে এই প্ৰচেষ্টাত সাধ্যানুসাৰে মই আপোনাক সৰ্বতোপ্ৰকাৰে সহায় কৰিম।

হফষ্টাদ (ডাক্তৰৰ পিনে) ॥ দেখিছে?

ডাঃ ষ্টকমেন ॥ ইয়াৰ কাৰণে মই আপোনাৰ ওচৰত কৃতজ্ঞ হৈ ৰ'ম। কিন্তু ---।

এছলেকছেন ॥ কাৰণ আমাৰ দৰে ক্ষুদ্ৰ ব্যৱসায়ী সকল আপোনাৰ লগত থকাটো বিশেষ এটা বেয়া নহব। আমি বিচাৰিলে চহৰ খনত প্ৰকৃততে আমিয়েই আটাইতকৈ সংখ্যাগৰিষ্ঠ গোট গঠন কৰিব পাৰো। আৰু ডাক্তৰ, আপোনাৰ প্ৰতি

সভাৰ সংখ্যাগৰিষ্ঠৰ সমৰ্থন থকাটো অতি সুবিধাজনক কথা।

ডাঃ ষ্টকমেন ॥ নিঃসন্দেহে আপুনি সঁচা কথাকে কৈছে। কিন্তু মই এটা কথা বুজা নাই। আমি কৰিবলৈ ওলোৱা কামটোত ইমানকৈ কি পূৰ্ব সাৱধানতা অৱলম্বন কৰিবলগীয়া আছেনো? মোৰ ধাৰণা মতে ইতো এটা অতি চিধা, পোনপটীয়া কথা বুলিয়েই - - -।

এছলেকছেন ॥ আঃ, তথাপিও ধৰকছোন, সমৰ্থনৰ প্ৰয়োজন হ'ব পাৰে। মই আমাৰ স্থানীয় কৰ্তৃপক্ষক ভালদৰে জানো। বিষয়া সকলে সাধাৰণতে আনে তৈয়াৰ কৰি দিয়া আঁচনি আদি কাৰ্য্যকৰী কৰিবলৈ টান পায়। সেই কাৰণেই মই ভাবিছো যে আমি জনমতৰ সমৰ্থন প্ৰতিপন্ন কৰিবলৈ কিছু পৰিমাণে বিক্ষোভ আদি প্ৰদৰ্শনৰ ব্যৱস্থা কৰাটো তেনে কোনো ভুল কথা নহ'ব।

হভষ্টাদ ॥ সেইটো ঠিকেই।

ডাঃ ষ্টকমেন ॥ কি ক'লে? বিক্ষোভ প্ৰদৰ্শন? কিন্তু কি যুক্তিৰ ভিত্তিত আপুনি বিক্ষোভৰ আয়োজন কৰিব?

এছলেকছেন ॥ ডাক্তৰ, আমি যথেষ্ট সংযমী হৈয়ে আগবাঢ়িম। সংযমী হৈ নৰম-পন্থা অৱলম্বন কৰাই মোৰ লক্ষ্য। অন্ততঃ, মই ভাবো ইয়ে হ'ল এজন নাগৰিকৰ আটাইতকৈ মহৎ গুণ।

ডাঃ ষ্টকমেন ॥ আপোনাৰ এই বৈশিষ্ট্যৰ কথা সৰ্বজন বিদিত।

এছলেকছেন ॥ এৰা, ইয়াক লৈ গৌৰৱ কৰিব পাৰো বুলিয়েই মই ভাবো। তাৰোপৰি আমাৰ ক্ষুদ্ৰ ব্যৱসায়ী সকলৰ কাৰণে এই পানী-যোগানৰ কথাটো হ'ল আটাইতকৈ গুৰুত্বপূৰ্ণ কথা। এই স্নানাগাৰ সমূহ নগৰখনৰ কাৰণে সোণৰ খনি স্বৰূপ হৈ পৰিব পাৰে। আমি আটায়ে বিশেষকৈ ভাড়া ঘৰৰ মালিক সকলে ইয়াৰ ওপৰত নিৰ্ভৰ কৰিয়েই তিষ্ঠিব লাগিব। এই কাৰণতে আমি যিমান পাৰো সবল ভাবে এই কামত আপোনাক সহায় কৰিম। আৰু বৰ্তমান ভাড়াঘৰ মালিক সন্থাৰ সভাপতি হিচাপে মই - - -।

ডাঃ ষ্টকমেন ॥ এৰা, এৰা - - -।

এছলেকছেন ॥ তাৰোপৰি আপুনি জানিবই পায় যে মই "মাদক দ্ৰব্য নিবাৰণী সমিতিৰ স্থানীয় সম্পাদক। আপুনি বোধহয় জানেই যে এই ক্ষেত্ৰত এজন নীৰৱ উদ্যোগী কৰ্মী হিচাপে - - -।

ডাঃ ষ্টকমেন ॥ অৱশ্যে, অৱশ্যে।

এছলেকছেন ॥ তেনেহলে আপুনি ইয়াকো জানে যে মই নিতৌ বহুতো লোকৰ সংস্পৰ্শলৈ আহিব লগীয়া হয়। আৰু ডাক্তৰ, এজন সংযমী আৰু আইন-কানুন মানি চলা নাগৰিক হিচাপে আপোনাৰ দৰে মোৰো এটা নাম আছে। সেইগুণেই নগৰখনত মোৰ কিছু প্ৰভাৱ আছে। এক প্ৰকাৰৰ ক্ষমতা বুলিও ক'ব পাৰি।

ডা: ষ্টকমেন ॥ মই ভালদৰে জানো, মি: এছলেকছেন।

এছলেকছেন ॥ গতিকে আপুনি বুজিবই পাৰিছে যে প্ৰয়োজন বোধে অতি সহজতে মই প্ৰশস্তি-পত্ৰ আদিৰ ব্যৱস্থা কৰিব পাৰিম।

ডা: ষ্টকমেন ॥ প্ৰশস্তি-পত্ৰ? কাৰ কাৰণে?

এছলেকছেন ॥ সমাজৰ প্ৰতি আপোনাৰ এই সেৱাৰ বিনিময়ত আপোনাৰ প্ৰতি শলাগৰ শৰাই হিচাপে দু-আষাৰ আপোনা প্ৰাপ্য। এই কথা নক'লেও হ'ব যে যথেষ্ট সংযম অৱলম্বন কৰিহে আমি এই কামত অগ্ৰসৰ হ'ব লাগিব। চাব লাগিব যাতে কৰ্তৃপক্ষ মহোদয়বৰ্গ আমাৰ ওপৰত কোনো প্ৰকাৰে ৰুষ্ট নহয়। কাৰণ শাসনৰ বাঘজৰী তেওঁলোকৰ হাতত হে। মই ভাবো যে আমি সংযমশীলতাৰ প্ৰতি যথেষ্ট মনোযোগ দি আগবাঢ়িলে কোনেও আমাক দোষী সাব্যস্ত কৰিব নোৱাৰিব।

হফষ্টাদ ॥ 'এৰা, আনকি তেখেতসকলে কথাটো ভাল নাপাব বুলি ধৰি ল'লেও - - ।

এছলেকছেন ॥ নহয়, নহয়। মি: হফষ্টাদ, কৰ্তৃপক্ষ মহোদয় সকলৰ প্ৰতি কোনো ধৰণৰ অসৌজন্যতামূলক আচৰণ প্ৰদৰ্শিত হ'ব নোৱাৰিব। যি সকল লোকৰ ওপৰত আমাৰ সমাজৰ কল্যাণ নিৰ্ভৰ কৰে, তেনে লোক সকলৰ অযথা দোষ খুচৰিবলৈ গৈ কোনো লাভ নাই। আগতে তেনে কৰিবলৈ গৈ মই গম পাইছো যে সেইবোৰৰ পৰা আচলতে একো ভাল ফল পোৱা নাযায়। কিন্তু এজন নাগৰিকৰ যুক্তিপূৰ্ণ আৰু মুক্ত অভিমতক নিশ্চয় কোনেও উলাই কৰিব নোৱাৰে।

ডা: ষ্টকমেন (এছলেকছেনৰ লগত কৰমৰ্দন কৰি) ॥ আমাৰ সহ নাগৰিক বৃন্দৰ পৰা এই আন্তৰিক সমৰ্থন লাভ কৰি মই যে কিমান আনন্দিত হৈছো, তাক প্ৰকাশ কৰাৰ মোৰ ভাষা নাই, মি: এছলেকছেন। মই খুব আনন্দিত—অতি আনন্দ লাগিছে মোৰ! বাৰু, চেৰী এগিলাচ খোৱাত নিশ্চয় আপোনাৰ কোনো আপত্তি নাই, মি: এছলেকছেন? এছলেকছেন— ধন্যবাদ, নালাগে। সেই ধৰণৰ পানীয় মই কেতিয়াও নাখাও।

ডা: ষ্টকমেন ॥ তেনেহলে এগিলাচ বিয়াৰকে থাওঁক।

এছলেকছেন ॥ নাই, নাই, সেয়াও নালাগে। আচলতে ইমান সোনকালে মই সেই-বোৰ নাখাওঁৱেই। আমাৰ স্বাৰ্থ্য পম্বাৰ ভেটীটো তৈয়াৰ কৰি লোৱাৰ কাৰণে মই এতিয়া চহৰলৈ গৈ দুই এজন ঘৰৰ মালিকক লগ ধৰি কথাটো আলোচনা কৰোগৈ।

ডা: ষ্টকমেন ॥ সেইটো মোৰ কাৰণে অতি সৌভাগ্যৰ কথা। কিন্তু এই পূৰ্ব সাৱধান-তাৰ প্ৰয়োজনীয়তা আচলতে কি, মই বুজি পোৱা নাই। মইতো ভাবো যে কামটো অতি পোনে পোনে সমাধা হ'ব লাগে।

এছলেকছেন ॥ কৰ্তৃপক্ষৰ কামৰ গতি সদায় শামুকীয়া। অৱশ্যে কথাটো মই তেওঁলোকক দোষাৰোপ কৰি কোৱা বুলি নলয় যেন।

হফষ্টাদ ॥ আমি কাইলৈৰ সংখ্যা কাকততে তেওঁলোকক নিদ্ৰাৰ পৰা জগাই দিম, এছলেকছেন।

এছলেকছেন ॥ কিন্তু মি: হফষ্টাদ, মোৰ বিশ্বাস সেয়া নিশ্চয় হিংসামূলক ভাবে নহয়। আপুনি সংযমশীল হৈ আগনাবাঢ়িলে তেথেত সকলৰ লগত কোনো কামেই কৰিব নোৱাৰিব। মোৰ উপদেশ আপুনি গ্ৰহণ কৰিব পাৰে। কাৰণ মই জীৱনৰ পঢ়াশালিত পাঠ পঢ়ি শিক্ষা লৈছো। বাৰু, ডাক্তৰ, এতিয়ালৈ বিদায়হে। আপুনি এই কথা বিশ্বাস কৰিব পাৰে যে এই মুহূৰ্তৰ পৰা প্ৰতি কথাতে সকলো সময়তে এখন মজবুত দেৱালৰ দৰে হৈ আপোনাৰ পিছফালে থাকিম। বৰ্ত্তমান প্ৰতি মুহূৰ্ত্ততে আটিল সংখ্যাগৰিষ্ঠ গোট আপোনাৰ লগত, মনত ৰাখিব ডাক্তৰ।

ডা: ষ্টকমেন ॥ প্ৰিয় মি: এছলেকছেন - - - আপোনাৰ প্ৰতি মই বাধিত হৈ ৰ'ম। (কৰমৰ্দন কৰি) বাৰু, আহক তেনে!

এছলেকছেন ॥ মি: হফষ্টাদ, আপুনিও মোৰ লগত ছপাশালৰ ফালে যাবনে?

হফষ্টাদ ॥ আপুনি আগবাঢ়ক, মই গৈ আছো। তাৰ আগতে আমাৰ কিবা অলপ ঠিক কৰিবলগীয়া আছে।

এছলেকছেন ॥ ভাল বাৰু।

(অভিবাদন জনাই ওলাই যায়। ডাক্তৰে আগবঢ়াই থয়।)

হফষ্টাদ (ডাক্তৰ পুনৰ ভিতৰলৈ অহাত) ॥ আপুনি বাৰু এই সম্পৰ্কে কি ভাবে, ডাক্তৰ? এই দ্বিধা, শিথিলতা আৰু কাপুৰুষালি আদিক কিছু পৰিমাণে সঞ্জীৱিত কৰাৰ উপযুক্ত সময় সমাগত বুলি আপুনি নাভাবেনে?

ডাঃ ষ্টকমেন ॥ আপুনি এছলেকছেনৰ কথা কৈছে নেকি ?

হফষ্টাদ ॥ এৰা । আন সকলো দিশৰ পৰা ভাল হ'লেও এছলেকছেন হ'ল সেই শ্ৰেণীৰ লোক, যি সকলে পিতনিত পৰি উঠিব নোৱাৰি তাতে পাক-ঘূৰণি খাই থাকে। আমাৰ ইয়াৰ বেছি ভাগেই এই শ্ৰেণীৰ লোক। পোনতে ইফালে আৰু পিছ মুহূৰ্ত্ততে সিফালে বাগৰা শ্ৰেণীৰ লোক। সাৱধানী হৈ বাট বুলোতে বুলোতে তেওঁলোকে কোনো ক্ষেত্ৰতে এক দৃঢ় সিদ্ধান্ত লৈ এক খোজো আগবাঢ়িব নোৱাৰে।

ডাঃ ষ্টকমেন ॥ আপুনি ঠিকেই কৈছে। কিন্তু এছলেকছেনৰ কিবা বেয়া মতলব থকা যেন নালাগিল।

হফষ্টাদ ॥ কিন্তু ইয়াতকৈও আন এটা কথাতহে মই গুৰুত্ব আৰোপ কৰো। কোনো এজন মানুহ আত্মনিৰ্ভৰশীল হোৱাৰ উপৰি নিজৰ সামৰ্থ্য সম্পৰ্কে নিশ্চিন্ত হ'ব লাগে।

ডাঃ ষ্টকমেন ॥ আপুনি সম্পূৰ্ণ সঁচা কথাকেই কৈছে বুলি মই ভাবো।

হফষ্টাদ ॥ সেই কাৰণেই হাতত পোৱা এই সুযোগটোৰ জৰিয়তে এই সৎ মনৰ মানুহবোৰক অলপ মানো পুৰুষত্ব দান কৰিব পাৰি নে নোৱাৰি, তাকে চাব খোজো। চহৰখনৰ কৰ্ত্তৃপক্ষৰ ভাবমূৰ্ত্তি এইবাৰ সমূলঞ্চে বিনষ্ট কৰি পেলাব লাগিব। পানী যোগান সম্পৰ্কীয় এই সাংঘাটিক আৰু অক্ষমণীয় ভুলটো সন্দৰ্ভত প্ৰতিজন পৌৰ ভোটদাতাকে সজাগ কৰি তুলিব লাগিব।

ডাঃ ষ্টকমেন ॥ অতি সুন্দৰ কথা ! যদি আপুনি তাকে সমাজৰ কাৰণে মংগলজনক বুলি ভাবে, তেন্তে সেয়ে হওক ! কিন্তু মই ককাইদেউৰ লগত এবাৰ আলোচনা কৰাৰ আগতে যাতে আপুনি একো নকৰে !

হফষ্টাদ ॥ যিয়েই হওক, এটা বিশেষ প্ৰবন্ধ মই ইতিমধ্যে সাজু কৰিম। আৰু যদি মেয়ৰ মহাশয়ে কামটো হাতত ল'বলৈ অস্বীকাৰ কৰে.... ।

ডাঃ ষ্টকমেন ॥ তেনেকুৱা হ'ব পাৰে বুলি আপুনি কেলেই ভাবে ?

হফষ্টাদ ॥ তেনেকুৱা কিবা এটা হ'ব পাৰে। আৰু যদি তেনেকুৱাই হয়.... ।

ডাঃ ষ্টকমেন ॥ যদি তেনেকুৱাই কিবা এটা হয়, তেন্তে মই আপোনাক কথা দিছো যে.... । চাওঁক, তেনেকুৱা কিবা ঘটিলে এটা শব্দও বাদ নিদিয়াকৈ আপুনি মোৰ প্ৰবন্ধটো হুবহু প্ৰকাশ কৰিব পাৰিব।

হফষ্টাদ ॥ সঁচাকৈয়ে নে ? তেনেহলে আপুনি মোক কথা দিছে ?

ডাঃ ষ্টকমেন ( পাণ্ডুলিপিটো তেওঁক দিয়ে ) ॥ এয়া, লওক এইটো অন্ততঃ পঢ়ি

চোৰাৰ পৰা আপোনাৰ একো লোকচান নহয় । পিছে পৰেও মোক গুণটাই দিব পাৰিব ।

হফষ্টাদ ॥ ভাল কথা । মই তাকেই কৰিম । বাৰু, এতিয়া বিদায়হে ।

ডাঃ ষ্টকমেন ॥ বাৰু, আপুনি আহক তেন্তে । চাব, সকলো ঠিকে ঠিকে পাৰ হৈ যাব । আপোনাক ক'লো, মিঃ হফষ্টাদ— সম্পূৰ্ণ ভালদৰেই সকলো হ'ব ।

হফষ্টাদ ॥ হুম্ ! বাৰু, দেখা যাওক ।

(অভিবাদন জনাই ওলাই যায়)

ডাঃ ষ্টকমেন (খোৱা কোঠাৰ দুৱাৰ খুলি ভিতৰলৈ চাই) ॥ কেথেৰিন ! অ', পেট্রা, তই আহিলি ?

পেট্রা (সোমাই আহি) ॥ হয় দেউতা, এইমাত্র স্কুলৰ পৰা আহি পাইছো ।

শ্ৰীমতী ষ্টকমেন (সোমাই আহি) ॥ তেওঁ এতিয়াও গোৱাহি নাই নে ?

ডাঃ ষ্টকমেন ॥ কোন, পিটাৰ ? নাই । ইতিমধ্যে মই হফষ্টাদৰ লগত বহু সময় জুৰি আলোচনা কৰিলো । মোৰ আবিষ্কাৰৰ কথা শুনি তেওঁ ৰোমাঞ্চিত । মই গোনতে ভবাতকৈও কথাটোৰ গুৰুত্ব অধিক বুলি এতিয়া মোৰ ধাৰণা হৈছে । প্রয়োজন বোধে মই তেওঁৰ কাকতৰ সহায় ল'ব পাৰিম বুলিও তেওঁ মোক কৈছে ।

শ্ৰীমতী ষ্টকমেন ॥ তাৰ কিবা প্রয়োজন হ'ব পাৰে বুলি তুমি ভাবা জানো ?

ডাঃ ষ্টকমেন ॥ সদ্যহতে কোনো প্রয়োজন নাই । সি যি হওক, এই কথা ভাবি মোৰ ভাল লাগিছে যে মই উদাৰমনা, স্বাধীনচিন্তীয়া সংবাদ পত্র এখন মোৰ সহায় হিচাপে পাইছো । এৰা, আৰু ভাবি চোৱা মোৰ ওচৰলৈ আনকি ঘৰ মালিক সন্থাৰ সভাপতিও আহিছিল ।

শ্ৰীমতী ষ্টকমেন ॥ হয় নেকি ? তেওঁকনো কি লাগে ?

ডাঃ ষ্টকমেন ॥ তেওঁও মোলৈ সহায়ৰ হাত আগবঢ়াইছে । আৱশ্যক হ'লে তেওঁলোকে একগোট হৈ মোৰ প্রতি সমৰ্থন আগবঢ়াব । কেথেৰিন, তুমি জানানে এতিয়া বাৰু মোৰ সৈতে কোন আছে ?

শ্ৰীমতী ষ্টকমেন ॥ তোমাৰ সৈতে ? কোন আছেনো ?

ডাঃ ষ্টকমেন ॥ আটিল সংখ্যাগৰিষ্ঠ গোট ।

শ্ৰীমতী ষ্টকমেন ॥ সঁচা ? সেইটো তোমাৰ বাবে ভাল কথা নেকি, টমাছ ?

ডাঃ ষ্টকমেন ॥ মইতো ভাল বুলিয়েই ভাবো । (হাত দুখন মোহাৰি ইফালে-সিফালে অহাযোৱা কৰে) ঈশ্বৰৰ নামত শপত খাই কৈছো, এজন নাগৰিকে

তেওঁৰ নিচিনা আন সকলৰ সৈতে ভ্ৰাতৃত্বৰ বন্ধন অনুভৱ কৰিব পৰাটো সঁচাকৈয়ে অতি ভাল লগা কথা ।

পেট্ৰা ॥ তদুপৰি দেউতা, ইমান মহৎ আৰু জনহিতকৰ কাম কৰিব পৰাটোও কম কথা নহয় ।

ডা: ষ্টকমেন ॥ আৰু বাছা, যেতিয়া কোনোবা এজনে সেই কাম নিজৰ চহৰখনৰ কাৰণে কৰিব পাৰে, তেতিয়া আৰু বেছি ভাল লাগে ।

শ্ৰীমতী ষ্টকমেন ॥ শুনাছোঁন, কোনোবাই দুৱাৰমুখত বেল বজাইছে !

ডা: ষ্টকমেন ॥ নিশ্চয় তেওঁৱেই হ'ব ! ( দুৱাৰত টোকৰৰ শব্দ শুনা যায় ) সোমাই আহক !

পিটাৰ ( হলঘৰেদি সোমাই আহে ) ॥ সুপ্ৰভাত !

ডা: ষ্টকমেন ॥ তোমাক লগ পাই ভাল লাগিছে ।

শ্ৰীমতী ষ্টকমেন ॥ সুপ্ৰভাত ! কেনে আছে ?

পিটাৰ ॥ চলি আছো আৰু । ধন্যবাদ । ( ডাক্তৰৰ প্ৰতি ) যোৱা কালি কাৰ্য্যালয় ছুটী হোৱাৰ পিছত মই স্নানাগাৰ সমূহৰ পানীৰ অৱস্থা সন্দৰ্ভত তোৰ প্ৰতিবেদন এখন পাইছিলো ।

ডা: ষ্টকমেন ॥ এৰা, পঢ়ি চালানে ?

পিটাৰ ( পেট্ৰাইঁতৰ ফালে চাই ) ॥ হুম্ !

শ্ৰীমতী ষ্টকমেন ॥ পেট্ৰা, ভিতৰলৈ যাও ব'ল ।

( দুয়োজনে বাওঁপিনৰ কোঠালৈ সোমাই যায় )

পিটাৰ ( অলপ ৰৈ ) ॥ মোৰ অজ্ঞাতে এইবোৰ অনুসন্ধান চলোৱাৰ কিবা প্ৰয়োজন আছিল জানো ?

ডা: ষ্টকমেন ॥ আছিল । কাৰণ মই সম্পূৰ্ণৰূপে নিশ্চিত নোহোৱালৈকে.... ।

পিটাৰ ॥ তাৰ মানে তই ক'ব খুজিছ যে এতিয়া তই সম্পূৰ্ণৰূপে নিশ্চিত ?

ডা: ষ্টকমেন ॥ নিশ্চয় তুমি সেই কথাত নিশ্চয় পতিয়ন গৈছা !

পিটাৰ ॥ তই এইখন স্নানাগাৰ পৰিচালনা সমিতিৰ ওচৰত বিভাগীয় প্ৰতিবেদন হিচাপে দাখিল কৰিব খোজ নেকি ?

ডা: ষ্টকমেন ॥ নিশ্চয় । বিষয়টো সন্দৰ্ভত অনতি পলমে কিবা এটা কৰিবই লাগিব ।

পিটাৰ ॥ সচৰাচৰ কৰি অহাৰ দৰে তই প্ৰতিবেদনখনত অতি চোকা শব্দ ব্যৱহাৰ কৰিছ । অন্যান্য কথাৰ লগতে তই লিখিছ যে আমি স্নানাগাৰ

সমূহত পৰ্য্যটনকাৰী সকলক্ স্থায়ীভাবে বিষৰ যোগান ধৰি আছো !

ডা: ষ্টকমেন ॥ আচ্ছা, তাতকৈ অইন ধৰণে তুমি ক'ব পাৰা জানো ?
ভাবিচোৱাচোন— খোৱাই বা গা-ধোৱা মূঠতে জলাশয়টোৰ পানী বিষযুক্ত। আৰু আমাৰ ওচৰলৈ অতি বিশ্বাসেৰে আৰোগ্য লাভ কৰাৰ অৰ্থে অহা গৰীব বেমাৰী মানুহবোৰক আমি কেৱল তাকেই দি আছো। আকৌ আৰোগ্য লাভৰ আশাত তেওঁলোকে অত্যধিক ভৰণিও ভৰে।

পিটাৰ ॥ আৰু তই যুক্তিৰ দ্বাৰা এই সিদ্ধান্তলৈ আহিছ যে আমি অস্বাস্থ্যকৰ পদাৰ্থবোৰ মলেডেলৰ পৰা উলিয়াই দিবলৈ ভূগৰ্ভস্থ নলী বহুৱাৰ উপৰিও পানীৰ নলীবোৰো নতুনকৈ বহুৱাব লাগিব !

ডা: ষ্টকমেন ॥ এৰা। ইয়াৰ বাহিৰে আন কিবা উপায় আছে বুলি তুমি ভাবা নেকি ? মই কিন্তু নাভাবো।

পিটাৰ ॥ আজি ৰাতিপুৱা কিবা এটা কামত মই নগৰৰ পৌৰ-অভিযন্তাৰ ওচৰলৈ যাওতে তোৰ প্ৰস্তাৱটোৰ প্ৰসংগ টানি তেওঁক কৈছিলো যে সম্ভৱতঃ কিছুদিন পিছত আমি এই প্ৰস্তাৱটো বিবেচনা কৰিব লগীয়া হ'বও পাৰে।

ডা: ষ্টকমেন ॥ কিছুদিন পিছত ?

পিটাৰ ॥ স্বাভাৱিকতে মোৰ এই অমিতাচাৰৰ কথাটো শুনি তেওঁ হাঁহিছিল। তোৰ এই প্ৰস্তাৱিত সাল-সলনিৰ ব্যয় কিমান হ'ব ভাবি চাইছনে ? মোৰ হাতত পৰা তথ্য মতে ইয়াৰ ফলত হ'ব লগীয়া সম্ভাব্য ব্যয় প্ৰায় পোন্ধৰৰ পৰা বিছ হাজাৰ পাউণ্ড হ'ব গৈ।

ডা: ষ্টকমেন ॥ ইমানেই ব্যয় হ'ব নে ?

পিটাৰ ॥ এৰা। ইয়াতকৈও গুৰুতৰ চিন্তনীয় কথাটো হ'ল যে কামখিনি সম্পূৰ্ণ হওতে হওতে প্ৰায় দুবছৰ সময় লাগিব।

ডা: ষ্টকমেন ॥ দুবছৰ ? সম্পূৰ্ণ দুটা বছৰ ?

পিটাৰ ॥ কমেও। কিন্তু এই দুবছৰে আমি স্নানাগাৰ সমূহক লৈ কি কৰিম ? বন্ধ কৰি দিম নেকি ? প্ৰকৃততে তাকেই কাৰ্য্যত: কৰিব লাগিব। আৰু তই ভাব নেকি যে স্নানাগাৰ সমূহৰ পানী বিপদজনক বুলি এবাৰ কথাটো জনাজনি হোৱাৰ পিছত ইয়ালৈ কোনোবা আহিব ?

ডা: ষ্টকমেন ॥ তোমাৰ কথাটো হয়। কিন্তু কথা যে সেইটোৱেই !

পিটাৰ ॥ যি সময়ত এই স্নানাগাৰ সমূহৰ কথা কেৱল জনাজনি হ'বলৈ আৰম্ভ কৰিছিল, ঠিক তেনে সময়তে এই লকলোবোৰ ঘটিল। পৰ্য্যটকক আকৰ্ষণ

কৰিব পৰা এনে ধৰণৰ ব্যৱস্থা থকা আন আন চহৰ আমাৰ ওচৰে-পাজৰেও আছে। এতিয়া পৰ্য্যটক সমূহক আকৃষ্ট কৰিবলৈ সেইবোৰ চহৰৰ পৰা যে সকলো ধৰণৰ প্ৰচেষ্টা চলিব আৰু তাৰ ফলত পৰ্য্যটক সকলে যে সেই ঠাই বোৰলৈ ঢাপলি মেলিব, তই সেই কথাটো বুজি পোৱা নাইনে? নিঃসন্দেহে অৱস্থা তেনেকুৱাই হ'ব আৰু তেতিয়া আমাৰ অৱস্থা কি হ'ব? হয়তো ইমান টকা-পইচা ব্যয় কৰি নিৰ্মাণ কৰি উলিওৱা এই জলাশয় প্ৰকল্পটো আমি সম্পূৰ্ণৰূপে বন্ধ কৰি দিব লাগিব। তেতিয়া তই তোৰ নিজৰ নগৰ খনক ধ্বংস কৰাৰ দৰে নহবনে?

ডাঃ ষ্টকমেন॥ মই নগৰখনক ধ্বংস কৰিব খুজিছো?

পিটাৰ॥ মাথোন এই স্নানাগাৰ সমূহৰ ওপৰতে নগৰখনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। মই বুজাৰ দৰে তইও নিশ্চয় এই কথাটো বুজি পাৱ।

ডাঃ ষ্টকমেন॥ তেন্তে এতিয়া কি কৰিম বুলি ভাবিছা?

পিটাৰ॥ তোৰ প্ৰতিবেদন পঢ়াৰ পিছতো মই এই কথাত পতিয়ন যাবলৈ টান পাইছো যে তই লিখাৰ দৰেই স্নানাগাৰ সমূহৰ পানী ইমান বেছি দূষিত হৈ পৰিছে।

ডাঃ ষ্টকমেন॥ কিন্তু মই তোমাক ক'লো যে মই লিখাতকৈ অৱস্থা বেছি বেয়া। অন্ততঃ গ্ৰীষ্মকাল অহাৰ লগে লগে পানী অধিক দূষিত হৈ পৰিব।

পিটাৰ॥ আগতে কোৱাৰ দৰে মই ভাবো যে তই হয়তো বিষয়টো কিছু পৰিমাণে অতিৰঞ্জিত কৰি লিখিছ। এজন অভিজ্ঞ চিকিৎসকে কেতিয়া কি ব্যৱস্থা ল'ব লাগে, জানিব লাগে। কোনো ধৰণৰ অস্বাস্থ্যকৰ বা দূষিত অৱস্থা যদি চলিয়েই থাকে, তেন্তেহলে তাক বোধ কৰাৰ কাৰণে অথবা নিৰাময়ৰ কাৰণে তেওঁ সমৰ্থ হোৱা উচিত।

ডাঃ ষ্টকমেন॥ বাৰু। তাৰ পিছত? আৰু কি ক'বা?

পিটাৰ॥ স্নানাগাৰ সমূহত পানী যোগানৰ ব্যৱস্থাটো ইতিমধ্যে এটা সকলোৰে জনা কথা আৰু আমি কথাটো সেই ধৰণেই চাব লাগিব। কিন্তু এটা যুক্তি সাপেক্ষ ব্যয়ৰ দ্বাৰা পানী যোগানৰ ব্যৱস্থাটোত কিছু কিছু উন্নতি সাধন কৰাৰ কথা পৰিচালনা সমিতিয়ে নিজাববীয়াকৈ বিবেচনা কৰিবলৈ হয়তো অনিচ্ছা প্ৰকাশ নকৰিব।

ডাঃ ষ্টকমেন॥ আৰু তুমি ভাবা নেকি যে এনে এক ধূৰ্ত্তালিৰ লৈতে মই কোনো ধৰণৰ সহযোগ কৰিম?

পিটাৰ ॥ ধূৰ্ত্তালি ?

ডা: ষ্টকমেন ॥ নিশ্চিত ভাবেই এয়া এক ধূৰ্ত্তালি— এক মিথ্যাচাৰ। জনতাৰ প্ৰতি—সমগ্ৰ সমাজখনৰ প্ৰতি এয়া এক দেখ্‌, দেখ্‌ প্ৰতাৰণা !

পিটাৰ ॥ মই আগতে কোৱাৰ দৰে স্নানাগাৰ সমূহৰ পানী তই কোৱাৰ দৰে ইমান বেছি বিপদজনক হৈ উঠিছে বুলি মই এতিয়াও বিশ্বাস কৰিব পৰা নাই।

ডা: ষ্টকমেন ॥ এতিয়াও বিশ্বাস কৰিব পৰা নাই ? এই কথাটো অসম্ভৱ। মই জানো যে মই অতি সততাৰে কণমানো মিথ্যাৰ আশ্ৰয় নোলোৱাকৈ কেৱল সত্য উপস্থাপন কৰিছো। তুমিও এই কথা ভালদৰে বুজি পাইছা। কেৱল তুমি স্বীকাৰ কৰিব নোখোজা। আৰু তোমাৰ নিশ্চয় এই কথাও মনত আছে যে কেৱল তোমাৰ পৰামৰ্শৰ ওপৰত ভিত্তি কৰিয়েই স্নানাগাৰ সমূহ আৰু পানী যোগানৰ নলীবোৰ বৰ্তমান ঠাইত বহুওৱা হৈছিল। আৰু আচল কথা হ'ল এই যে মহাভুলটো— ইয়াক তুমি স্বীকাৰ কৰিব নোখোজা। ছিঃ মইতো তোমাৰ ভিতৰখন ভালদৰে চিনি পাও !

পিটাৰ ॥ ধৰি ল'লো সেয়াই সঁচা। তেতিয়া কি কৰিবি ? যদি মই মোৰ সন্মান ৰক্ষাৰ কাৰণে অতি ব্যগ্ৰ হৈ পৰিছো. সেয়াও কেৱল নগৰখনৰ স্বাৰ্থতেই ! মোৰ বিচাৰ-বিবেচনা মতে নৈতিক কৰ্তৃত্ব নোহোৱাকৈ জনতাৰ সামূহিক কল্যাণৰ অৰ্থে ৰাজহুৱা কাম-কাজ কৰিবলৈ মোৰ কোনো ক্ষমতা নাথাকে। ইয়াৰ বাহিৰেও অইন কাৰণ বহুতো আছে। এনেবোৰ কাৰণতে মই তোৰ প্ৰতিবেদনখন পৰিচালনা সমিতিৰ ওচৰত দাখিল নকৰা কথাটো অতি গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰিছো। জনস্বাৰ্থৰ খাতিৰতে তই তোৰ প্ৰতিবেদনখন উঠাই ল'ব লাগিব। পিছত অৱশ্যে গাইগুটীয়া ভাবে মই কথাটো সমিতিত উত্থাপন কৰিম। আমাৰ দ্বাৰা সম্ভৱপৰ সকলো ব্যৱস্থাই আমি ভিতৰুৱাকৈ গ্ৰহণ কৰিম। কিন্তু সদ্যহতে এই দুৰ্ভাগ্যজনক ঘটনাটোৰ এটা শব্দও যাতে জনতাৰ কাণত নপৰে !

ডা: ষ্টকমেন ॥ কিন্তু ককাইদেউ, হয়তো এতিয়া আৰু সি সম্ভৱ হৈ নুঠিব। ইমানৰ পিছত তুমি জনতাৰ পৰা হয়তো লুকুৱাই ৰাখিব নোৱাৰিবা !

পিটাৰ ॥ পাৰিবই লাগিব—পাৰিম !

ডা: ষ্টকমেন ॥ কিন্তু ইয়াৰ পৰা কোনো লাভ নহ'ব, তোমাক ক'লো। কাৰণ কথাটো ইতিমধ্যে বহুত মানুহৰ কাণত পৰিছেই।

পিটাৰ ॥ বহুতৰে কাণত পৰিছে ? কাৰ ? তই সেই "গণদূত" কাকতৰ সাংবাদিক কেইজনৰ কথা কোৱা নাইতো ?

ডাঃ ষ্টকমেন ॥ হয়, তেওঁলোকে জানে। তোমালোকে তোমালোকৰ কৰ্ত্তব্য সঠিক ভাবে পালন কৰা নে নকৰা, তাকে এই উদাৰমনা স্বাধীনচিতীয়া সংবাদ-মাধ্যমে চাব খুজিছে।

পিটাৰ ( অলপ ৰৈ ) ॥ টমাছ, তই এজন অতি অসাধাৰণ ভাবে স্বাধীনচিতীয়া ব্যক্তি। কিন্তু ইয়াৰ ফলত তোৰ নিজৰ কি গতি হ'ব পাৰে, তাক এবাৰলৈও ভাবি চাইছনে ?

ডাঃ ষ্টকমেন ॥ মোৰ ? মোৰ আকৌ কি গতি হ'ব ?

পিটাৰ ॥ তোৰ আৰু তোৰ সকলোৰে।

ডাঃ ষ্টকমেন ॥ তুমি কি ক'ব খুজিছা ?

পিটাৰ ॥ মই ভাবো যে মই চিৰদিন তোৰ প্ৰতি ভ্ৰাতৃত্ব সুলভ ব্যৱহাৰকে কৰি আহিছো। পাৰিলে কিবা সহায় কৰিছো।

ডাঃ ষ্টকমেন ॥ কৰিছা। তুমি কৰা সহায়ৰ কাৰণে মই তোমাৰ ওচৰত কৃতজ্ঞ।

পিটাৰ ॥ কৃতজ্ঞতা প্ৰকাশৰ কোনো প্ৰয়োজন নাই। দৰাচলতে কেতিয়াবা মোৰ নিজৰ স্বাৰ্থতে তোক সহায় কৰিবলৈ বাধ্য হৈছিলো। মই সদায় ভাবিছিলো যে এইদৰে তোক সহায় কৰি তোৰ আৰ্থিক অৱস্থা কিছু পৰিমাণে টনকিয়াল কৰি তুলিম। ভাবিছিলো ইয়াৰ দ্বাৰাই তোক কিছু পৰিমাণে দমন কৰি ৰাখিব পৰা যাব।

ডাঃ ষ্টকমেন ॥ কি ? তেনেহলে কি কেৱল তোমাৰ স্বাৰ্থতহে আজি ইমান দিনে.... ।

পিটাৰ ॥ কিছু পৰিমাণে সঁচা। বিষয়া পৰ্য্যায়ৰ মানুহ এজনৰ নিকটতম আত্মীয় এজনে যেতিয়া ইটোৰ পিছত সিটোকৈ সকলো কথাতে কেৱল আপোচ কৰি গৈ থাকে, তেতিয়া সি সঁচাকৈয়ে অসহনীয় হৈ পৰে।

ডাঃ ষ্টকমেন ॥ আৰু মই তাকেই কৰি আহিছো বুলি তুমি ভাবা নেকি ?

পিটাৰ ॥ এৰা। দুৰ্ভাগ্যক্ৰমে তই নিজেই নজনাকৈ ইমানদিনে তাকে কৰি আহিছ। তোৰ মেজাজটো চিৰদিনেই অস্থিৰ, কলহপ্ৰিয় আৰু বিদ্ৰোহী। ইয়াৰ লগতে হোৱাই-নোহোৱাই সম্ভৱ-অসম্ভৱ সকলো কথাকে লিখাৰ তোৰ সেই দুৰ্ভাগ্যজনক প্ৰৱনতাটোও লগ লাগিছে। কিবা এটা ধাৰণা তোৰ মগজুলৈ অহাৰ লগে লগে লিখিবলৈ বহি যাবি আৰু সংবাদ পত্ৰৰ বাবে এটা

প্ৰবন্ধ নাইবা সম্পূৰ্ণৰূপে এখন প্ৰচাৰ-পুস্তিকাকে লিখি উলিয়াবি।

ডা: ষ্টকমেন ॥ মানি ল'লো বাৰু। কিন্তু কোনো এজন নাগৰিকে নতুন কিবা এক ধাৰণা জনতাৰ স্বাৰ্থে প্ৰকাশ কৰাটো তেওঁৰ কাৰণে এক কৰ্তব্য নহয়নে ?

পিটাৰ ॥ আ:, জনতাৰ কোনো নতুন ধাৰণাৰ প্ৰয়োজন নাই। ইতিমধ্যে থকা আওপুৰণি প্ৰতিষ্ঠিত ধাৰণাবোৰেৰেই জনতাৰ অতি ভালদৰে চলি যায়।

ডা: ষ্টকমেন ॥ সেয়ে তোমাৰো সৎ অভিমত নেকি ?

পিটাৰ ॥ এৰা। কথাটো তোক খোলোচাকৈ কোৱাই ভাল হ'ব। তোৰ খিঙ্-খিঙীয়া স্বভাৱৰ কথা জানিয়েই ইমানদিনে নোকোৱাকৈ আছিলো। কিন্তু যি দেখিছো এইবাৰ তোক কবই লাগিব। তোৰ এই ভাব প্ৰৱণতাৰ কাৰণে তোৰ নিজৰেই যে কি পৰিমাণৰ ক্ষতি হয়, সেই কথা তই নিজেই নাজান। সদায় তই কৰ্তৃপক্ষৰ বিৰুদ্ধে অভিযোগ আন। আনকি চৰকাৰৰ বিৰুদ্ধে অভি-যোগ উত্থাপন কৰি চৰকাৰ পক্ষকো থকা-সৰকা কৰ। তই কেৱল ইয়াকে প্ৰতিপন্ন কৰিব খোজ যে তোক অৱহেলা কৰা হৈছে— তোক যাতনা দিয়া হৈছে! কিন্তু তোৰ নিচিনা এজন বদমেজাজী মানুহেনো আইন কি আশা কৰিব পাৰ ?

ডা: ষ্টকমেন ॥ মই বদমেজাজী নে ? তাৰ পিছত ?

পিটাৰ ॥ হয়তোন। তোৰ লগত হোৱা নিজৰ তিতা-কেঁহা অভিজ্ঞতাৰ পৰাই মই এই কথা ভালদৰে বুজি পাইছো। প্ৰকৃত অৰ্থত বিবেচনা কৰি চাব-লগীয়া কথাবোৰ উলাই কৰাটোৱেই হ'ল তোৰ স্বভাৱ। তোৰ আজিৰ এই অৱস্থা স্নানাগাৰৰ সমূহৰ স্বাস্থ্য বিষয়া হিচাপে তোৰ নিযুক্তিৰ গুৰিতো যে মই, এই কথাটো তই সদায় পাহৰি থাক···।

ডা: ষ্টকমেন ॥ কিন্তু সঁচা কথা ক'ব লাগিলে এই বাবটো মোৰেই প্ৰাপ্য আছিল। এৰা— এই বাবটোৰ কাৰণে মোৰ বাহিৰে আন কোনো যোগ্য নহয়। কাৰণ নগৰখনত যে এই ধৰণৰ কৃত্ৰিম জলাশয় নিৰ্মাণ কৰি ইয়াক দিনক দিনে বৰ্দ্ধিত কৰি অধিক আকৰ্ষণীয় কৰি তুলিব পৰা যাব— এই কথাটো পোনতে মোৰেই মগজুত খেলাইছিল। সেই সময়ত কেৱল ময়েই হে এই কথাটো বুজি পাই-ছিলো। এই প্ৰকল্পটোক বাস্তৱত ৰূপায়িত কৰাৰ কাৰণে কেবা বছৰো ধৰি মই অকলেই যুঁজ দিবলগীয়া হৈছিল। তাৰ পিছত মই কেৱল লিখিলো··· লিখি গ'লো···।

পিটাৰ ॥ সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। কিন্তু সেই সময়ত এই প্ৰকল্প গটি তোলাৰ কাৰণে সময় অনুকূল নাছিল। অৱশ্যে তই উত্তৰ নৰৱেৰ সেই পাণ্ডৱ বৰ্জিত ঠাইত থাকি এই কথা বুজি পোৱা সম্ভৱ নাছিল। কিন্তু অনুকূল সময় অহাৰ লগে লগে মই আৰু মোৰ সহযোগী সকলে কামটোৰ উদ্যোগ হাতত লৈছিলো.... ।

ডা: ষ্টকমেন ॥ এৰা। আৰু কামটো হাতত লৈ মোৰ সুন্দৰ পৰিকল্পনাটো তোমালোকে এক বিশৃংখলাত পৰিণত কৰিলা। তোমালোক যে কিমান ধূৰ্ত, সেই কথা আজি জলজল-পটপট হৈ পৰিছে।

পিটাৰ ॥ ধাৰণা হৈছে হয়তো তোৰ সেই পুৰণি পোকটোৱে কামুৰিছে আৰু তোৰ কলহ প্ৰিয়তাই যেন আত্মপ্ৰকাশ কৰিবলৈ চেলু বিচাৰিছে। নিজৰ জ্যেষ্ঠ সহকৰ্মী বিষয়া সকলৰ সৈতে কাজিয়াত লিপ্ত হোৱাটো তোৰ এক পুৰণি স্বভাৱ বুলি জানো। কাৰণ তই কেতিয়াও আনৰ আধিপত্য মানি ল'ব নোৱাৰ। উচ্চ চৰকাৰী আসনত থকা সকলক চিৰদিন সন্দেহৰ চকুৰে চোৱাহ তোৰ স্বভাৱ। তেওঁলোকক ব্যক্তিগত শত্ৰু জ্ঞান কৰি কেনেকৈ একোব শোধাব পাৰি, কেৱল তাৰে চিন্তাত থাক। কিন্তু তোক মই কৈ থলো যে এইবাৰৰ বিষয়টো সন্দৰ্ভত সমগ্ৰ চহৰখনৰ লগতে ঘটনাক্ৰমে মোৰ নিজৰো স্বাৰ্থ জড়িত হৈ পৰিছে। সেয়ে তোক মই ক'বই লাগিব যে এইবাৰৰ বিষয়টো সন্দৰ্ভত মই যি কৰাটো বিচাৰো, তাৰ এডাল চুলিৰ সমানো ইফাল-সিফাল হ'ব নোৱাৰিব !

ডা: ষ্টকমেন ॥ তুমি বিচৰাটো কিনো ?

পিটাৰ ॥ আচলতে এজন চৰকাৰী বিষয়া হিচাপে তই সমগ্ৰ বিষয়টোকে গোপনে ৰাখিব লাগিছিল ! তাকে নকৰি বুৰকৰ দৰে যিহেতু কথাটো তই বাহিৰলৈ উলিয়াই দিলিয়েই, এতিয়া আৰু তাক চাকি ৰখা টান হ'ব। সকলো ধৰণৰ উৰা বাতৰিয়েই এতিয়া বহুলভাবে প্ৰচাৰ হ'ব আৰু আমাৰ বিৰোধী শিবিৰে এইবোৰ আমাৰ বিৰুদ্ধে অস্ত্ৰৰূপে কামত খটুৱাবলৈ সকলো ধৰণৰ সুযোগ গ্ৰহণ কৰিব। গতিকে তই তোৰ কথাবোৰ ৰাজহুৱাভাবে অস্বীকাৰ কৰিব লাগিব।

ডা: ষ্টকমেন ॥ মই ? কেনেকৈ ? মই একো বুজা নাই।

পিটাৰ ॥ আমি এই ধৰণে আশা কৰিম। তই এনেকৈ ক'ব লাগিব। বিষয়টো আৰু অধিক সুক্ষ্মভাৱে পৰীক্ষা-নিৰীক্ষা কৰাৰ পিছত তই সিদ্ধান্তত উপনীত হৈছ যে পোনতে ধাৰণা কৰাৰ দৰে কথাটো প্ৰকৃততে কোনো ফালৰ পৰাই

সিমান বেছি বিপদজনক অথবা সংকটপূৰ্ণ নহয়।

ডা: ষ্টকমেন ॥ অ', কথা তেনেহলে সেইটোহে? তেন্তে মই তাকে কৰাটোকে তোমলোকে বিচৰা ?

পিটাৰ ॥ ইয়াৰোপৰি তই ৰাজহুৱাভাবে এই বুলি এটা বিবৃতি দিব লাগিব যে স্নানাগাৰ পৰিচালনা সমিতিৰ সততাৰ ওপৰত তোৰ সম্পূৰ্ণ আস্থা আছে। তাত এই কথাৰ উল্লেখ থাকিব লাগিব যে পৰিচালনা সমিতিয়ে বিচাৰ-বিবেচনা প্ৰয়োগ কৰি এই দিশত ল'ব পৰা যিকোনো সম্ভাব্য ত্ৰুটী-বিপদৰ প্ৰতিৰোধ মূলক ব্যৱস্থাত তোৰ সম্পূৰ্ণ বিশ্বাস আছে।

ডা: ষ্টকমেন ॥ কিন্তু তোমালোকে জোৰা-টাপলি মাৰি নামত মেৰামতি কৰা দেখুৱাই জনতাক কেতিয়াও আভুৱা ভাৰিব নোৱাৰিবা! কেতিয়াও তেনে কৰিব নোৱাৰিবা! তোমাক এই কথা খাটাং কৈ কৈ দিলো। এই কথা মই সম্পূৰ্ণ-সজ্ঞানে কৈছো— আৰু জোৰ দি কৈছো।

পিটাৰ ॥ পৰিচালনা সমিতিৰ অধিনস্থ এজন বিষয়া হিচাপে কোনো ব্যক্তিগত মতামত প্ৰকাশ কৰাৰ অধিকাৰ তোৰ নাই।

ডা: ষ্টকমেন ( আচৰিত হৈ ) ॥ কোনো অধিকাৰ নাই ?

পিটাৰ ॥ বিষয়া হিচাপে তোৰ সেই অধিকাৰ নাই। অৱশ্যে সাধাৰণ নাগৰিক হিচাপে সম্পূৰ্ণ স্বকীয়া কথা। কিন্তু পৰিচালনা সমিতিৰ অন্তৰ্গত এজন সদস্য হিচাপে তোৰ ওপৰৱালা বিষয়া সকলৰ স্বাৰ্থৰ প্ৰতিকূলে যোৱা কোনো কথা-তেই মাত মতাৰ অধিকাৰ তোৰ নাই।

ডা: ষ্টকমেন ॥ ই অসহনীয়! এজন ডাক্তৰ হিচাপে, এজন মানুহ হিচাপে মোৰ অধিকাৰ নাই!

পিটাৰ ॥ এই বিষয়টো কেৱল বিজ্ঞানৰ লগতে জড়িত নহয়। ই এক অতি জটিল বিষয়। তদুপৰি কথাটোৰ লগত জড়িত আৰ্থিক আৰু কাৰিকৰী দিশ-লৈও আমি চাব লাগিব।

ডা: ষ্টকমেন ॥ যিয়েই হওক, মই খাতিৰ নকৰো। পৃথিৱীৰ যিকোনো বিষয়তে মাত মতাৰ স্বাধীনতা মোৰ আছে বুলিয়েই মই ভাবো!

পিটাৰ ॥ তোৰ যি মন যায় তাকে কৰ। কিন্তু এই স্নানাগাৰবোৰ সন্দৰ্ভত কোনো ক্ষেত্ৰতে সেয়া হ'ব নোৱাৰে। তাত আমাৰ নিষেধ আছে!

ডা: ষ্টকমেন ( চিঞৰি ) ॥ তোমালোকে বাধা আৰোপ কৰিবা ? তোমলোক এদল···· ।

পিটাৰ ॥ আমি নহয়---মই ! তোৰ ওপৰৱালা মুখ্য বিষয়া হিচাপে মই এই ক্ষেত্ৰত নিষেধ আৰোপ কৰিছো। আৰু মোৰ নিষেধ মানিবলৈ তই বাধ্য !

ডা: ষ্টকমেন ( নিজকে সংযত কৰি ) ॥ তুমি মোৰ ককাইদেউ নোহোৱা হেতেন.... ।

পেট্ৰা ( দুৱাৰখন খুলি ) ॥ দেউতা, এয়া তুমি কি কৰিবলৈ ওলাইছা ?

শ্ৰীমতী ষ্টকমেন ( পেট্ৰাৰ পিছে পিছে সোমাই আহি ) ॥ পেট্ৰা, পেট্ৰা !

পিটাৰ ॥ অ', তেনেহ'লে দুৱাৰৰ কাষত বৈ চুপি চুপি আমাৰ কথা-বতৰা শুনি থকা হৈছিল ?

শ্ৰীমতী ষ্টকমেন ॥ আপোনালোকে ইমান ডাঙৰ ডাঙৰকৈ কথা পাতি আছিল যে·· ।

পেট্ৰা ॥ হয়, মই তোমালোকৰ কথা শুনি আছিলো ।

পিটাৰ ॥ বাৰু, বাৰু। মূঠতে মই আনন্দ পাইছো যে.... ।

ডা: ষ্টকমেন ( পিটাৰৰ ওচৰলৈ গৈ ) ॥ কিবা বাধা-নিষেধ আৰোপ কৰা আৰু সেইবোৰ মানি লোৱাৰ কথা কৈ আছিলা··· ।

পিটাৰ ॥ তেনে সুৰত কথা ক'বলৈ তই মোক বাধ্য কৰিছিলি.... ।

ডা: ষ্টকমেন ॥ তেনেহ'লে মই ৰাজহুৱা ভাবে মিছা মাতিব লাগিব ?

পিটাৰ ॥ মই অলপ আগতে কোৱাৰ দৰে তই কেইটামান ৰাজহুৱা বিবৃতি দিয়া অতি প্ৰয়োজন বুলি আমি বিবেচনা কৰিছো।

ডা: ষ্টকমেন ॥ আৰু যদি মই কোনো বিবৃতি নিদিও ? যদি মানি নলওঁ ?

পিটাৰ ॥ তেনেস্থলত জনতা আশ্বস্ত হোৱাকৈ আমি আমাৰ ফালৰ পৰাই এটা বিবৃতি প্ৰকাশ কৰিম।

ডা: ষ্টকমেন ॥ অতি সুন্দৰ ! কিন্তু তেতিয়া তোমালোকৰ বিৰুদ্ধে মই মোৰ কলম ব্যৱহাৰ কৰিম। মই আগতে এই সন্দৰ্ভত কোৱা কথাৰ কোনো লৰচৰ নহয়। মই দেখুৱাম যে মই শুদ্ধ আৰু তোমালোক ভুল। তেতিয়া কি কৰিবা ?

পিটাৰ ॥ তেতিয়া আৰু তোক চাকৰিৰ পৰা বৰ্খাস্ত কৰাত বাহিৰে আইন একো উপায় নাথাকিব।

ডা: ষ্টকমেন ॥ কি ?

পেট্ৰা ॥ দেউতা ! চাকৰিৰ পৰা বৰ্খাস্ত ?

শ্ৰীমতী ষ্টকমেন ॥ বৰ্খাস্ত ?

পিটাৰ ॥ এৰা, স্নানাগাৰ কাৰ্য্যালয়ৰ চাকৰিৰ পৰা বৰ্খাস্ত। তোক যাতে অতি শীঘ্ৰে বৰ্খাস্তকৰণৰ জাননী দিয়া হয় আৰু ভৱিষ্যতে স্নানাগাৰ পৰিচালনা সমিতিত কোনো ধৰণে অংশ গ্ৰহণৰ সুবিধা দিয়া নহয়, অতি সোনকালে মই তাৰ

ব্যৱস্থা কৰিম।

ডা. ষ্টকমেন ॥ সিমান সাহস তোমাৰ হ'বনে ?

পিটাৰ ॥ তই হে এই সাহসৰ খেল খেলি আছ !

পেট্ৰা ॥ জেঠাদেউ, দেউতাক এই ধৰণৰ ব্যৱহাৰ কৰা অতি লজ্জাজনক কথা !

শ্ৰীমতী ষ্টকমেন ॥ পেট্ৰা, মনে মনে থাক।

পিটাৰ ( পেট্ৰাৰ ফালে চাই ) ॥ অ', আমাৰ ওপৰত মতামত দিয়া আৰম্ভ হ'লেই ! অৱশ্যে হ'বই ! ( শ্ৰীমতী ষ্টকমেনক ) কেথেৰিন, মই ভাবো তুমিয়েই এই ঘৰখনৰ ভিতৰত আটাইতকৈ বিচাৰ-বুদ্ধি সম্পন্না ব্যক্তি। তুমি তোমাৰ স্বামীক যিমান পাৰা বুজাই মেলি এই আচৰণৰ ফলাফল তেওঁৰ আৰু তেওঁৰ পৰিয়ালৰ কাৰণে কেনে ধৰণৰ হ'ব পাৰে.... ।

ডা: ষ্টকমেন ॥ মোৰ পৰিয়ালৰ কথা মই ভাবিম ! আনে এই বিষয়ে মুৰ ঘমোৱাৰ প্ৰয়োজন নাই।

পিটাৰ ॥ .... অ', কি কৈ আছিলো ? এৰা, তেওঁৰ নিজৰ পৰিয়ালৰ লগতে সমগ্ৰ নগৰখনৰ কি অৱস্থা হ'ব পাৰে !

ডা: ষ্টকমেন ॥ আন্তৰিকভাৱে নগৰখনৰ কল্যাণ চিন্তা কৰা ব্যক্তিজন আচলতে মইহে। আজি হওক বা কাইলৈকে হওক এই কথা এদিন পোহৰলৈ আহিবই ! মই কেৱল অলপ আগধৰি জনতাক সকীয়াই দিব খুজিছো। মোৰ নিজৰ নগৰখনক মই ভাল পাও নে নেপাও, সেয়া মই নিশ্চয় দেখুৱাম।

পিটাৰ ॥ তই নে ? যি জনে নিজৰ অন্ধ আকোঁৰ গোজালিৰ কাৰণে নগৰখনৰ কল্যাণময় আটাইতকৈ গুৰুত্বপূৰ্ণ উৎসটো এইদৰে ধ্বংস কৰিবলৈ ওলাইছে ?

ডা: ষ্টকমেন ॥ কিন্তু সেই উৎস ইতিমধ্যে বিষাক্ত হৈ পৰিছে। তুমি বলিয়া হৈছা নেকি ? গেলাপচা আবৰ্জনা আৰু দুৰ্নীতি বিক্ৰী কৰি আমি আমাৰ জীৱিকা নিৰ্বাহ কৰিব লাগিছো ! এক মিথ্যাৰ পৰা আমাৰ নগৰখনৰ বৰ্দ্ধিত পৌৰ-জীৱনে পৰিপুষ্টি লাভ কৰিছে !!

পিটাৰ ॥ সকলো মাথোন কল্পনা হয়তোবা তাতোকৈ বেছি ! নিজৰ চহৰখনৰ বিষয়ে এনে ধৰণৰ অপমানজনক বক্ৰোক্তি ইমান মুক্তভাৱে প্ৰকাশ কৰিব পৰা ব্যক্তিগৰাকী নিশ্চয় আমাৰ সমাজৰ এজন শত্ৰু হ'ব লাগিব !

ডা: ষ্টকমেন ( কাষলৈ গৈ ) ॥ তোমাৰ ইমান সাহস নে যে.... ।

শ্ৰীমতী ষ্টকমেন ( দুয়োৰে মাজত থিয় হৈ ) ॥ আ:, টমাছ !

পেট্ৰা ( হাতত ধৰি অঁতৰাই ) ॥ দেউতা, অধৈৰ্য্য নহ'বাছোন !

পিটাৰ ॥ মই কেতিয়াও হিংসাৰ প্ৰশ্ৰয় নিদিও। বাৰু, তোক সাৱধান বাণী শুনোৱা হ'ল! গতিকে নিজৰ প্ৰতি আৰু তোৰ পৰিয়ালৰ প্ৰতি কি কৰণীয়, সেই কথা আকৌ এবাৰ ভালদৰে চিন্তা কৰি চাবি। আহিলো।

( ওলাই যায় )

ডাঃ ষ্টকমেন ( ইফালে সিফালে অহা যোৱা কৰি ) ॥ এনে ব্যৱহাৰো মই সহ্য কৰিব লাগিব নে? আৰু সেয়াও মোৰ নিজৰ ঘৰতে? কেথেৰিন, তুমি কি কোৱা?

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, এয়া অতি দুৰ্ভাগ্যজনক আৰু অভাৱনীয়...।

পেট্ৰা ॥ জেঠাদেউৰ সৈতে মই যদি অলপ কথা ক'ব পাৰিলোহেঁতেন!

ডাঃ ষ্টকমেন ॥ মোৰেই ভুল হৈ গৈছে। আচলতে তেওঁক বহু আগতেই এটা ভাল শিক্ষা দিয়াৰ প্ৰয়োজন আছিল— ধৰি বেতাৰ লাগিছিল! মোক আমাৰ সমাজৰ শত্ৰু বুলি কয়। মই? শপত খাই কৈছো, এই অপমান মই কেতিয়াও সহ্য কৰিব নোৱাৰিম।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু টমাছ, তোমাৰ ককাইদেউৰাৰ ক্ষমতা আছে....।

ডাঃ ষ্টকমেন ॥ থাকিব পাৰে, কিন্তু সত্য মোৰ ফালে।

শ্ৰীমতী ষ্টকমেন ॥ এৰা, এৰা.... সত্য সত্য! কিন্তু যদি তোমাৰ ক্ষমতাই নাথাকে, কেৱল সত্যৰ দ্বাৰা কি কৰিবা?

পেট্ৰা ॥ মা, তুমি এনেকুৱা কথা কৈছা কেলেই?

ডাঃ ষ্টকমেন ॥ এখন স্বাধীন দেশত তোমাৰ সত্য অভিমতৰ কোনো শক্তি নাই বুলি ভাবা নেকি? এয়া অতি অসংগত কথা, কেথেৰিন। তাৰোপৰি মোৰ সমৰ্থনত উদাৰপন্থী তথা স্বাধীনচিন্তীয়া সংবাদ-মাধ্যম আৰু আটিল সংখ্যা গৰিষ্ঠ গোট নাই জানো? মই ভাবো সেয়াও কোনো গুণে কম শক্তি নহয়।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু··· হে ভগৱান, তুমি ক'ব খোজা নাইতো যে তুমি...।

ডাঃ ষ্টকমেন ॥ মই কি? কি ক'ব খোজা নাই মই?

শ্ৰীমতী ষ্টকমেন ॥ .... যে তুমি তোমাৰ ককাইদেউৰাৰ বিৰুদ্ধাচৰণ কৰিবলৈ ওলাইছা?

ডাঃ ষ্টকমেন ॥ ঈশ্বৰৰ নামত সুধিছো, সত্য আৰু অধিকাৰৰ সপক্ষে থিয় দিয়াত বাহিৰে মই কি কৰিম বুলি তুমি ভাবা?

পেট্ৰা ॥ মই ঠিক সেই কথাকে ক'ব ধৰিছিলো।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু তাৰ পৰা কোনো কামত নাহিব। তেওঁলোকে নকৰো

বুজিছে যেতিয়া নকৰেই!

ডাঃ ষ্টকমেন ॥ আঃ, কেথেৰিন! মোক মাথোন অলপ সময় দিয়া। তাৰ পিছত দেখিবা মই কেনেকৈ সিপক্ষৰ লগত যুঁজত নামি পৰো।

শ্ৰীমতী ষ্টকমেন ॥ তাকেই কৰা। তেওঁলোকৰ লগত যুদ্ধক্ষেত্ৰত নামি তুমি তোমাৰ চাকৰিটোৰ পৰা হাত ধোৱা! তুমি তাকে কৰিছে এৰিবা।

ডাঃ ষ্টকমেন ॥ যিয়েই নহওক কিয়, মই জনতাৰ প্ৰতি আৰু মোৰ সমাজখনৰ প্ৰতি মোৰ কৰ্তব্য পালন কৰিছেই! এৰা, সেইজন মই যিজনক জনতাৰ শত্ৰু আখ্যা দিয়া হৈছে।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু তোমাৰ পৰিয়ালৰ প্ৰতি তোমাৰ কৰ্তব্যৰ কি হ'ব? নিজৰ ঘৰখনৰ প্ৰতি? তুমি ভাবা নেকি যে ইয়াৰ যাৰা তোমাৰ ওপৰত নিৰ্ভৰশীল আন সকলৰ প্ৰতিও তোমাৰ কৰ্তব্য কৰা হ'ব?

পেট্ৰা ॥ আঃ মা, সদায় পোনতে কেৱল আমাৰ কথাকে নাভাবিবাছোন!

শ্ৰীমতী ষ্টকমেন। তোৰনো কথাটো কওতে কিমান পৰ? প্ৰয়োজন হ'লে তই গৈ স্কুলতো থাকিব পাৰিবি। কিন্তু টমাছ, ল'ৰাহালৰ কথা মনত ৰাখিবা। আৰু নিজৰ লগতে মোৰ বিষয়েও অলপ ভাবিলে....।

ডাঃ ষ্টকমেন ॥ কেথেৰিন, তোমাৰ বিচাৰ বুদ্ধি লোপ পাইছে নেকি? এজন কাপুৰুষৰ দৰে পিটাৰ আৰু তেওঁৰ সেই নিলৰ্জ্জ দলটোৰ ভৰিত ধৰাৰ পিছত ওৰে জীৱন জুৰি তিলমাণো শান্তি পাম বুলি তুমি ভাবা নেকি?

শ্ৰীমতী ষ্টকমেন ॥ মই সেইবোৰ একো নাজানো। কিন্তু তুমি তেওঁৰ অবাধ্য হোৱাৰ পিছত আমাৰ যি মানসিক শান্তি হ'ব, তাৰ পৰা ভগৱানে আমাক ৰক্ষা কৰক। পুনৰ তোমাৰ কোনো ধৰণৰ উপাৰ্জন বিহীন অৱস্থা এটা হ'ব। ইতিমধ্যে পাৰ হৈ যোৱা দিনবোৰ যি অৱস্থাৰ মাজেৰে কটাই আহিছো, সেয়ে আটাইছে। টমাছ, যাতে এই কথাটো মনত থাকে। ভালদৰে ভাবি চোৱা।

ডাঃ ষ্টকমেন (যথেষ্ট কষ্টেৰে নিজকে নিয়ন্ত্ৰণত ৰাখি হাত দুখন দৃঢ়ভাবে মুঠি মাৰি ধৰি) ॥ আৰু এই দাসত্বই এজন মুক্ত মনৰ, আত্মসম্মান বোধ সম্পন্ন মানুহক এয়েই দিয়ে, নহয় জানো? অতি লজ্জাজনক কথা নহয় নে, কেথেৰিন?

শ্ৰীমতী ষ্টকমেন ॥ এৰা, তোমাৰ লৈতে তেওঁলোকৰ আচৰণ কৰাটো নিতান্ত গৰ্হিত কথা হৈছে। কিন্তু পৃথিৱীত মানুহে কিমান ধৰণৰ অন্যায় সহি বাচি থাকিব

লগীয়া হয়। এই ল'ৰাইতৰ কথাকে ধৰা। সিহঁতৰ ফালে চোঁৱাছোন! সিহঁতৰ কি গতি হ'ব? ওহো, এয়া কেতিয়াও হ'ব নোৱাৰে। তুমি কেতিয়াও.... ।

(শ্ৰীমতী ষ্টকমেনে কৈ থাকোতে হাতত কিতাপ কাগজ লৈ এজলিফ আৰু মৰ্টেন সোমাই আহে)

ডা: ষ্টকমেন ॥ এৰা, ল'ৰাইত! (তৎক্ষণাৎ সম্বিত ঘূৰাই আনি) নহ'ব, সমগ্ৰ পৃথিৱী ছাৰখাৰ হৈ গ'লেও মই কেতিয়াও এই দাসত্বৰ শিকলি পিন্ধিব নোৱাৰিম! (নিজৰ কোঠাৰ পিনে আগবাঢ়ে)

শ্ৰীমতী ষ্টকমেন (পিছে পিছে গৈ) ॥ টমাছ, তুমি কি কৰিবা?

ডা: ষ্টকমেন (দুৱাৰৰ কাষত ৰৈ) ॥ ডাঙৰ হ'লে একোজন মুক্ত মানুহৰ দৰে গঢ়লৈ উঠা মোৰ ল'ৰাইতৰ পিনে মই চাব খোজো! (নিজৰ কোঠালৈ সোমাই যায়)

শ্ৰীমতী ষ্টকমেন (কান্দোনত ভাঙি পৰি) ॥ ঈশ্বৰে আমাৰ আটাইকে কৰুণা কৰক!

পেট্ৰা ॥ দেউতাৰ তুলনা নাই! তেওঁ কেতিয়াও নতি স্বীকাৰ নকৰে!

(ল'ৰাহালে আচৰিত হৈ চায় ৰয়। পেট্ৰাই ইংগিতেৰে সিহঁতক কথা ক'বলৈ বাৰণ কৰে।)

# তৃতীয় অংক

("গণদূতৰ" সম্পাদনা কক্ষ। ভিতৰলৈ সোমোৱা দুৱাৰখন পিছৰেৰৰ বাওঁফালে। সোঁফালে থকা আন এখন কাঁচৰ দুৱাৰেৰে ভিতৰৰ ছপাকক্ষটো দেখা যায়। সোঁফালৰ বেৰত আন এখন দুৱাৰ। কোঠাৰ সোমাজত এখন ডাঙৰ টেবুলৰ ওপৰত কিতাপ-কাগজ, সংবাদপত্ৰ আদি ভৰি আছে। সমুখত বাওঁফালে থকা খিড়িকী এখনৰ কাষত দুখনমান আৰামী চকী আৰু বেৰৰ কাষত আন কেইখনমান চকী। কোঠাটো অপৰিষ্কাৰ আৰু মুঠেও আৰামদায়ক নহয়। আচবাববোৰ পুৰণি আৰু ভগা-ছিগা, চকীবোৰত দাগ লগা। ছপাকক্ষত 'কম্পজিতৰ' সকলে কাম কৰি থকা দেখা যায়। এজন ছপাকৰ্মীয়ে

এটা হাত মেচিনত কাম কৰি আছে। হফষ্টাদে বহি ডেস্কথনত কিবা লিখি আছে। হাতত ডাক্তৰৰ পাণ্ডুলিপিটো লৈ সোঁকালৰ দুৱাৰেৰে বিলিঙ সোমাই আহে।)

বিলিঙ ॥ অতি সুন্দৰ বুলি ক'ব লাগিব!

হফষ্টাদ ( লিখি থাকি ) ॥ আপুনি পঢ়ি সম্পূৰ্ণ কৰিলেনে ?

বিলিঙ ( পাণ্ডুলিপিটো ডেস্কত থৈ ) ॥ হয় মই পঢ়ি অতালো।

হফষ্টাদ ॥ ডাক্তৰে এইবাৰ সিহঁতক বজ্ৰমুঠিৰে আঘাত কৰা বুলি নাভাবেনে ?

বিলিঙ ॥ বজ্ৰমুঠি ? আত্মাৰ শান্তি হওক— তেখেত এইবাৰ শেনৰ এজাত! প্ৰতিটো শব্দই যেন ডাঙৰ হাতুৰীৰ একোটা কোবহে!

হফষ্টাদ ! এৰা। কিন্তু সিহঁতো প্ৰথমটো আঘাততে পৰাজয় স্বীকাৰ কৰা লোক নহয়।

বিলিঙ ॥ সেইটো অৱশ্যে সঁচা। আৰু সেই কাৰণতে এই আভিজাত্যৰ ওখ দেৱালখন ভাঙি চুৰমাৰ হৈ নোযোৱালৈকে আমি আঘাতৰ পিছত আঘাত হানি যাব লাগিব। সো তাত বহি এইটো পঢ়ি থাকোতে মোৰ ভাব হৈছিল যেন ইতিমধ্যে এক বিপ্লৱৰ সূচনা হৈ গৈছে!

হফষ্টাদ ( ঘূৰি চাই ) ॥ চুপ· · এছলেকছেনে শুনাকৈ ক'ব।

বিলিঙ ( মাত সৰু কৰি ) ॥ এছলেকছেন হ'ল এটা কাপুৰুষ—তেওঁৰ সাহস বোলা বস্তুটো নায়েই। পুৰুষত্বই নাই তেওঁৰ। কিন্তু এইবাৰ আপুনি আপোনাৰ মতেহে কাম কৰি যাব। নে কি কয় ? আপুনি ডাক্তৰৰ প্ৰবন্ধটো প্ৰকাশ নকৰিব জানো ?

হফষ্টাদ ॥ কৰিম বুলিয়েই ভাবিছো। কিন্তু মেয়ৰে যদিহে কথাটো ভাল নাপায়·····।

বিলিঙ ॥ তেওঁৰ পৰাই গণ্ডগোলৰ সৃষ্টি হ'ব পাৰে।

হফষ্টাদ ॥ সি যি হওক, আমি পৰিস্থিতিটো ভালৰ পিনে মোৰ লোৱাব পাৰোঁ। সৌভাগ্যবশতঃ এই সুযোগটো আমাৰ হাততেই। যদি মেয়ৰ মহাশয়ে ডাক্তৰৰ পৰিকল্পনাৰ লগত একমত হৈ তেওঁলৈ সমৰ্থন আগ নবঢ়ায়, তেনেহলে সকলো ক্ষুদ্ৰ ব্যৱসায়ী আৰু ঘৰৰ মালিক সকলে মেয়ৰ মহাশয়ক ধিক্কাৰ দিব। আনহাতে যদিহে মেয়ৰ মহাশয়ে ডাক্তৰৰ লগত একমত হয়, তেনেস্থলতো তেওঁ ইমানদিনে আকুণ্ঠ সমৰ্থন পাই অহা স্নানাগাৰ সমূহৰ বৃহৎ অংশীদাৰ সকলৰ লৈতে কাজিয়া চপাই ল'ব।

বিলিঙ ॥ এৰা, কাৰণ স্বাভাৱিকতে এই অংশীদাৰ সকলে তেওঁলোকৰ লভ্যাংশৰ পৰা এক বৃহৎ পৰিমাণৰ ধন খৰচ কৰিবলগীয়া হ'ব।

হফষ্টাদ ॥ ঠিক সেয়ে। আপুনি এই সম্পৰ্কে নিশ্চিন্ত থাকিব পাৰে। বিহুওক, এইদৰেই তেওঁলোকৰ দলটোৰ মাজত ভাঙোন আৰম্ভ হৈ যাব, আপুনি চাব। তাৰ পিছত আমাৰ কাকতৰ প্ৰতি সংখ্যাতে আজি ইটো আৰু কাইলৈ সিটো কথাত মেয়ৰ মহাশয়ৰ অসমৰ্থতাৰ বিষয়ে জনতাক সজাগ কৰি তুলিম। তাৰ পিছত আমি এই কথা স্পষ্ট কৰি দিম যে নগৰৰ সমস্ত ট্ৰাষ্টৰ বিষয়বাবৰ উপৰিও পৌৰসভাৰ সকলো কাম-কাজৰ দায়িত্ব উদাৰপন্থী সকলৰ হাতত ন্যস্ত কৰিব লাগে।

বিলিঙ ॥ সেইটো সম্পূৰ্ণ সঁচা কথা। ইয়াৰ আগজাননী মই পাইছো।— সেয়া মই দেখিবলৈ পাইছো— আমি এক আসন্ন বিপ্লৱৰ দুৱাৰ দলিত।

(দুৱাৰত টুকুৰিওৱাৰ শব্দ শুনা যায়)

হফষ্টাদ ॥ মনে মনে থাকক! (মাতি) সোমাই আহক।

(ডাক্তৰ ষ্টকমেন বাটৰ ফালৰ দুৱাৰেৰে সোমাই আহে। হফষ্টাদ আগবাঢ়ি যায়।)

অ', ডাক্তৰ আপুনি! কি মন কৰি আহিল নে।?

ডাঃ ষ্টকমেন ॥ মিঃ হফষ্টাদ, আপুনি কামত অগ্ৰসৰ হৈ মোৰ প্ৰবন্ধটো প্ৰকাশৰ ব্যৱস্থা কৰিব পাৰে।

হফষ্টাদ ॥ কথা তেনেহলে সেয়ে হ'ল গৈ?

বিলিঙ ॥ হুৰ্ ৰে!

ডাঃ ষ্টকমেন ॥ হয়, প্ৰকাশ কৰি দিয়ক। নিঃসন্দেহে কথা সেইটোৱে হ'লগৈ। এতিয়া সিহঁতে যি কৰে সেইমতে ভুগিব লাগিব। মিঃ বিলিঙ আমাৰ নগৰ খনত এখন যুদ্ধৰ আখৰা আৰম্ভ হৈছে।

বিলিঙ ॥ নিশ্চয় হনা-হনিৰ যুদ্ধ? ডাক্তৰ, আমাৰ ছুৰীবোৰ নিশ্চয় সিহঁতৰ ডিঙিবোৰ লক্ষ্য কৰি ধাৰ দিব পাৰিম?

ডাঃ ষ্টকমেন ॥ এই প্ৰবন্ধটো কেৱল এক আৰম্ভণিহে! ইতিমধ্যে মই চাৰি-পাঁচটা মান এই ধৰণৰ প্ৰবন্ধৰ পৰিকল্পনা কৰিছো। এছলেকছেন ক'ত বাৰু?

বিলিঙ ॥ (ছপাকক্ষত থকা এছলেকছেনক মাতি) ॥ এছলেকছেন, এই এক মিনিটৰ বাবে আহি যাওঁক।

হফষ্টাদ ॥ কি ক'লে? আৰু চাৰি পাঁচটা মান প্ৰবন্ধ? এই একে বিষয়ৰ ওপৰতে?

ডাঃ ষ্টকমেন ॥ নহয়, নহয়, প্ৰিয়বন্ধু। সেই কেইটা ইয়াতকৈ ভিন্ ধৰণৰ। সেই কেইটাৰ বিষয়বস্তু সম্পূৰ্ণ বেলেগ। কিন্তু সেই কেইটাৰো উৎস একেটাই।

নগৰৰ পানী যোগান আৰু নৰ্দমা ব্যৱস্থা। এটা কথাই আপোনাক অইন এটালৈ লৈ যায়, নহয় জানো? ঠিক এটা পুৰণি ঘৰ টানি টানি খহাবলৈ আৰম্ভ কৰাৰ দৰে।

বিলিঙ ॥ মোৰে শপত, আপুনি সমুচিত কৈছে। পুৰণি আৱৰ্জনা বোৰ সম্পূৰ্ণ-ৰূপে টানি আঁতৰাই নেপেলোৱালৈকে আপোনাৰ কাম শেষ নহয়।

এছলেকছেন (ভিতৰলৈ আহি) ॥ কি আঁতৰাই পেলোৱাৰ কথা কোৱা হৈছে বা? ডাক্তৰ, আপুনি এই স্নানাগাৰ সমূহ আঁতৰাই পেলোৱাৰ কথা কোৱা নাই নিশ্চয়?

হফষ্টাদ ॥ সেইবোৰ একো নহয়। আপুনি মিছাতে ভয় খাব নালাগে।

ডাঃ ষ্টকমেন ॥ নাই, আমি সম্পূৰ্ণ অইন কথাহে পাতি আছিলো। বাৰু মিঃ হফষ্টাদ, আপুনি মোৰ প্ৰবন্ধটো সম্পৰ্কে কি ভাবে?

হফষ্টাদ ॥ সঁচাকৈয়ে এটা লেখত লবলগীয়া প্ৰবন্ধ হৈছে।

ডাঃ ষ্টকমেন ॥ আপুনি তেনেকৈ ভাবে বুলি জানি আনন্দ পাইছো। মই অতি আনন্দিত।

হফষ্টাদ ॥ প্ৰবন্ধটো অতি স্পষ্ট আৰু বোধগম্য হৈছে। কথাখিনি বুজাৰ কাৰণে কাৰো বিশেষ অতিৰিক্ত জ্ঞানৰ প্ৰয়োজন নাই। প্ৰতিগৰাকী শিক্ষিত-সংস্কৃতিমনা মানুহৰে আপুনি সমৰ্থন লাভ কৰিব।

এছলেকছেন ॥ তদুপৰি প্ৰতিজন দুৰদৰ্শী মানুহৰো আপুনি সমৰ্থন লাভ কৰিব বুলি মই আশা কৰো।

বিলিঙ ॥ দুৰদৰ্শী আৰু অদুৰদৰ্শী— প্ৰায় সমগ্ৰ চহৰখনৰ বুলিয়ে ক'ব পাৰি।

এছলেকছেন ॥ তেনেহলে আমি প্ৰবন্ধটো প্ৰকাশ কৰিবলৈ সাহস কৰিব পাৰো।

ডাঃ ষ্টকমেন ॥ অন্ততঃ মই তেনেকৈয়ে ভাবো।

হফষ্টাদ ॥ অহা কাইলৈৰ বাতিপুৱা সংখ্যা কাকতত আমি প্ৰবন্ধটো প্ৰকাশ কৰিম।

ডাঃ ষ্টকমেন ॥ অৱশ্যেই। আৰু এটা দিনো আপোনালোকে নষ্ট কৰা উচিত নহব। অ', মিঃ এছলেকছেন, প্ৰবন্ধটোৰ ছপাকাম যাতে আপুনি নিজে পৰ্য্যবেক্ষণ কৰে, মই সেই কথাৰ কাৰণেহে আপোনাক অনুৰোধ জনাবলৈ আহিছিলো।

এছলেকছেন ॥ সেয়া অতি সানন্দে কৰিম।

ডাঃ ষ্টকমেন ॥ বহুমূলীয়া সম্পত্তি বুলিয়েই প্ৰবন্ধটো চাব। চাব যাতে এটা শব্দও ভুলকৈ ছপা নহয়— প্ৰতিটো শব্দই তাৎপৰ্য্যপূৰ্ণ। অলপ পিছতে মই আকৌ

এবাৰ আহিম বাৰু। হয়তো তেতিয়ালৈ 'প্ৰুফ' চাব পৰা হ'ব। প্ৰবন্ধটো ছপা অৱস্থাত চাবলৈ মই কিমান উৎসুক হৈ আছো, সেই কথা আপোনাক বুজাই ক'ব নোৱাৰিম! তদুপৰি প্ৰবন্ধটো প্ৰকাশৰ ফলত জনতাৰ মাজত যি বিস্ফোৰণ ঘটিব, সেইটো চাবলৈও মই অতি ব্যগ্ৰ হৈ আছো।

বিলিঙ ॥ বিস্ফোৰণ? এৰা, ই বজ্ৰপাতৰ দৰেই বিস্ফোৰিত হ'ব।

ডাঃ ষ্টকমেন ॥ তদুপৰি আমাৰ নগৰৰ বিচাৰ-বুদ্ধি সম্পন্ন নাগৰিক সকলেনো কি ৰায় দিয়ে, সেইটোও জানিব লাগে। আজি ৰাতিপুৱাই মোৰ যি অভিজ্ঞতা হ'ল, তাক আপোনালোকে কল্পনাও কৰিব নোৱাৰে! ইটোৰ পিছত সিটো কথাৰ দ্বাৰা মোক ধমকি দিয়া হৈছে। আনকি এজন ব্যক্তি হিচাপে থকা মোৰ মৌলিক অধিকাৰ খিনিও সিহঁতে কাঢ়ি নিব খুজিছে ......।

বিলিঙ ॥ কি? এজন মানুহ হিচাপে থকা আপোনাৰ অধিকাৰ খিনিও ......?

ডাঃ ষ্টকমেন ॥ ...... সিহঁতে মোক অৱনমিত কৰাৰ চেষ্টা কৰিছে। মোৰ পবিত্ৰ মতাদৰ্শৰ বিপৰীতে মোৰ সমুখলৈ মোৰ ব্যক্তিগত স্বাৰ্থৰ কথা আনি মোক এজন কাপুৰুষ সজাব খুজিছে!

বিলিঙ ॥ এইটো কিন্তু সিহঁতৰ পক্ষে সঁচাকৈয়ে বাঢ়া-বাঢ়ি হৈছে। জাহান্নামে যাওক— মই সঁচা কথা কৈছো।

হফষ্টাদ ॥ আঃ, সিহঁতে যি কোনো কামেই কৰিব পাৰে। তাত আচৰিত হ'ব লগীয়া কি আছে?

ডাঃ ষ্টকমেন ॥ ইয়াৰ কাৰণে সিহঁতেও মোৰ পৰা সমুচিত প্ৰত্যুত্তৰ পাব বুলি সিহঁত নিশ্চিন্ত থাকিব পাৰে। "গণদূতেই" হ'ব এতিয়াৰ পৰা মোৰ প্ৰধান সাৰথি। নিতৌ এটাৰ পিছত আনটো প্ৰবন্ধ লিখি মই সিহঁতৰ ওপৰত বোমাবৰ্ষণ কৰি থাকিম।

এছলেকছেন ॥ হওতে হয়, কিন্তু ......।

বিলিঙ ॥ হুৰ্ ৰে! যুদ্ধৰ আখৰা! যুদ্ধ লাগিল!!

ডাঃ ষ্টকমেন ॥ মই সিহঁতক ধুলিৰ লগত মিহলাই দিম— সিহঁতক পিহি গুৰি কৰি দিম—সৎ জনতাৰ সমুখত মই সিহঁতৰ সকলো স্বৰক্ষাৰ দেৱাল ভাঙি পেলাম! সেয়ে হ'ব মোৰ কৰ্তব্য!!

এছলেকছেন ॥ হ'ব বাৰু। কিন্তু ডাক্তৰ, লাহে লাহে। সংযমী হৈ হে আগবাঢ়িব— যথেষ্ট নমনীয়তাৰে।

বিলিঙ ॥ ওহো, সংযমৰ লেশমাত্ৰও নালাগে। তিলমানো সংযমৰ প্ৰয়োজন

নাই। এতিয়া 'ডিনামাইট' বিস্ফোৰণহে প্ৰয়োজন।

ডাঃ ষ্টকমেন ॥ কাৰণ আপোনালোকে নিশ্চয় বুজি পাইছে যে কথাটো এতিয়া আৰু কেৱল পানী যোগান আৰু নৰ্দমাৰ বিষয়তে আবদ্ধ হৈ থকা নাই। ওহো, আমাৰ সমস্ত সামাজিক জীৱনটোৰেই সামগ্ৰিক ভাবে পবিত্ৰকৰণ আৰু বীজাণুমুক্ত কৰণৰ আৱশ্যক হৈ পৰিছে।

বিলিঙ ॥ ঠিক এজন ত্ৰাণকৰ্ত্তাই কোৱা যেন লাগিছে!

ডাঃ ষ্টকমেন ॥ জীৱনৰ প্ৰতি খোজৰ পৰাই আমি অপদাৰ্থ-কাপুৰুষবোৰক আঁতৰাব লাগিব। আজি মোৰ মনৰ চকুৰ আগত অসংখ্য পথৰ দ্বাৰ জিলিকি উঠিছে। এতিয়া সেইবোৰ সুস্পষ্ট হৈ নুঠিলেও এটা সময়ত নিশ্চয় ফট্‌ফটীয়া হৈ উঠিব। বন্ধুসকল, আজি আমাৰ প্ৰয়োজন ডেকা, উদ্যমী আৰু সবল-সতেজ বিজয়ৰ ধ্বজা বহনকাৰী নতুন পুৰুষৰ। আমি এই নতুন পুৰুষ চামক বিচাৰি উলিয়াবই লাগিব। জীৱনৰ প্ৰতিটো চাপ আমি এই নতুন চামৰ হাতত অৰ্পণ কৰিব লাগিব।

বিলিঙ ॥ আপোনালোকে ডাক্তৰৰ কথা মন দি শুনক।

ডাঃ ষ্টকমেন ॥ আমি কেৱল পৰস্পৰে পৰস্পৰৰ কাষত থিয় হ'ব লাগিব। দেখিব, তেতিয়া সকলো কাম কিমান সহজতে সম্পন্ন হৈ যাব। আপোনালোকে দেখিব, সাগৰৰ পৰা এৰি দিয়া জাহাজ এখন ধীৰে ধীৰে সাগৰৰ বুকুলৈ আগবাঢ়ি যোৱাৰ দৰে আমাৰ বিপ্লৱো আৰম্ভ হৈ গৈছে! আপোনালোকেও তেনেকৈ নাভাবেনে?

হফষ্টাদ ॥ মোৰ ফালৰ পৰা মই ভাবো যে সদ্যহতে আমি এনে এক সম্ভাৱনা দেখা পাইছো যে পৌৰ-প্ৰশাসন প্ৰকৃততে যি সকলৰ হাতত থাকিব লাগে, তেওঁলোকৰ হাততে আমি গতাই দিব পাৰিম।

এছলেকছেন ॥ যদিহে আমি যথেষ্ট সংযমশীল হৈ অগ্ৰসৰ হ'ব পাৰো। অৱশ্যে কিবা বিপদ আহিব পাৰে বুলি মই নাভাবো।

ডাঃ ষ্টকমেন ॥ বিপদ আহক বা নাহক, কোনে খাতিৰ কৰে? মই যি কৰি আছো, সেয়া সত্যৰ নামত আৰু মোৰ বিবেকৰ নিৰ্দেশ মতেহে কৰি আছো।

হফষ্টাদ ॥ ডাক্তৰ, আপোনাৰ নিচিনা মানুহ এজন নিশ্চয় সমৰ্থনৰ যোগ্য।

এছলেকছেন ॥ এৰা, ডাক্তৰ যে আমাৰ চহৰ খনৰ এজন প্ৰকৃত বন্ধু, সেই বিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে। তেওঁ সঁচাকৈয়ে আমাৰ সমাজখনৰ এজন প্ৰকৃত হিতৈষী।

বিলিঙ ॥ আপোনাক ক'লো, মিঃ এছলেকছেন, ডাঃ ষ্টকমেন হ'ল জনসাধাৰণৰ

এজন বন্ধু।

এছলেকছেন ॥ মোৰ বিশ্বাস ঘৰৰ মালিক সম্ভাই নিশ্চয় এই বাক্যাংশক এক শ্ল'গান হিচাপে ব্যৱহাৰ কৰিব।

ডাঃ ষ্টকমেন ( অভিভূত হৈ তেওঁলোকৰ হাতত চেপি ধৰি ) ॥ ধন্যবাদ, বন্ধুসকল। বিশ্বাসী বন্ধুসকল, ধন্যবাদ। আপোনালোকৰ কথাবোৰ শুনি মনত যথেষ্ট বল পাইছো। মোৰ সাধু ককাইদেউৱে অৱশ্যে সম্পূৰ্ণ ওলোটা কথাহে কৈছিল। ঈশ্বৰ সাক্ষী আছে। তেওঁ নিশ্চয় সুদে-মূলে ইয়াৰ প্ৰতিদান পাব। অ', বাৰু, অলপ সময়ৰ কাৰণে মই এজন দুখীয়া ৰোগী চাবলৈ যাবলগীয়া আছে। মই তৎক্ষনাৎ উভটি আহিম। এছলেকছেন, পাণ্ডুলিপিটোত সতৰ্ক দৃষ্টি ৰাখিব। আৰু চাব, কোনোপধ্যে যাতে মোৰ আশ্চৰ্য্যবোধক চিনবোৰৰ এটাও বাদ নপৰে! বৰং আপুনি এডাল বা দুডাল বেছিকৈ দিব পাৰে!! ডাঙৰ হৰফৰ আখৰত!!! বাৰু, সম্প্ৰতি বিদায়হে। আহো।

( তেওঁলোকে ডাক্তৰক দুৱাৰমুখলৈ আগবঢ়াই অভিবাদন জনাই )

হফষ্টাদ ॥ এওঁ আমাৰ কাৰণে এজন অতি মূল্যবান মানুহ ৰূপে পৰিগণিত হ'ব পাৰে।

এছলেকছেন ॥ এৰা। যি মুহূৰ্তলৈ তেওঁ নিজকে স্নানাগাৰ সম্পৰ্কীয় বিষয়টোতে আবদ্ধ ৰাখে। কিন্তু তেওঁ যদি ইয়াৰ বাহিৰলৈ গুচি যায়, তেনে ক্ষেত্ৰত মোৰ মতে তেওঁক অনুসৰণ নকৰাই আমাৰ কাৰণে মংগলজনক হ'ব।

হফষ্টাদ ॥ হুম্! এই সকলো কথাই নিৰ্ভৰ কৰিছে·····।

বিলিঙ ॥ এছলেকছেন, আপুনি সঁচাকৈয়ে এজন অতি ভীৰু লোক।

এছলেকছেন ॥ কি ক'লে? এৰা, যেতিয়াই স্থানীয় কৰ্তৃপক্ষ সন্দৰ্ভত কথাটো আহি পৰে, তেতিয়া মোক ভীৰু বুলি ধৰিব পাৰে। মই আপোনাক ক'লো যে এই পাঠ মই অভিজ্ঞতাৰ পঢ়াশালিত শিকিছো। কিন্তু উচ্চ পৰ্য্যায়ৰ ৰাজনীতিৰ বিষয়ত মোক চাবচোন! চৰকাৰ সম্বন্ধীয় কিবা কথা আহক আৰু তেতিয়া মোক চাব, মই ভীৰু নে কি?

বিলিঙ ॥ বাৰু, বাৰু, আপুনি ভীৰু নহয় বুলি মানি লৈছো। কিন্তু আপোনাৰ কথাবাৰহে পৰস্পৰ বিৰোধী যেন লাগিছে।

এছলেকছেন ॥ আচল কথা হ'ল, মই এজন বিবেকসম্পন্ন লোক আৰু তাতে চব কথা সোমাই আছে। মূঠ কথা হ'ল, আপুনি চৰকাৰক আক্ৰমণ কৰিলে সমাজৰ প্ৰতি বিশেষ একো অন্যায় কথা নহয়। কাৰণ চৰকাৰ পক্ষৰ লোক সকলে

এইবোৰলৈ কোনো ধৰণৰ চকু কাণ নিদিয়ে। সিহঁতে আগৰ দৰেই চলি থাকে। কিন্তু স্থানীয় কৰ্তৃপক্ষ সমূহৰ কথা সম্পূর্ণ সুকীয়া। তেওঁলোকক আওকাণ কৰি থাকিব পাৰি। কিন্তু ওকবাই দিয়াৰ পিছত হয়তো এনে এজাক মূৰ্খই চকীত বহিব পাৰে, যাৰ পৰা ঘৰ-মালিক সকলৰ লগতে আন সকলোৰে অপূৰণীয় ক্ষতি সাধন হোৱাৰ সম্ভাৱনা দুই কৰিব নোৱাৰি।

হফষ্টাদ ॥ কিন্তু স্থানীয় স্বায়ত্ত শাসনৰ পৰা নাগৰিক সকলৰ শিক্ষা প্ৰাপ্তি সম্পৰ্কে আপুনি কি ভাবে? সেই কথাত আপুনি অকণো গুৰুত্ব আৰোপ নকৰেনে?

এছলেকছেন ॥ মিঃ হফষ্টাদ, এজন মানুহে নিজৰ স্বাৰ্থ ৰক্ষাৰ কামত ব্যস্ত থাকিব লগীয়া হ'লে, সকলো কথাৰ প্ৰতি সমানে চকু-কাণ দিবলৈ তেওঁৰ আহৰি নাথাকে।

হফষ্টাদ ॥ তেনে স্থলত মই ভাবো যে সেই ধৰণৰ নিজৰ স্বাৰ্থ নাথাকিলেও মোৰ কোনো কথা নাই। সেই ধৰণে ব্যস্ত থাকিবলৈ কোনো আত্মস্বাৰ্থ নাথাকিলেও মোৰ চলি যাব।

বিলিঙ ॥ বাঃ, কি সুন্দৰ কথা! এৰা, এনেহে হ'ব লাগে!

এছলেকছেন (হাঁহি মাৰি) ॥ হুম্! (ডেস্কখনলৈ আঙুলিয়াই) সেই সম্পাদনা টেবুলখনত আপোনাৰ আগৰজন সম্পাদক আছিল মিঃ ষ্টেনছগাৰ্ড।

বিলিঙ (থুৱাই দি) ॥ অ', সেই সুবিধাবাদী দলবাগৰা জন!

হফষ্টাদ ॥ মই বাত্-শগুন নহয় আৰু ভৱিষ্যতেও নহয়!

এছলেকছেন ॥ মিঃ হফষ্টাদ, এজন ৰাজনীতিবিদ কেতিয়াও কোনো কথাতে ইমান নিশ্চিত হোৱা উচিত নহয়। আৰু মিঃ বিলিঙ, আপোনাক মাথোন ইমানকে কওঁ যে যিহেতু আপুনি আদালতৰ সচিব পদৰ প্ৰাৰ্থী হ'বলৈ মনস্থ কৰিছে, গতিকে আপোনাৰ সমুদ্ৰ যাত্ৰাত দুই এখন পাল গোটাই ল'লে কথাটো হয়তো সিমান বেয়া নহ'ব।

বিলিঙ ॥ মই.... ?

হফষ্টাদ ॥ কথাটো সঁচানে, বিলিঙ ?

বিলিঙ ॥ এৰা, সঁচা। কিন্তু আপুনি এই কথা জানি থোৱা ভাল যে মই কেৱল সমাজৰ ৰবমূৰীয়া সকলক অস্তবিধাত পেলাবলৈহে দৰখাস্তখন পেলাইছো।

এছলেকছেন ॥ যিয়েই হওক, সেই কথাৰ লগত মোৰ সম্পৰ্ক নাই। কিন্তু মোক যদি নীতিগত দিশত ভীকতা আৰু স্থিতিহীনতাৰ দোষত দোষী কৰা হয়, তেনেহলে মোৰ ক'বলগীয়া এয়ে যে মোৰ ৰাজনৈতিক অতীত জীৱন এখন খোলা কিতাপৰ দৰে। কেৱল আগতকৈও অলপ অধিক সংযমী হোৱাত বাহিৰে

মই কোনো দিশতে সলনি হোৱা নাই। সেয়া আপোনালোকে দেখিছেই। মোৰ হৃদয় এতিয়াও জনতাৰ লগত। কিন্তু এই কথাও মই অস্বীকাৰ কৰিব নোখোজো যে স্থানীয় কৰ্তৃপক্ষৰ প্ৰতি মোৰ এক ধৰণৰ দুৰ্ব্বলতা আছে। অৱশ্যে মই স্থানীয় কৰ্তৃপক্ষৰ কথাহে কৈছো। (ছপাকোঠালৈ যায়)

বিলিঙ ॥ হফষ্টাদ, আমি বাক এইজনক আঁতৰ কৰিবলৈ চেষ্টা কৰি চোৱা ভাল নহ'বনে ?

হফষ্টাদ ॥ আমাৰ কাকতখন চলাই ৰাখিবলৈ টকাৰ যোগান ধৰিব পৰা অইন কোনোবা এজনৰ কথা তুমি মোক ক'ব পাৰিবা নে ?

বিলিঙ ॥ কাকতখন চলাই ৰাখিবলৈ আমাৰ হাতত অলপো মূলধন নথকাটো এটা অতি দুৰ্ভাগ্যজনক কথা।

হফষ্টাদ (তেওঁৰ কাম কৰা ডেস্কখনত বহে) ॥ এৰা, যদিহে আমাৰ হাতত মূলধন থাকিলহেঁতেন, তেনেহলে....।

বিলিঙ ॥ যদি আপুনি ডাক্তৰ ষ্টকমেনৰ ওচৰ চাপে ?

হফষ্টাদ (কিছু কাগজ ওলটাই থৈ) ॥ কি লাভ হ'ব ? তেওঁৰ হাতত ফুটা-কড়ি এটাও নাই।

বিলিঙ ॥ তেওঁৰ হাতত নাই ঠিকেই। কিন্তু তেওঁৰ লগত এজন অতি বিত্তমান লোক আছে। মই বুঢ়া মৰ্টেন কিলৰ কথা কৈছো—ব্যাজাৰ বুলি যাক সকলোৱে জানে।

হফষ্টাদ (লিখি থাকি) ॥ তেওঁৰ টকা আছে বুলি আপুনি নিশ্চিত নে ?

বিলিঙ ॥ হা ভগৱান! অৱশ্যেই আছে। তাৰে কিছু অংশ নিশ্চয় ষ্টকমেন পৰিয়াললৈও যায়। যিয়েই নঘটক, খুব সম্ভৱ বুঢ়াই ল'ৰা-ছোৱালীহঁতৰ কাৰণে কিবা এটা কৰি থৈ যাব।

হফষ্টাদ (আধা ঘূৰি) ॥ আপুনি হিচাপটো সেইদৰেহে কৰি চাইছে নেকি ?

বিলিঙ ॥ হিচাপ ? মই একোকে হিচাপ কৰা নাই।

হফষ্টাদ ॥ ঠিক আছে। আপোনাৰ ঠাইত মই হোৱাহেঁতেন মই আদালতৰ সচিব পদটোৰ কথাও হিচাপত নধৰিলোহেঁতেন! কাৰণ মই ভাঠি ক'ব পাৰো যে এই পদটো আপুনি কাহানিও নাপায়!

বিলিঙ ॥ সেইটো কিবা মই নাজানো বুলি ভাবিছে নেকি ? পদটো নোপোৱাটোৱে মোৰ কাম্য। এই ধৰণৰ কিবা এটাৰ পৰাহে মানুহে যুঁজিবলৈ সাহস পায়। এয়া ঠিক নতুনকৈ উক দিয়া পিত্তৰসৰ দৰে। মই নিশ্চয়কৈ

ক'ব পাৰো যে আমাৰ দৰে জকাইচুকীয়া নগৰ এখনত এই ধৰণৰ কিবা এটাৰ বৰ প্ৰয়োজন হৈছে। কাৰণ মানুহক উত্তেজিত কৰিব পৰাকৈ ইয়াত কোনো ঘটনাই নঘটে।

হফষ্টাদ (লিখি থাকি) ॥ ঠিকেই, ঠিকেই।

বিলিঙ ॥ আঃ, তথাপিতো মোৰ কথা শুনিব! যাওঁ, ঘৰ মালিক সম্বালৈ গোহাৰি খন লিখি উলিয়াও।

(সোফাঁলৰ কোঠালৈ সোমাই যায়)

হফষ্টাদ (ডেস্কত বহি কলমটো দাতেঁৰে কামুৰি কামুৰি লাহে লাহে কয়) ॥ হুম্! কথা তেনেহলে সেইটোহে! (দুৱাৰত টোকৰৰ শব্দ শুনা যায়) ভিতৰলৈ সোমাই আহক। (বাহিৰৰ দুৱাৰেৰে পেট্ৰা সোমাই আহে হফষ্টাদ থিয় হয়) তুমি? ইয়াত?

পেট্ৰা ॥ হয়, মোক ক্ষমা কৰিব....।

হফষ্টাদ (চকী এখন টানি আনি) ॥ নবহা জানো?

পেট্ৰা ॥ নাই, নবহো, ধন্যবাদ। এতিয়াই মই গুচটিব লাগিব।

হফষ্টাদ ॥ তোমাৰ দেউতাৰাৰ পৰা কিবা সংবাদ লৈ আহিছা নেকি?

পেট্ৰা ॥ নাই অনা। মই মোৰ নিজৰ কাম এটাৰ কাৰণেহে আহিছো। (কোটৰ জেপৰ পৰা এখন কিতাপ উলিয়াই) এয়া আপোনাৰ ইংৰাজী গল্পৰ কিতাপখন।

হফষ্টাদ ॥ এইখন ঘূৰাই দিলা কিয়?

পেট্ৰা ॥ কাৰণ আপুনি কোৱা গল্পটো মই অনুবাদ নকৰো।

হফষ্টাদ ॥ কিন্তু তুমিতো বিশ্বাসেৰে মোক কথা দিছিলা....।

পেট্ৰা ॥ কথা দিছিলো হয়, কিন্তু কিতাপখন তেতিয়া মই পঢ়া নাছিলো। মই ভাবো আপুনিও নিশ্চয় এইখন পঢ়ি চোৱা নাই।

হফষ্টাদ ॥ নাই। মই ইংৰাজী ভালদৰে বুজি নাপাও বুলি তুমি জানাই দেখোন। কিন্তু....।

পেট্ৰা ॥ ঠিক কথা। সেই কাৰণেই মই আপোনাক ক'ব খুজিছিলো যে আপুনি অইন কিবা বিচাৰি উলিয়াব লাগিব। (কিতাপখন টেবুলত থয়) "গণদূত"ত আপুনি এই গল্পটো প্ৰকাশ কৰিব নোৱাৰে।

হফষ্টাদ ॥ কিয় নোৱাৰি?

পেট্ৰা ॥ কাৰণ গল্পটোৰ বক্তব্য আপোনাৰ মতাদৰ্শৰ বিপৰীতমুখী।

হফষ্টাদ ॥ অ', তেনেহলে...।

পেট্ৰা ॥ আপুনি মোৰ কথা বুজা নাই । গল্পটোৰ মূল বক্তব্য হ'ল এনে যে পৃথিৱীৰ সকলো ভাল মানুহক পালন কৰিবলৈ এক ঐশ্বৰিক শক্তি আছে । এই শক্তিয়ে সদায় ভাল মানুহৰ হিত সাধন কৰে আৰু তথাকথিত বেয়া মানুহক শাস্তি বিধান কৰে ।

হফষ্টাদ ॥ কিন্তু সেই কথাটোতো সঁচা । আমাৰ পাঠক সমাজে ঠিক তাকেই বিচাৰে ।

পেট্ৰা ॥ আৰু সেয়ে আপুনি হ'বলা তেওঁলোকক তাকেই দিব ? মোৰ কথা হ'ল মই গল্পটোৰ এটা শব্দও বিশ্বাস নকৰো । আপুনিও বেছ ভালদৰে জানে যে বাস্তৱত সেই ধৰণে কেতিয়াও নঘটে ।

হফষ্টাদ ॥ তুমি সম্পূর্ণ সঁচা কথা কৈছা । কিন্তু এখন কাকতৰ সম্পাদক এজনে সদায় তেওঁ বিচৰা মতে কাম কৰিব নোৱাৰে । কিছুমান অদৰকাৰী কথাত তেওঁ সদায় জনতাৰ ইচ্ছাৰ ওচৰত সেও মানিবলগীয়া হয় । সি যি হওক, এখন সংবাদ পত্ৰৰ কাৰণে ৰাজনীতিয়েই হ'ল আটাইতকৈ গুৰুত্বপূর্ণ কথা । মুঠতে, যদি জনসাধাৰণক স্বাধীনতা আৰু উন্নতিৰ পথত আগবঢাই নিব লগীয়া হয়, তেতিয়া হ'লে তেওঁলোকক অসন্তুষ্ট কৰি মই আঁতৰাই পঠিয়াব নোৱাৰো । যদিহে কাকতখনৰ কোনো এক পৃষ্ঠাৰ নিম্নভাগত তেওঁলোকে এই ধৰণৰ নৈতিক সাধু দুই এটা পঢ়িবলৈ পায়, তেনেহলে সেই পৃষ্ঠাৰ ওপৰ অংশত থকা কথাখিনি পঢিবলৈকো তেওঁলোক অধিক আগ্ৰহী হৈ উঠিব । তেতিয়া তেওঁলোকে বেছি নিৰাপত্তা অনুভৱ কৰে ।

পেট্ৰা ॥ কি লজ্জাজনক কথা ! আপুনি আপোনাৰ পাঠক সমাজৰ কাৰণে কেতিয়াও তেনেকুৱা এখন জাল পাতিব নোৱাৰে । আপুনিতো আৰু এটা মকৰা নহয় ।

হফষ্টাদ (হাঁহি) ॥ মোৰ সম্পৰ্কে এনে উচ্চ ধাৰণা পোষণ কৰা কাৰণে তোমাক ধন্যবাদ । এৰা, সঁচা কথা ক'বলৈ গ'লে এই গল্পটো প্ৰকাশ কৰাৰ পৰিকল্পনা বিলিঙৰহে আছিল, মোৰ নহয় ।

পেট্ৰা ॥ বিলিঙৰ ?

হফষ্টাদ ॥ এৰা । তেওঁৱেই এই কথাটো এদিন ইয়াত উত্থাপন কৰিছিল । তেওঁৱেই এই গল্পটো কাকতত প্ৰকাশ হোৱাটো বিচাৰে । কিতাপখন সম্পৰ্কে মই একোৱেই নাজানো ।

পেট্ৰা ॥ কিন্তু এক উদাৰপন্থী দৃষ্টিভংগী পোষণ কৰি বিলিঙে কেনেকৈ.... ।

হফষ্টাদ ॥ আঃ, বিনিঙ হৈছে এজন বহুমুখী ব্যক্তিত্বৰ মানুহ। শুনামতে তেওঁ আদালতৰ সচিব পদৰ প্ৰাৰ্থীও হৈছে।

পেট্ৰা ॥ মই এই কথা বিশ্বাস কৰিবলৈ টান পাইছো, মিঃ হফষ্টাদ। তেওঁৰ দ্বাৰা এই ধৰণৰ কাম কেনেকৈ সম্ভৱ হ'ব পাৰে ?

হফষ্টাদ ॥ সেই কথা তুমি তেওঁক হে সুধিব লাগিব।

পেট্ৰা ॥ তেওঁৰ ক্ষেত্ৰত মই এই ধৰণৰ কথা কেতিয়াও ভবা নাছিলো।

হফষ্টাদ ( পেট্ৰাৰ ফালে ভালদৰে চাই ) ॥ ভবা নাছিলা ? তুমি সঁচাকৈয়ে ইমান আচৰিত হৈছানে ?

পেট্ৰা ॥ হয়। হয়তো বা মুঠেই আচৰিত হোৱা নাই! মই সঁচাকৈয়ে বুজি পোৱা নাই····।

হফষ্টাদ ॥ আমি সাংবাদিকবোৰৰ মূল্য বৰ বেছি নহয়, কুমাৰী ষ্টকমেন!

পেট্ৰা ॥ আপুনি সঁচাকৈয়ে কৈছেনে ?

হফষ্টাদ ॥ মাজে সময়ে মই তেনেকৈয়ে ভাবো।

পেট্ৰা ॥ এৰা, প্ৰাত্যহিক জীৱনৰ গতানুগতিক কথাবোৰৰ ক্ষেত্ৰত হয়তো হ'বও পাৰে। সেইটো বাৰু বুজি পালো। কিন্তু এই সময়ত ? যি সময়ত আপোনাৰ হাতত ইমান গুৰুত্বপূৰ্ণ কথা এটা আহি পৰিছেহি ।

হফষ্টাদ ॥ তুমি দেউতাৰাৰ প্ৰবন্ধটোৰ বিষয়ে কৈছা নেকি ?

পেট্ৰা ॥ আপুনি ঠিকেই ধৰিছে। মোৰ ধাৰণাত আজি আপুনি আন বহুতৰে তুলনাত বহু ওপৰত।

হফষ্টাদ ॥ এৰা, আজি ঠিক সেই ধৰণৰ অনুভূতি এটাই মোৰ মনলৈ আহিছে।

পেট্ৰা ॥ অৱশ্যেই আপুনি তেনেকুৱা অনুভৱ কৰিব লাগিব। আপুনি এক অতি সুন্দৰ জীৱিকা বাচি লৈছে। অস্বীকৃত সত্য—নতুন আৰু সাহসী চিন্তাধাৰাৰ জয়যাত্ৰাৰ পথ আপোনালোকেই সুগম কৰিব পাৰে। বিশেষকৈ যি সময়ত আপুনি এজন মানসিকভাৱে আঘাতপ্ৰাপ্ত মানুহৰ হকে মাত মাতিবলৈ এই দৰে নিৰ্ভয়ে মুকলি মনেৰে আগবাঢ়ি আহিছে, সিয়েই প্ৰমাণ কৰে যে····।

হফষ্টাদ ॥ বিশেষকৈ সেই মানুহজন যেতিয়া··· ( গলখেকাৰি মাৰি )··· কথাটো মই ঠিক কেনেদৰে কম···· বুজাব পৰা নাই···।

পেট্ৰা ॥ বিশেষকৈ যেতিয়া সেই মানুহজন ইমান ন্যায়পৰায়ণ আৰু সৎ হয়··· আপুনি তাকেই ক'ব খুজিছে নেকি ?

হফষ্টাদ ( আগতকৈ শান্ত ভাবে ॥ নহয়, মই ক'ব খুজিছিলো সেই মানুহজন যেতিয়া

তোমাৰ দেউতাৰা হয়!

পেট্রা (হঠাৎ আত্মসংবৰণ কৰি) ॥ কি ক'লে?

হফষ্টাদ ॥ এৰা, পেট্রা.... কুমাৰী পেট্রা!

পেট্রা ॥ ইয়ে·· এইটোৱে আপোনাৰ কাৰণে প্ৰথম আৰু প্ৰধান বিবেচ্য কথা নে? দেউতাৰ গুৰুত্বপূৰ্ণ আৱিষ্কাৰটো?.... সত্যৰ প্ৰতিপাদন? মোৰ দেউতাৰ বিশাল মানৱীয় অন্তৰখন?... এইবোৰ আপোনাৰ কাৰণে একোৱেই নহয়?

হফষ্টাদ ॥ অৱশ্যেই··· নিশ্চয় সেইবোৰৰো যথেষ্ট মূল্য আছে।

পেট্রা ॥ ধন্যবাদ। কিন্তু মি: হফষ্টাদ, আপুনি আত্মপ্ৰতাৰণা কৰিছে। এতিয়াৰ পৰা আৰু কোনো কথাতে মই আপোনাক বিশ্বাসত ল'ব নোৱাৰিম বুলি জানিব।

হফষ্টাদ ॥ "বিশেষকৈ তোমাৰ দেউতাৰাৰ কাৰণে" বুলি কোৱা কথাষাৰত তুমি জানো সঁচাকৈয়ে কিবা দোষণীয় পাইছা?

পেট্রা ॥ আপুনি মোৰ দেউতাৰ লগত সৎ আচৰণ নকৰা কাৰণে মোৰ খং উঠিছে! কিন্তু তেওঁৰ লগত কথা-বতৰা পাতোতে আপুনি এনে এটি ভাব প্ৰদৰ্শন কৰিছিল যেন কেৱল সত্য প্ৰতিষ্ঠা আৰু সমাজৰ মংগল চিন্তাহে আপোনাৰ মনত থুপ খাই আছিল। আপুনি মোৰ দেউতা আৰু মোক দুয়োজনকে মূৰ্খ সাজিছে। আপুনি মানুহজন বাহিৰত এক আৰু ভিতৰত এক। সেই কাৰণেই মই আপোনাক কেতিয়াও ক্ষমা কৰিব নোৱাৰিম— কেতিয়াও!

হফষ্টাদ ॥ তুমি ইমান কঠুৱা শব্দ প্ৰয়োগ কৰাটো ঠিক হোৱা নাই, পেট্রা। অন্তত: এই সময়ত!

পেট্রা ॥ অন্তত: এই সময়ত? কেলেই শুনোছোন বাৰু?

হফষ্টাদ ॥ কাৰণ তোমাৰ দেউতাৰা মোৰ সহায় অবিহনে সফল হ'ব নোৱাৰিব।

পেট্রা (মূৰৰ পৰা ভৰিলৈ চাই) ॥ অ', এয়ে তেনে আপোনাৰ আচল প্ৰকৃতি? আপুনি সেই ধৰণৰো মানুহ! ধিক আপোনাক!

হফষ্টাদ ॥ নহয়, নহয়, মই সেই ধৰণৰ মানুহ নহয়। বিশ্বাস কৰা— মোৰ মুখৰ পৰা কিয় যে কথাষাৰ তেনেকৈ ওলাই গ'ল!

পেট্রা ॥ কি বিশ্বাস কৰিব লাগে আৰু কি নালাগে, সেইটো মই ভালদৰে জানো। বাৰু, বিদায় হে।

এছলেকছেন (কিছু ৰহস্য মুখত সানি খৰখৰকৈ ছপা কোঠাৰ পৰা আহি) ॥ সৰ্বনাশ হ'ল, মি: হফষ্টাদ, সৰ্বনাশ! (পেট্রাক দেখি) আ:, কি যে এক গোলমলীয়া

পৰিস্থিতি····।

পেট্ৰা ॥ সৌৰা, সৌখন কিতাপ। আপুনি কাৰোবাৰ হতুৱাই কৰাই ল'ব (দুৱাৰৰ ফালে আগবাঢ়ে)

হফষ্টাদ (পিছে পিছে গৈ) ॥ কিন্তু···· কুমাৰী পেট্ৰা······।

পেট্ৰা ॥ গুদবাই! (যায়)

এছলেকছেন ॥ মিঃ হফষ্টাদ, বোলো কথা কি?

হফষ্টাদ ॥ বাক, বাক। ---আপুনি কি কৈছিল?

এছলেকছেন ॥ সৌ ছপাকোঠাতে মেয়ৰ মহাশয় বৈ আছেহি।

হফষ্টাদ ॥ কি কলে? মেয়ৰ মহাশয়?

এছলেকছেন ॥ এৰা, তেখেতে আপোনাৰ লগত অলপ কথা হ'ব খোজে। তেখেত পিছফালৰ দুৱাৰেৰেহে সোমাইছে। ইয়াতৈ অহা অইনে জনাটো তেখেতে বিচৰা নাছিল। আপুনি নিশ্চয় বুজি পাইছে।

হফষ্টাদ ॥ তেওঁ বাক কি বিচাৰিব পাৰে? অলপ ৰ'ব---- মই নিজেই গৈছো।

(ছপাকোঠাৰ দুৱাৰলৈ গৈ দুৱাৰখন খোলে আৰু অভিবাদন জনাই মেয়ৰক ভিতৰলৈ সোমাবলৈ ইংগিত দিয়ে।)

এছলেকছেন, চাব যাতে কোনেও আমাক আহি......।

এছলেকছেন ॥ বুজিছো, বুজিছো, আপুনি চিন্তা নকৰিব। সেয়ে হ'ব।

(ছপাকোঠালৈ যায়)

পিটাৰ ॥ মিঃ হফষ্টাদ, আপুনি নিশ্চয় মোক ইয়াত এইদৰে আশা কৰা নাছিল?

হফষ্টাদ ॥ এৰা, মানি লৈছো।

পিটাৰ (কোঠাটোৰ চাৰিওফালে চাই) ॥ আপুনি ইয়াত বেছ ভাল ভাবেই আছে, দেখিছো। বেছ আৰামপ্ৰদ। সঁচাকৈয়ে।

হফষ্টাদ ॥ অ',····।

পিটাৰ ॥ আৰু চাওক, আগতীয়াকৈ নজনোৱাকৈ মই কেনে এক সময়ত আপোনাৰ সময় নষ্ট কৰিবলৈ বুলি আহি পৰিলো!

হফষ্টাদ ॥ তেনেকৈ কৈছে কেলেই, মেয়ৰ মহাশয়। মই আপোনাক সহায় কৰিবলৈ প্ৰস্তুত। কিন্তু পোনতে আপুনি আপোনাৰ····(পিটাৰৰ টুপী আৰু সৰু লাঠীডাল এখন চকীত থয়)। আপুনি নবহে জানো? অনুগ্ৰহ কৰি বহক।

পিটাৰ (টেবুলৰ ওচৰৰ চকীত বহি) ॥ ধন্যবাদ। (পিটাৰ বহে) আজি মোৰ অতি অস্বস্তিকৰ অভিজ্ঞতা এটা হ'ল, মিঃ হফষ্টাদ।

হফষ্টাদ ॥ সঁচা? অ', হওতে আপুনিতো নানা ধৰণৰ কথাৰ প্ৰতি মনোনিবেশ কৰিবলগীয়া হয়⋯⋯।

পিটাৰ ॥ আজিৰ ঘটনাটোৰ কাৰণে দায়ী হ'ল স্নানাগাৰ পৰিচালনা সমিতিৰ চিকিৎসা বিষয়া গৰাকী ⋯।

হফষ্টাদ ॥ হয়নে? চিকিৎসা বিষয়া গৰাকী?

পিটাৰ ॥ স্নানাগাৰ সমূহৰ কিছুমান আনুমানিক খুঁতলৈ আঙুলিয়াই দি তেওঁ পৰিচালনা সমিতিৰ ওচৰত এখন প্ৰতিবেদন দাখিল কৰিছে।

হফষ্টাদ ॥ সঁচা?

পিটাৰ ॥ এৰা, আপোনাক কোৱা নাই জানো? মই আকৌ ভাবিছিলো যে তেওঁ হয়তো ইতিমধ্যে আপোনাক⋯।

হফষ্টাদ ॥ অ', মনত পৰিছে, তেওঁ তেনে ধৰণৰ কিবা এটা কথাৰ উল্লেখ কৰিছিল⋯⋯।

এছলেকছেন (ছপা কোঠাৰ পৰা আহি) ॥ মোক সেই পাণ্ডুলিপিটো লাগিছিল⋯⋯।

হফষ্টাদ (খঙেৰে) ॥ হুহ! সৌ তাতে ডেস্কৰ ওপৰতে আছে।

এছলেকছেন (লৈ) ॥ ঠিক আছে।

পিটাৰ ॥ কিন্তু চাওক⋯⋯। মই কোৱা প্ৰতিবেদন এইখনেই দেখোন!

এছলেকছেন ॥ হয় মিঃ মেয়ৰ, এইটোৱেই ডাক্তৰৰ প্ৰবন্ধটো।

হফষ্টাদ ॥ অ', আপুনি এইটোৰ কথাকে কৈ আছিল নেকি?

পিটাৰ ॥ এৰা, এইটোৱে। আপুনি প্ৰবন্ধটো সম্পৰ্কে কি ভাবে?

হফষ্টাদ ॥ চাওক, এই বিষয়ত মই এজন সাধাৰণ মানুহ। তদুপৰি প্ৰবন্ধটো মই কেৱল ওপৰে ওপৰেহে এবাৰ চকু ফুৰাই চাইছো।

পিটাৰ ॥ কিন্তু আপুনিতো ইয়াক প্ৰকাশ কৰিব বুলি ভাবিছে নিশ্চয়?

হফষ্টাদ ॥ চাওক, এনে এজন বিশিষ্ট ব্যক্তিৰ কথা অস্বীকাৰ কৰাটো⋯।

এছলেকছেন ॥ মিঃ মেয়ৰ, কাকতখনৰ সম্পাদনাৰ লগত মোৰ কোনো সম্পৰ্ক নাই।

পিটাৰ ॥ সেইটো মই বুজো।

এছলেকছেন ॥ মই মাথোন মোৰ হাতত যি পৰে ছপাই দিও।

পিটাৰ ॥ নিশ্চয়।

এছলেকছেন ॥ আৰু সেয়ে মই⋯⋯। (ছপা কোঠাৰ ফালে যাব খোজে)

পিটাৰ ॥ অলপ ৰ'ব, মিঃ এছলেকছেন। মিঃ হফষ্টাদ, মই এখেতৰ লগত অলপ

কথা পাতিলে বেয়া নাপায়তো ?

হৃকষ্টাদ ॥ সেয়া আপোনাৰ ইচ্ছা, মিঃ ইকমেন ॥

পিটাৰ ॥ চাওক মিঃ এছলেকছেল, আপুনি এজন চিন্তা কৰি চাব পৰা ধৰণৰ অৰ্থাৎ এজন বিচক্ষণ লোক ।

এছলেকছেন ॥ মোৰ সম্পৰ্কে আপোনাৰ এই ধাৰণাৰ কথা জানিব পাৰি মোৰ ভাল লাগিছে ।

পিটাৰ ॥ তদুপৰি আপুনি এগৰাকী অতি প্ৰভাৱশালী ব্যক্তি ।

এছলেকছেন ॥ মূলতঃ ক্ষুদ্ৰ ব্যৱসায়ী সকলৰ মাজত, মহাশয় ।

পিটাৰ ॥ অইন ঠাইৰ দৰে এই ক্ষুদ্ৰ কৰদাতা সকলেই আমাৰ ইয়াতো সংখ্যা-গৰিষ্ঠ গোট ।

এছলেকছেন ॥ সেইটো সঁচা ।

পিটাৰ ॥ আৰু এই বিষয়ে মোৰ কোনো সন্দেহ নাই যে আপুনি তেওঁলোকৰ চিন্তা-ধাৰাৰো যথেষ্ট উমান পায়, নাপায় জানো ?

এছলেকছেন ॥ হয় মিঃ মেয়ৰ, কিছু পৰিমাণে পাও বুলিয়ে ভাবো ।

পিটাৰ ॥ এৰা । সি যি হওক, আমাৰ চহৰখনৰ মধ্যবিত্ত / নিম্নবিত্ত লোকসকলৰ এক আত্মোৎসৰ্গৰ মনোভাৱ থকা হেতুকে ...... ।

এছলেকছেন ॥ কি ক'লে ?

হৃকষ্টাদ ॥ আত্মোৎসৰ্গৰ মনোভাৱ ?

পিটাৰ ॥ জনতাৰ সামূহিক অনুভূতিৰ ক্ষেত্ৰত এয়া এক অতি আনন্দৰ কথা । মইতো ক'ব খোজো যে এই ধৰণৰ মনোভাৱ মই আশাই কৰা নাছিলো । কিন্তু জনমত সম্পৰ্কে মোতকৈ আপোনালোকৰ অধিক স্পষ্ট ধাৰণা আছে ।

এছলেকছেন ॥ কিন্তু, মেয়ৰ মহাশয় ...... ।

পিটাৰ ॥ প্ৰকৃততে চহৰখনৰ লোক সকলে বৰ্তমান কৰিবলৈ ওলোৱা কামটোও নিশ্চয় সৰু-সুৰা ত্যাগ নহয় ।

হৃকষ্টাদ ॥ নগৰ বাসী সকলে ?

এছলেকছেন ॥ কিন্তু মই বুজা নাই । আপুনি বাত্তহৰা স্নানাগাৰ বোৰৰ কথা...... ।

পিটাৰ ॥ চিকিৎসাবিষয়াৰ অনুমোদন অনুসাৰে সাল-সলনি কৰিব লগীয়া হ'লে সদ্যহতে কৰি উলিওৱা হিচাপ মতে আমাৰ প্ৰায় বিশ হাজাৰ পাউণ্ডৰ আৱশ্যক হ'ব ।

এছলেকছেন ॥ আও ! এয়াতো এক অতি শকত পৰিমাণ । কিন্তু ...... ।

পিটাৰ ॥ অৱশ্যেই এই বৃহৎ পৰিমাণৰ ধন সংগ্ৰহৰ কাৰণে পৌৰসভাৰ কৰ বৃদ্ধিৰ প্ৰয়োজন হ'ব ।

হফষ্টাদ ( বহাৰ পৰা উঠি ) ॥ এই ধন চহৰ খনৰ ভোক্তা সকলেই দিব লাগিব বুলি আপুনি নিশ্চয় বুজাব খোজা নাই ?

এছলেকছেন ॥ আপুনি ক'ব খোজে নেকি যে এই ধন পৌৰসভাৰ ভড়ালৰ পৰাই ভৰিব লাগিব ? তাৰ মানে ক্ষুদ্ৰ ব্যৱসায়ী চামৰ সৰু-সৰু জেপৰ পৰাই এই ধন সংগ্ৰহ কৰিব লাগিব নেকি ?

পিটাৰ ॥ নহ'লেনো আন ক'ৰ পৰা এই ধন আহিব, মিঃ এছলেকছেন ?

এছলেকছেন ॥ স্নানাগাৰ সমূহৰ গৰাকী সকলেহে এই ধন ব্যয় কৰা উচিত ।

পিটাৰ ॥ কিন্তু স্নানাগাৰ সমূহৰ মালিক সকলে সদাহতে আৰু অধিক ধন ব্যয় কৰিব নোৱাৰে।

এছলেকছেন ॥ এই সম্পৰ্কে আপুনি নিঃসন্দেহ নে, মিঃ মেয়ৰ ?

পিটাৰ ॥ অন্ততঃ মই সেই বুলিয়েই পতিয়ন গৈছো । যদি চহৰখনে এই বৃহদাকাৰৰ সাল-সলনি হোৱাটো বিচাৰে, তেন্তে তাৰ কাৰণে ধনো ভৰিব লাগিব চহৰখনেই ।

এছলেকছেন ॥ কিন্তু ...... সকলো নিপাত যাওক ! ক্ষমা কৰিব । কিন্তু মিঃ হফষ্টাদ, কথাটো সম্পূৰ্ণ অইন ধৰণৰহে হ'ল ছোন ?

হফষ্টাদ ॥ এৰা, সঁচাকৈয়ে...... ।

পিটাৰ ॥ আটাইতকৈ উদ্বেগজনক কথাটো হ'ল যে বিচৰা ধৰণে পৰিৱৰ্তনৰ কামখিনি সম্পূৰ্ণ কৰিবলৈ আমি স্নানাগাৰ সমূহ প্ৰায় দুবছৰ মানৰ কাৰণে বন্ধ কৰি দিব লাগিব ।

হফষ্টাদ ॥ বন্ধ কৰি দিব লাগিব ? সমূলি বন্ধ ??

এছলেকছেন ॥ দুবছৰৰ কাৰণে নে ?

পিটাৰ ॥ এৰা, কামখিনি সম্পূৰ্ণ কৰোঁতে কমেও অন্ততঃ দুবছৰ সময় লাগিব ।

এছলেকছেন ॥ কথাটো আচলতে তেনেকুৱা হ'লে মই মৰি যাম, মিঃ মেয়ৰ । আমি ঘৰ-মালিক সকলে এই দুবছৰ কি কৰি খাম ?

পিটাৰ ॥ অতি দুৰ্ভাগ্যৰ কথা যে আপোনাৰ প্ৰশ্নটোৰ উত্তৰ দিয়াটো অতি টান হৈ পৰিছে, মিঃ এছলেকছেন । কিন্তু আমিনো কি কৰাটো আপোনালোকে বিচাৰে ? আমাৰ চহৰখনৰ পানী দূষিত হৈ পৰিছে, আমি এক মহামাৰী স্থলত বাস কৰি আছো, আমাৰ সমগ্ৰ চহৰখন ইত্যাদি ইত্যাদি । এই ধৰণৰ

ঘোষণাবোৰ কৰি থকাৰ পিছত এই চহৰখনলৈ এজনো পৰ্য্যটক আহিব পাৰে বুলি আপোনালোকে ভাবে নেকি ?

এছলেকছেন ॥ আনহাতে যিস্থলত সমস্ত কথাটোৱেই কেৱল কল্পনা ...... ?

পিটাৰ ॥ সকলো স্ব-বিচাৰ-বুদ্ধি প্ৰয়োগ কৰাৰ পিছতো অন্তত: মই তাৰ বাহিৰে অইন সিদ্ধান্তলৈ আহিব পৰা নাই ।

এছলেকছেন ॥ তেন্তে মই এই কথা ক'বলৈ বাধ্য হৈছো যে ডা: ষ্টকমেনৰ পক্ষে এইটো মুঠেই ন্যায় সংগত কাম হোৱা নাই । এনেকৈ কোৱা বাবে মোক ক্ষমা কৰিব, মি: মেয়ৰ ।

পিটাৰ ॥ দুৰ্ভাগ্যজনক ভাবে আপোনাৰ প্ৰতিটো শব্দই সঁচা, মি: এছলেকছেন । মোৰ ভাই চিৰদিনেই উগ্ৰ আৰু আকোঁৰগোজ স্বভাৱৰ ।

এছলেকছেন ॥ ইয়াৰ পিছতো আপুনি তেওঁলৈ সমৰ্থন আগবঢ়োৱাৰ কথা ভাবেনে মি: হফষ্টাদ ?

হফষ্টাদ ॥ আপুনি মুহূৰ্তৰ বাবেও ভাবিব পাৰেনে যে মই - - - ।

পিটাৰ ॥ এজন বিচাৰ বুদ্ধি সম্পন্ন মানুহ হিচাপে বিষয়টো সন্দৰ্ভত সকলো দিশ চালিজাৰি চাই মই এটা চমু টোকা প্ৰস্তুত কৰিছো । স্নানাগাৰ পৰিচালনা সমিতিৰ সম্পদ সমূহৰ কোনো হানি-বিঘিনি নোহোৱাকৈ কেনেকৈ সম্ভাব্য দুই-এটা ক্ৰটী-বিচ্যুতি আঁতৰ কৰিব পৰা যায়, টোকাটোত মই তাকে দাঙি ধৰিছো ।

হফষ্টাদ ॥ আপুনি টোকাটো আনিছে নেকি, মি: মেয়ৰ ?

পিটাৰ ( জেপত খেপিয়াই চাই ) ॥ হয়, মই টোকাটো লৈ আহিছো । যদিহে আপোনাৰ প্ৰয়োজন হয় - - - - ।

এছলেকছেন ॥ হায় ভগৱান ! সোৱা তেখেত !

পিটাৰ ॥ কোন ? মোৰ ভাই ?

হফষ্টাদ ॥ ক'ত ? ক'ত ?

এছলেকছেন ॥ এই মাত্ৰ তেওঁ ছপা কোঠাৰ পিনে সোমাই গ'ল ।

পিটাৰ ॥ কি বিপদ ! মই তাক এতিয়া ইয়াত লগ পাব নোখোজো । আপোনাৰ লগত অইন কিছুমান কথাও পাতিবলগীয়া আছিল - - - - ।

হফষ্টাদ ( সোঁফালৰ দুৱাৰৰ ফালে আঙুলিয়াই ) ॥ সম্প্ৰতি আপুনি তালৈ যাওক ।

পিটাৰ ॥ কিন্তু - - - - ।

হফষ্টাদ ॥ তাত বিলিঙৰ বাহিৰে আন কোনো নাই ।

এছলেকছেন ॥ লৰালৰি কৰক, যাওক, মিঃ মেয়ৰ । তেওঁ পালেহিয়েই.... ।

পিটাৰ ॥ বাৰু, ঠিক আছে । কিন্তু চাব যাতে আপোনালোকে তেওঁক সোন-কালে বিদায় কৰিব পাৰে ।

( সোঁফালৰ দুৱাৰেৰে সোমাই যায় । তেওঁ সোঁমোৱাৰ পিছত এছলেক-ছেনে দুৱাৰখন জপাই দিয়ে )

হফষ্টাদ ॥ এছলেকছেন, কিবা কৰি থকাৰ ভাও জোৰক ।

( বহি লিখিবলৈ ধৰে । এছলেকছেনে চকীৰ ওপৰত থকা এদম খবৰ কাগজৰ মাজত কিবা যেন বিচাৰিবলৈ ধৰে )

ডাঃ ষ্টকমেন ( ছপাকোঠাৰ পৰা সোমাই আহি ) ॥ এয়া, মই আকৌ আহিলো-ৱেই ! ( লাঠিডাল আৰু টুপীটো থয় )

হফষ্টাদ ( লিখি থাকি ) ॥ আহিলেই নে ডাক্তৰ ? এছলেকছেন, আমি আলোচনা কৰি থকা বিষয়টো সন্দৰ্ভত খৰধৰ কৰিব লাগে । আজি আমাৰ হাতত নষ্ট কৰিবলৈ মুঠেই সময় নাই ।

ডাঃ ষ্টকমেন ( এছলেকছেনৰ প্ৰতি ) ॥ যি দেখিছো মই চোৱাৰ কাৰণে আপো-নালোকৰ প্ৰুফ এতিয়াও সাজু হৈ উঠাগৈ নাই ।

এছলেকছেন ( মুৰ নুঘুৰোৱাকৈ ) ॥ ইমান কম সময়ৰ ভিতৰত কেনেকৈ পাব, ডাক্তৰ ?

ডাঃ ষ্টকমেন ॥ ঠিকেই । কিন্তু মই যে কিমান অধৈৰ্য্য হৈ আছো, সেইটো নিশ্চয় বুজিছে । প্ৰবন্ধটো ছপা হৈ নোলোৱালৈকে মই তিলমানো শান্তি নাপাম ।

হফষ্টাদ ॥ হুম, ! - - - এছলেকছেন, প্ৰুফটো হওতে হওতে আৰু কিছু সময় নালাগিব জানো ?

এছলেকছেন ॥ এৰা, মইও তেনেকৈয়ে ভাবো ।

ডাঃ ষ্টকমেন ॥ বাৰু, ঠিক আছে, বন্ধুসকল । মই আকৌ আহিম । প্ৰয়োজন হ'লে দুবাৰো আহিব পাৰো । সমগ্ৰ চহৰখনৰেই মংগলৰ কথা জড়িত হৈ থকা ইমান গুৰুত্বপূৰ্ণ বিষয় এটাৰ কাৰণে এইকণ কষ্ট কৰিবই লাগিব । ( যাব খুজিও উভটি আহে ) চাওক—আপোনালোকক মোৰ আৰু এটা কথা ক'বলগীয়া আছে ।

হফষ্টাদ ॥ ক্ষমা কৰিব, অইন কোনো সময়ত ক'লে নহয় জানো ?

ডাঃ ষ্টকমেন ॥ কথাটো মই অতি সংক্ষেপে কও । কথাটো অইন একো নহয় । নগৰ খনৰ সামূহিক কল্যাণৰ কথা ভাবিয়েই গোটেই শীতকাল জুৰি কৰা মোৰ শ্ৰমৰ ফল এই প্ৰবন্ধটো কাইলৈ যেতিয়া নগৰবাসী সকলে পঢ়িবলৈ পাব - - - ।

হফষ্টাদ ॥ কিন্তু ডাক্তৰ - - - ।

ডা: ষ্টকমেন ॥ আপুনি কি ক'ব খুজিছে মই জানো। আপুনি বুজা নাই। এয়া কেৱল মই মোৰ কৰ্তব্যহে পালন কৰিছো— এজন নাগৰিক হিচাপে মোৰ অৱশ্য কৰ্তব্য। তাতকৈ মই একো বেছি কৰা নাই। আপোনালোকৰ নিচিনাকৈ সেইটো মইও বুজো। কিন্তু সতীৰ্থ নাগৰিক বৃন্দ, আপোনালোকে জানে যে - - - ! হে ঈশ্বৰ, মোক হৃদয়ত স্থান দিয়া সেই সকল লোকে মোক যে কিমান ভাল পায় - - - ।

এছলেকছেন ॥ হয় ডাক্তৰ। আমাৰ নগৰবাসী সকলে ইমানদিনে আপোনাৰ বিষয়ে এক অতি উচ্চ ধাৰণাই পোষণ কৰি আহিছিল !

ডা: ষ্টকমেন ॥ এৰা, আৰু ঠিক সেই কাৰণতে মই ভাবো যে তেওঁলোকে - - - । বাৰু, কথাটো হ'ল এই। যেতিয়া তেওঁলোকৰ হাতত বিশেষকৈ গৰীব শ্ৰেণীৰ লোক সকলৰ হাতত কাকতখন পৰিবগৈ আৰু প্ৰবন্ধটো পঢ়াৰ পিছত তেওঁ-লোকে ইয়াক ভৱিষ্যতে নগৰৰ কাম কাজত তেওঁলোকক অংশগ্ৰহণ কৰিবলৈ জনোৱা এক আহ্বান হিচাপে ল'ব, তেতিয়া - - - ।

হফষ্টাদ ( গলখেকাৰি মাৰি বহাৰ পৰা উঠি ) ॥ ডাক্তৰ, মই আপোনাৰ পৰা এই কথা লুকাই ৰাখিব নোখোজো যে - - - ।

ডা: ষ্টকমেন ॥ আ:, মই জানো যে ইতিমধ্যে নিশ্চয় ক'ৰবাত কিবা এটা ঘটিছে। কিন্তু মই সেইবোৰৰ এটা শব্দও শুনিব নোখোজো। যদি সেই ধৰণৰ কিবা ঘটেও - - - ।

হফষ্টাদ ॥ কি ধৰণৰ ?

ডা: ষ্টকমেন ॥ যি ধৰণৰেই নহওক মোৰ সন্মানাৰ্থে সভাই অনুষ্ঠিত হওক, ভোজ-সভাই হওক নাইবা মোক দিবলৈ প্ৰস্তুত কৰা উপহাৰৰ তালিকাই হওক— মুঠতে যিয়েই হওক, এইবোৰ একো কৰিবলৈ দিয়া নহব বুলি আপুনি মোক কথা দিব লাগিব। মি: এছলেকছেন, আপুনিও ! মই কি কৈছো বুজিছে, নহয় ?

হফষ্টাদ ॥ আপুনি মোক নিশ্চয় ক্ষমা কৰিব, ডাক্তৰ। কিন্তু এতিয়াই হওক বা পিছতেই হওক, সঁচা কথাটো আপোনাক ক'বই লাগিব - - - ।

( বাহিৰৰ পিনৰ দুৱাৰেৰে শ্ৰীমতী ষ্টকমেন সোমাই অহাত হফষ্টাদ বৈ যায় )

শ্ৰীমতী ষ্টকমেন ( স্বামীক দেখি ) ॥ ঠিক মই যি ভাবিছিলো, সেয়ে।

হফষ্টাদ ( শ্ৰীমতী ষ্টকমেনৰ ফালে আগুৱাই ) ॥ শ্ৰীমতী ষ্টকমেন, আপুনিও আহিল নে ?

ডা: ষ্টকমেন ॥ কেথেৰিন, তোমাক ইয়াত কি লাগে ?

শ্ৰীমতী ষ্টকমেন ॥ মোক ইয়াত কি লাগে, সেয়া তুমি নিশ্চয় ভালদৰে জানা বুলিয়েই ভাবো।

হফষ্টাদ ॥ নবহে জানো ? হয়তো বা - - - ।

শ্ৰীমতী ষ্টকমেন ॥ ধন্যবাদ, নবহো। আপুনি মিছাতে কষ্ট কৰিব নালাগে। মই এইদৰে স্বামীক লৈ যাবলৈ অহা কাৰণে অনুগ্ৰহ কৰি বেয়া নাপাব। আপুনি জানেই, মই তিনিটা ল'ৰা ছোৱালীৰ মাক।

ডাঃ ষ্টকমেন ॥ যতমানে বাজে কথা ! সেইটো আমি সকলোৱে জানো !

শ্ৰীমতী ষ্টকমেন ॥ সকলোৱে জানে হয়। কিন্তু তুমি তোমাৰ পত্নী আৰু ল'ৰা-ছোৱালীৰ কাৰণে আজি যিথিনি চিন্তা কৰাৰ নমুনা দেখুৱাইছা, তাৰ কাৰণে কোনোৱে তোমাক বাহবাহ দিবলৈ নাহে। প্ৰকৃততে তুমি আমাৰ কথা ভবাহেঁতেন আজি আমাৰ আটাইৰে জীৱনলৈ এইদৰে দুৰ্ভাগ্যৰ কলীয়াডাৱৰ নামি নাহিলহেঁতেন !

ডাঃ ষ্টকমেন ॥ কেথেৰিন, তুমি বলিয়া হ'লা নেকি ? কোনো এজন মানুহৰ পত্নী আৰু সতি-সন্ততি থাকিল বুলিয়েই তেওঁ সত্যৰ হকে মাত নামাতিবনে ? তেওঁক এজন প্ৰকৃত নাগৰিকৰ কৰ্তব্য কৰিবলৈ দিয়া নহবনে ? নিজৰ চহৰখনৰ প্ৰতি সেৱা আগবঢ়োৱাৰ পৰা তেওঁ বঞ্চিত হ'বনে ?

শ্ৰীমতী ষ্টকমেন ॥ এৰা, টমাছ, যুক্তিয়ে তাকেই কয়।

এছলেকছেন ॥ মোৰ ভাবৰ লগত ঠিক মিলিছে। সংযমেই হৈছে সকলো।

শ্ৰীমতী ষ্টকমেন ॥ আৰু আপুনি মিঃ হফষ্টাদ, আপুনিও এনেকৈ প্ৰলুব্ধ কৰি মোৰ স্বামীক ভেড়া সাজি তেওঁৰ পা-পৰিয়ালৰ পৰা আঁতৰাই আনি এইবোৰৰ মাজত সুমুৱাই আমাৰ অন্যায় কৰিছে।

হফষ্টাদ ॥ শ্ৰীমতী ষ্টকমেন, মই নিশ্চয়কৈ কৈছো', মই কাকো ভেড়া সাজিবলৈ যোৱা নাই।

ডাঃ ষ্টকমেন ॥ ভেড়া সাজিছে ! মোক ভেড়া সাজিবলৈ নিজকে এৰি দিম বুলি তুমি ভাবা নেকি ?

শ্ৰীমতী ॥ তুমি ঠিক তাকেই কৰিছা। চহৰৰ আন আন সকলতকৈ তোমাৰ মস্তিষ্কটো যে বেছি উৰ্বৰ, সেই কথা মই ভালদৰে জানো। কিন্তু টমাছ, তোমাক অতি সহজতে সকলোৱে ঠগাব পাৰে। ( হফষ্টাদৰ প্ৰতি ) এই কথা জানি নিশ্চয় সুখী হ'ব যে তেওঁৰ প্ৰবন্ধটো আপোনাৰ কাকতত প্ৰকাশ কৰিলে তেওঁ তেওঁৰ চাকৰিটোৰ পৰা হাত ধুব লাগিব - - - ।

এছলেকছেন ॥ কি ?

হকষ্টাদ ॥ চাওক ডাক্তৰ, - - -

ডাঃ ষ্টকমেন ( হাঁহি ) ॥ হাঃ - - - হাঃ - - - এবাৰ চেষ্টা কৰি চাবলৈ দিয়া। ওহো, সিহঁতে সেইকাম নিশ্চয় কেতিয়াও নকৰিব। তোমাক ক'লো মোৰ প্ৰতি আটিল সংখ্যাগৰিষ্ঠ গোটৰ সমৰ্থন আছে !

শ্ৰীমতী ষ্টকমেন ॥ এৰা, সেইটোৱেই হৈছে আটাইতকৈ বেছি বেয়া কথা। তোমাৰ পিছত যে এই আটিল সংখ্যাগৰিষ্ঠ গোটটো আছে, সেইটো।

ডাঃ ষ্টকমেন ॥ বাজে কথা, কেথেৰিন। ঘৰলৈ গৈ ঘৰখন চোৱা-চিতা কৰা আৰু মোক সমাজৰ কাম কৰিবলৈ দিয়া। মোৰ মনত ইমান স্ফূৰ্তি আৰু আত্ম-বিশ্বাস থকা সময়ত তোমাৰ ইমান ভয় খাব লগীয়া কি হৈছে ? ( হাত দুখন মোহাৰি ইফালে-সিফালে অহা যোৱা কৰে ) তুমি এই বিষয়ে নিশ্চিন্ত থাকিব পাৰা যে সত্য আৰু জনতাৰ জয় অনিবাৰ্য্য। মনৰ চকুৰে মই দেখা পাইছো যেন বহল মনা সমগ্ৰ মধ্যবিত্ত শ্ৰেণীটোৱে যুদ্ধ-বিজয়ী সেনাৰ দৰে বিজয়োল্লাসত মতলীয়া হৈ আগবাঢ়ি আহিব ধৰিছে - - -।

( চকী এখনৰ কাষত বৈ যায় ) সো তাত - - - সেইটো কি ?

এছলেকছেন ॥ এতিয়াহে মৰিলো !

হকষ্টাদ ॥ ( গল খেকাৰি মাৰে )—

ডাঃ ষ্টকমেন ॥ এয়া—, এয়াই হ'ল আমাৰ কৰ্তৃপক্ষৰ সৰ্ব্বোচ্চ শিখৰ ! ( মেয়ৰৰ চৰকাৰী টুপীটো সযত্নে আঙুলিৰ মাজতলৈ শূন্যতে ওপৰলৈ উঠাই দিয়ে )

শ্ৰীমতী ষ্টকমেন ॥ মেয়ৰৰ টুপী !

ডাঃ ষ্টকমেন ॥ আৰু এয়া, ইয়াতে তেওঁৰ কাৰ্য্যালয়ৰ বয়বস্তবোৰ ! কিন্তু কি আচৰিত ! ইযে অভাৱনীয় কথা !!

হকষ্টাদ ॥ চাওক ডাক্তৰ - - -।

ডাঃ ষ্টকমেন ॥ অ', বুজিছো। তেওঁ আপোনালোকৰ লৈতে বন্দোবস্ত কৰিবলৈ আহিছে। হাঃ··· হাঃ··· কিন্তু এইবাৰ পাশাৰ চাল দিওতে ভুল কৰি পেলালে। তাৰ মানে তেওঁ মোক ছপা কোঠাত দেখাৰ লগে লগে ···· ( হাঁহিত ফাটি পৰে )···· তেওঁ বাৰু পলাই সাৰিলে নেকি, মিঃ এছলেকছেন ?

এছলেকছেন ( তভাতৈয়াকৈ ) ॥ তেখেত পলাল ডাক্তৰ।

ডাঃ ষ্টকমেন ॥ পলাল ? অথচ তেওঁৰ লাঠী আৰু । ওহো, হয় নোৱাৰে। তেওঁ কেতিয়াও তেওঁৰ বয়বস্তবোৰ এনেকৈ এৰি থৈ গুছি নাযায়। কিন্তু কথা

হ'ল, তেওঁক আপোনালোকে কি কৰিছে ? অ'.... অৱশ্যেই সৌ তাত আছে। কেথেৰিন, এইবাৰ চাবা !

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, অনুগ্ৰহ কৰি ।

এছলেকছেন ॥ অধৈৰ্য্য নহ'বছোন, ডাক্তৰ।

(ডাক্তৰে মেয়ৰৰ টুপীটো মূৰত পিন্ধে আৰু লাঠীডাল হাতত লয়। দুৱাৰ-খন খুলি দি অভিবাদন জনোৱাৰ ভংগীত হাতখন টুপীটোত থয় ॥ খঙত ৰঙা-চিঙা পৰি পিটাৰ ওলাই আহে। পিছে পিছে বিলিঙ।)

পিটাৰ ॥ এইবোৰ বছৰালিৰ অৰ্থ কি ?

ডা: ষ্টকমেন ॥ মহাশয় পিটাৰ ষ্টকমেন, সম্মানজনক ভাবে কথা কবা। এই চহৰ-খনৰ বৰ্ত্তমান মুখ্য শাসনকৰ্তা মইহে ! ( ইফালে সিফালে অহা যোৱা কৰে )

শ্ৰীমতী ষ্টকমেন ( প্ৰায় কান্দি ) ॥ আ: টমাছ, সঁচাকৈয়ে··· ।

পিটাৰ ( ডাক্তৰৰ ফালে গৈ ) ॥ মোৰ লাঠীডাল আৰু টুপীটো দে।

ডা: ষ্টকমেন ( আগৰ সুৰত ) ॥ তুমি চহৰৰ প্ৰধান কনিষ্টবল নেকি ? তেন্তে তুমি জনা উচিত যে এই চহৰখনৰ বৰ্ত্তমান মেয়ৰ হ'লো মই। ময়েই সমগ্ৰ চহৰ খনৰ গৰাকী। অনুগ্ৰহ কৰি বুজিবলৈ চেষ্টা কৰিলে ভাল পাম।

পিটাৰ ॥ টুপীটো সোনকালে খুলি দে। সেইটো এটা চৰকাৰী সাজ বুলি পাহৰি নাযাবি !

ডা: ষ্টকমেন ॥ থুই ॥ সিংহৰ দৰে জাগৃত হৈ উঠা জনতাক তুমি তোমাৰ সামান্য টুপী এটাৰে ভয় খুৱাব পাৰিবা বুলি ভাবিছা নেকি ? ভাবিছিলা যে তুমি মোক আঁতৰাব পাৰিবা ! কিন্তু এতিয়া মইহে তোমাক আঁতৰাম ! তোমাৰ সমস্ত বাবৰ পৰাই তোমাক অব্যাহতি দিব লাগিব। নোৱাৰো বুলি ভাবা নেকি ? শুনা। মোৰ পিছত বিজয়ী সামাজিক শক্তি আছে। হফষ্টাদ আৰু বিলিঙে "গণদূত"ত শিৰেই বিস্ফোৰণ ঘটাব। আনহাতে এছলেকছেনে সমগ্ৰ ঘৰৰ মালিক সন্থাৰ মুৰব্বী হিচাপে ৰণথলীৰ গুৰি ধৰিব··· ।

এছলেকছেন ॥ মোৰ দ্বাৰা সেইটো সম্ভৱ নহ'ব, ডাক্তৰ।

ডা: ষ্টকমেন ॥ আপুনি অৱশ্যেই সেয়া কৰিব।

পিটাৰ ॥ আ:, ! মি: হফষ্টাদ, এই আন্দোলনত অংশ গ্ৰহণ কৰিব নে নকৰে সুধিব পাৰোনে ?

হফষ্টাদ ॥ মই নকৰো, মি: মেয়ৰ !

এছলেকছেন ॥ ওহো। তেনেকুৱাখন কৰি এক মনেসজা অভিযোগৰ হকে ওকা-

ক্ষতি কৰিবলৈ গৈ কাকতখনৰ লগতে নিজৰো ধ্বংস মাতি আনিবলৈ হফষ্টাদ সিমান মূৰ্খ নহয়।

ডা: ষ্টকমেন ( তেওঁৰ পিনে ঘূৰি চাই ) ॥ এইবোৰৰ অৰ্থ কি ?

হফষ্টাদ ॥ আপুনি আপোনাৰ বিষয়টো ভুলধৰণে উপস্থাপন কৰিছে ডাক্তৰ। সেয়ে আপোনাক সমৰ্থন জনাবলৈ মই অপাৰগ।

বিলিঙ ॥ বিশেষকৈ মেয়ৰ মহাশয়ে দয়া পৰবশ হৈ অলপ আগতে কোৱা কথাখিনি শুনাৰ পিছত ।

ডা: ষ্টকমেন ॥ ভুল ধৰণে ? আপুনি সেই দিশটো মোৰ ওপৰত এৰি দিয়ক। মাত্র মোৰ প্ৰবন্ধটো ছপাই দিয়ক। মোৰ বক্তব্যৰ পক্ষে যুক্তি দিবলৈ মই সম্পূৰ্ণ সক্ষম।

হফষ্টাদ ॥ প্ৰবন্ধটো মই প্ৰকাশ কৰিব নোৱাৰিম, ডাক্তৰ। মই এইটো প্ৰকাশ নকৰো আৰু আচলতে প্ৰকাশ কৰাৰ মোৰ সাহস নাই।

ডা: ষ্টকমেন ॥ আপুনি সাহস নকৰে ? কি বাজে কথা কৈছে ! আপুনি হ'ল এজন সম্পাদক আৰু মই জনামতে এজন সম্পাদকেই তেওঁৰ কাকতখন নিয়ন্ত্ৰণ কৰে।

এছলেকছেন ॥ নহয় ডাক্তৰ, এখন সংবাদ পত্ৰক নিয়ন্ত্ৰণ কৰে ইয়াৰ গ্ৰাহক সকলেহে।

পিটাৰ ॥ আপুনি অতি উচিত কৈছে।

এছলেকছেন ॥ জনামতে এই ধৰক সংস্কৃতিবান লোকসকল ঘৰৰ-মালিক সকল আৰু ঠিক সেই ধৰণৰ লোক সকলেহে এখন সংবাদপত্ৰ নিয়ন্ত্ৰণ কৰে।

ডা: ষ্টকমেন ( স্থিৰ শান্ত ভাবে ) ॥ আৰু নিশ্চয় এওঁলোক সকলো মোৰ বিপক্ষে ?

এছলেকছেন ॥ হয়, সেইটোৱে। আপোনাৰ প্ৰবন্ধটো প্ৰকাশ কৰাৰ অৰ্থ হ'ল সমাজখনৰ ধ্বংস মাতি অনা।

ডা: ষ্টকমেন ॥ এৰা, ঠিকেইতো !

পিটাৰ ॥ অনুগ্ৰহ কৰি মোৰ লাঠীডাল আৰু টুপীটো !

( ডাক্তৰে মূৰৰ পৰা টুপীটো খুলি লাঠীডালৰ লৈতে টেবুলত থৈ দিয়ে। পিটাৰে সেইবোৰ উঠাই লয়। )

সময়তকৈ বহু আগতেই মেয়ৰ হিচাপে তোৰ ক্ষমতাৰ যৱনিকা পৰিল।

ডা: ষ্টকমেন ॥ নাই, এতিয়াও যৱনিকা পৰা নাই। ( হফষ্টাদৰ প্ৰতি ) তেনেহলে "গণদূত"ত মোৰ প্ৰবন্ধটো প্ৰকাশ কৰা আপোনাৰ পক্ষে মুঠেই সম্ভৱ নহয়, কি কয় ?

হফষ্টাদ ॥ সম্পূৰ্ণ অসম্ভৱ··· লগত আপোনাৰ পৰিয়ালৰ সম্মানৰ কথাটোও জড়িত হৈ আছে।

শ্ৰীমতী ষ্টকমেন ॥ তেওঁৰ পৰিয়ালৰ কথা ভবাৰ আপোনাৰ কোনো প্ৰয়োজন নাই, মিঃ হফষ্টাদ, ধন্যবাদ।

পিটাৰ (জেপৰ পৰা এখন কাগজ উলিয়াই) ॥ জনতাৰ দিগ্‌দৰ্শনৰ কাৰণে এইটোৱে যথেষ্ট হ'ব। এই চৰকাৰী বিবৃতিটো প্ৰকাশ হ'লেই হ'ল। এইকণ কষ্ট কৰিবনে ?

হফষ্টাদ (কাগজখন লৈ) ॥ নিশ্চয়। ইয়াক প্ৰকাশৰ ব্যৱস্থা মই কৰিম।

ডাঃ ষ্টকমেন ॥ কিন্তু মোৰটো নকৰে ! মোৰ মুখখনত সোপা দি সত্যক ঢাকি ৰাখিব পাৰিম বুলি আপুনি ভাবে নেকি ? আপুনি ভবাৰ দৰে কথাটো সিমান সহজ নহ'ব। মিঃ এছলেকছেন, অনুগ্ৰহ কৰি এতিয়াই পাণ্ডুলিপিটো লওক আৰু ইয়াক এখন পুস্তিকা হিচাপে মোৰ ব্যক্তিগত খৰচত প্ৰকাশৰ দিহা কৰক। এই··· চাৰিশ···· নহয়, নহয়, পঁচ-ছশ খন মান হ'লেই হ'ব !

এছলেকছেন ॥ ডাক্তৰ, যদি আপুনি পুস্তিকা কেইখনৰ সমান ওজনৰ সোণো মোক দিয়ে, তথাপিতো মোৰ ছপাশালত ইয়াক ছপোৱা সম্ভৱ নহ'ব। কাৰণ তেনে কৰিলে জনমতক অগ্ৰাহ্য কৰা হ'ব। আপুনি চহৰৰ কোনো ছপাশালতে ইয়াক ছপাব নোৱাৰিব !

ডাঃ ষ্টকমেন ॥ তেনেহলে পাণ্ডুলিপিখন মোক ওভটাই দিয়ক।

হফষ্টাদ (পাণ্ডুলিপিখন ডাক্তৰক দিয়ে) ॥ এয়া লওক।

ডাঃ ষ্টকমেন (নিজৰ টুপী আৰু লাঠীডাল লৈ) ॥ যি কোনো উপায়ে ইয়াক জনতাৰ সমুখলৈ উলিয়াবই লাগিব। নগৰবাসী সকলৰ জনসভা এখনত মই ইয়াক পাঠ কৰি শুনাম। মোৰ সহ নাগৰিক বৃন্দই সত্যৰ বাণী শুনিব।

পিটাৰ ॥ নগৰৰ কোনো ৰাজহুৱা সভাগৃহ এই উদ্দেশ্যত তই ব্যৱহাৰ কৰিবলৈ নাপাবি।

এছলেকছেন ॥ এটাও নাপাব বুলি মই নিশ্চিত।

বিলিঙ ॥ ওহো এটাও নাপায়।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু এয়া অতি লজ্জাজনক কথা। কিয় প্ৰত্যেকজন মানুহেই তোমাৰ বিৰুদ্ধাচৰণ কৰিব লাগে ?

ডাঃ ষ্টকমেন (খঙেৰে) ॥ সেই কিয়ৰ উত্তৰ মই তোমাক দিম। ইয়াৰ কাৰণ হ'ল— এই চহৰৰ সকলো পুৰুষেই একো একো জনী বুঢ়ী মাইকী— তোমাৰ

দৰে। সিহঁত আটাইয়ে কেৱল নিজৰ পৰিয়ালটোৰ বাহিৰে আন কোনো কথাকে ভাবিব নোৱাৰে! সমাজখনৰ কথাটো কেতিয়াও ভাবিব নোৱাৰে।

শ্ৰীমতী ষ্টকমেন (ডাক্তৰৰ কাষত বাহুত বাহু লগাই থিয় হৈ)। তেনেহলে মইও সিহঁতক দেখুৱাই দিম যে এজনী—এজনী বুঢ়ী মাইকী মানুহো অন্ততঃ এবাৰলৈও হ'লেও পুৰুষ হ'ব পাৰে! টমাছ, তোমাৰ কাষত মই থিয় দিম!

ডাঃ ষ্টকমেন ॥ ই অতি উৎসাহজনক কথা, কেথেৰিন! মই.... এই জীৱন্ত মানুহ জনৰ দৰেহ· মোৰ ক'বলগীয়াখিনিও বাজহুৱা ভাবে সদৰি কৰা হ'বহ। যদি ৰাজহুৱা সভাগৃহ এটা মোক ভাড়ালৈ দিয়া নহয়, তেন্তে এটা ডাঙৰ ঢোল মই ভাড়ালৈ ল'ম। ঢোলটো বজাই বজাই সমগ্ৰ চহৰ খনৰ চুকে-কোণে মই প্ৰবন্ধটো চিঞঁৰি চিঞঁৰি পঢ়িম!

পিটাৰ ॥ তুই নিশ্চয় গো-মূৰ্খ এজনৰ দৰে তেনে কাম নকৰ!

ডাঃ ষ্টকমেন ॥ এৰা এৰা, মই এজন গো-মূৰ্খ!

এছলেকছেন ॥ আপোনাৰ লগত যাবলৈ চহৰ খনৰ ক'তোৱেই এজনো নৰ-মনিচ আপুনি বিচাৰি নাপাব, ডাক্তৰ!

বিলিঙ ॥ জাহান্নামে যাওক ...... নিশ্চয় নাপায়।

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, ইহঁতৰ ভিতৰত কেও নামানিবা। মই তোমাৰ লগত যাবলৈ মোৰ ল'ৰাহঁতক কম।

ডাঃ ষ্টকমেন ॥ বঢ়িয়া! অতি উত্তম!!

শ্ৰীমতী ষ্টকমেন ॥ মৰ্টেন অতি আনন্দিত হ'ব। আৰু মৰ্টেনে যি কৰে, এজলিফে তাকেই কৰিব।

ডাঃ ষ্টকমেন ॥ এৰা তাৰোপৰি পেট্ৰা আৰু তুমি আছাই!

শ্ৰীমতী ষ্টকমেন ॥ ওহো, মই নাযাওঁ। মই খিড়িকীৰ কাষত থিয় হৈ তোমালোকলৈ চাই থাকিম! মই তাকেই কৰিম!

ডাঃ ষ্টকমেন (কেথেৰিনক হাতেৰে মেৰিয়াই ধৰি চুমা খায়) ॥ ধন্যবাদ, প্ৰিয়তমা! ভদ্ৰমহোদয় সকল, এতিয়া আপোনালোকৰ লগত মই এখন যুদ্ধত অৱতীৰ্ণ হ'লোঁইক! মই চাব খোজো, এদল কাপুৰুষে কেনেকৈ আৰু কিমান সময়লৈ সমাজৰ প্ৰকৃত কল্যাণ সাধিব খোজা দেশ প্ৰেমিক এজনৰ মুখ বন্ধ কৰি ৰাখিব পাৰে।

(ডাক্তৰে পত্নীৰ লগত ৰাস্তাৰ ফালৰ দুৱাৰেদি ওলাই যায়)

পিটাৰ (মূৰটো গহীন ভাবে জোকাৰি) ॥ এতিয়া নিজৰ লগতে সি মানুহ জনীকো বলিয়া কৰিছে এৰিব!

# চতুৰ্থ অংক

( কেপ্তেইন হৰ্ষ্টাৰৰ ঘৰৰ এটা ডাঙৰ পুৰণি ধৰণৰ কোঠালি। পিছফালে মেল খাই থকা দুৱাৰেৰে এটা চ'ৰাঘৰলৈ যাব পাৰি। বাওঁফালৰ বেৰত তিনি-খন খিড়িকী। বিপৰীত ফালৰ বেৰৰ ঠিক মাজতে এখন বক্তৃতা মঞ্চ থিয় কৰা হৈছে। মঞ্চৰ ওপৰত এখন সৰু টেবুলত দুডাল মমবাতি, এটা পানীৰ বটল, গিলাছ আৰু এটা বেল থোৱা হৈছে। খিড়িকীৰ মাজভাগত থকা লেম্পৰ দ্বাৰা কোঠাটো পোহৰ কৰা হৈছে। বাওঁফালে সমুখ ভাগত এখন টেবুলৰ ওপৰত মমবাতি আৰু কাষত এখন চকী। সোঁফালে এখন দুৱাৰ আৰু কাষত কেইখনমান চকী। সকলো শ্ৰেণীৰ নাগৰিক অধিবাসী, কেইগৰাকীমান মহিলা আৰু স্কুলীয়া ল'ৰাৰে কোঠাটো প্ৰায় ভৰি পৰিছে। পিছফালেৰে মানুহ সোমাই অহাত ই প্ৰায় ভৰি পৰিল। )

১ম নাগৰিক ( অইন এজনৰ প্ৰতি ) ॥ লামষ্টাদ, কি খবৰ ? তুমিও আহিছানে ?

২য় নাগৰিক ॥ প্ৰতিখন জনসভালৈয়ে মই যাওঁ।

৩য় নাগৰিক ॥ তুমি নিশ্চয় তোমাৰ হুইছেলটোও আনিছা, নহয় জানো ?

২য় নাগৰিক ॥ অনা বুলিয়েইতো ভাবো। তুমি একা ?

৩য় নাগৰিক ॥ হয়তো আনিছো ! বুঢ়া ইভানছেনে কোৱা মতে তেওঁ আনকি এটা ম'হৰ শিঙাকে আনিবলৈ গৈছিল ! আনিছে নিশ্চয় !

২য় নাগৰিক ॥ সেই বুঢ়া ইভানছেন ? এজন ভাল মানুহ দেই !

( জনতাৰ মাজত হাঁহিৰ ৰোল )

৪ৰ্থ নাগৰিক ( তেওঁলোকৰ ওচৰলৈ আহি ) ॥ হেৰা, আজি ইয়াত কি হ'ব বুলিনো ভাবা মোকো কোৱাচোন !

২য় নাগৰিক ॥ ডাঃ ষ্টকমেনে ইয়াত আজি জনতাক সম্বোধি মেয়ৰক আক্ৰমণ কৰি এটা ভাষণ দিব।

৪ৰ্থ নাগৰিক ॥ কিন্তু মেয়ৰচোন তেওঁৰ ককায়েক হয় !

১ম নাগৰিক ॥ তাতে কি হ'ল ? ডাঃ ষ্টকমেনে কালৈকো ভয় নকৰে।

৩য় নাগৰিক ॥ কিন্তু "গণদূত"ত লিখা মতে ডাক্তৰৰ মত ভুল !

২য় নাগৰিক ॥ এৰা, এইবাৰ তেওঁ ভুল দিশতেই আগবঢ়া যেন পাইছো। কাৰণ ঘৰ মালিক সন্থাই হওক অথবা নাগৰিক সংঘই হওক, কোনেও তেওঁক সভাগৃহ ভাড়ালৈ নিদিলে।

১ম নাগৰিক ॥ আনকি তেওঁ স্নানাগাৰ পৰিচালনা সমিতিৰ সভাগৃহও ভাড়ালৈ নাপালে !

২য় নাগৰিক ॥ এৰা, নাপালে হয়তোবা !

জনতাৰ মাজৰ পৰা এজন ॥ হেৰা, আমিনো এইবাৰ কাক সমৰ্থন কৰিব লাগিব ?

তেওঁৰ কাষৰ আন এজন ॥ এছলেকছেনৰ প্ৰতি লক্ষ্য ৰাখিবা আৰু তেওঁ যি কৰে তাকে কৰি যাবা ।

বিলিঙ ( কাষলতিৰ তলত এটা ৰাইটিং পেড্ লৈ জনতাৰ মাজেৰে ভিৰ ঠেলি আগবাঢ়ি আহে ) ॥ মহাশয় সকল, চাওঁ, অনুগ্ৰহ কৰি বাট এৰি দিব । মই "গণ-দূত" কাকতৰ কাৰণে সংবাদ সংগ্ৰহৰ কামত আহিছো । হ'ব, ধন্যবাদ ।

( বাওঁফালৰ টেবুলখনৰ কাষত তেওঁ বহে )

এজন শ্ৰমিক ॥ এওঁ বা কোন ?

২য় শ্ৰমিক ॥ তুমি এওঁক চিনি নোপোৱা নেকি ? এওঁ বিলিঙ । এছলেকছনৰ কাকতত লিখে ।

( কেপ্টেইন হৰ্ষ্টাৰে সোঁফালৰ দুৱাৰেৰে শ্ৰীমতী ইকমেন আৰু পেট্ৰাক আগ-বঢ়াই লৈ আহে । এজলিফ আৰু মৰ্টেন পিছে পিছে আহে )

হৰ্ষ্টাৰ ॥ মোৰ মতে আপোনালোকে এইখিনিতে বহাই ভাল হ'ব । কিবা নঘ-টিবলগীয়া ঘটিলে সহজতে ইয়াৰ পৰা ওলাই যাব পাৰিব ।

শ্ৰীমতী ইকমেন ॥ কিয় ? তেনে কিবা বিশৃংখল পৰিস্থিতিৰ সৃষ্টি হ'ব পাৰে বুলি ভাবে নেকি ?

হৰ্ষ্টাৰ ॥ এনে জনসমাগমৰ কথা কোনেও নিশ্চিতভাবে একো ক'ব নোৱাৰে । কিন্তু সদাহতে সহজ হৈ বহক ।

শ্ৰীমতী ইকমেন ( বহি ) ॥ মোৰ স্বামীক কোঠাটো দি আপুনি অশেষ উপকাৰ কৰিলে ।

হৰ্ষ্টাৰ ॥ যেতিয়া অইন কোনো আগবাঢ়ি নাহিল··· ।

পেট্ৰা ( ইতিমধ্যে মাকৰ কাষত বহিছে ) ॥ তাবোপৰি এইটো কম সাহসৰ কথা হোৱা নাই, মিঃ হৰ্ষ্টাৰ !

হৰ্ষ্টাৰ ॥ নাই, নাই, এয়া তেনে একো ডাঙৰ কথা নহয় ।

( হফষ্টাদ আৰু এছলেকছেন জনতাৰ মাজলৈ সোমাই আহে )

এছলেকছেন ( হৰ্ষ্টাৰৰ ওচৰলৈ গৈ ) ॥ ডাক্তৰ এতিয়াও পোৱাহি নাইনে ?

হৰ্ষ্টাৰ ॥ তেখেতে কাষৰ কোঠাটোতে অপেক্ষা কৰি আছে ।

( পিছফালে জনতাৰ মাজত কোলাহল )

হফষ্টাদ ॥ এয়া আমাৰ মেয়ৰ মহাশয় পালেহিয়েই ।

বিলিঙ ॥ এৰা… জাহান্নামে যাওক…. তেখেত নিশ্চয় আহিল !

( পিটাৰ ষ্টকমেনে স্পষ্টভাবে অভিবাদন জনাই জনতাৰ মাজে মাজে লাহে লাহে আগবাঢ়ি আহি বাওঁফালৰ বেৰৰ কাষত আসন গ্ৰহণ কৰে। অলপ পিছতে সোঁফালৰ দুৱাৰেৰে ডা: ষ্টকমেন সোমাই আহে। তেওঁ ক'লা দীঙল কোট আৰু বগা গলবন্ধনী পৰিধান কৰিছে। জনতাৰ মাজত আৰম্ভ হোৱা গুণগুণনি লাহে লাহে শাম কাটে। নীৰৱ পৰিৱেশ। )

ডাঃ ষ্টকমেন ( নিম্নস্বৰত ) ॥ কেথেৰিন, কেনে লাগিছে ?

শ্ৰীমতী ষ্টকমেন ॥ ভালেই লাগিছে, ধন্যবাদ। ( কণ্ঠস্বৰ সৰু কৰি ) টমাছ, চাবা যাতে অযথা উত্তেজিত নোহোৱা !

ডা: ষ্টকমেন ॥ আ:, নিজকে কেনেকৈ নিয়ন্ত্ৰণত ৰাখিব লাগে, মই জানো নহয় !

( ঘড়ীলৈ চাই বক্তৃতা মঞ্চত উঠে )

এতিয়া— বাজি ১৫ মিনিট গৈছে। গতিকে মই আৰম্ভ কৰিম।

( জেপৰ পৰা পাণ্ডুলিপিখন উলিয়াই লয় )

এছলেকছেন ॥ মই ভাবো আমি পোনতে এজন সভাপতি নিৰ্বাচিত কৰি লোৱা উচিত।

ডা: ষ্টকমেন ॥ নালাগে, নালাগে, তাৰ কোনো প্ৰয়োজন নাই।

জনতাৰ মাজৰ পৰা ॥ হয়, হয়…. ।

পিটাৰ ॥ মই কিন্তু ভাবো যে সভাপতি এজন নিৰ্বাচিত কৰি লোৱাটো আমাৰ কাৰণে একান্তই প্ৰয়োজনীয়।

ডা: ষ্টকমেন ॥ কিন্তু ককাইদেউ, মই এটা ভাষণ দিবলৈহে এই সভাখন আহ্বান কৰিছো !

পিটাৰ ॥ ডাক্তৰৰ ভাষণে হয়তো আমাক এক গুৰুতৰ মত বিৰোধলৈ লৈ যাব পাৰে ।

জনতাৰ মাজৰ পৰা ॥ এজন সভাপতি লাগে ! সভাপতি ! !

হফষ্টাদ ॥ সভাৰ সাধাৰণ অভিমত এই বুলিয়েই অনুমান হয় যে আমি এজন সভাপতি নিৰ্বাচিত কৰি লোৱা উচিত।

ডা: ষ্টকমেন ( নিজকে সম্বৰণ কৰি ) ॥ বেছ, অতি ভাল কথা। তেনেহ'লে সভাৰ ইচ্ছামতেই হওক।

এছলেকছেন ॥ মেয়ৰ মহাশয়ে কামফেৰা কৰি দিবলৈ অনুগ্ৰহ কৰিবনে ?

তিনিজন মানুহ ( হাততালি দি ) ॥ উত্তম ! উত্তম ! !

পিটাৰ ॥ আপোনালোকৰ বোধগম্য বহু কাৰণতে মোক আপোনালোকে ক্ষমা কৰিব লাগিব। কিন্তু সৌভাগ্যক্ৰমে আজি আমাৰ মাজত এনে এজন ব্যক্তি উপস্থিত আছে, যিজন আপোলোক আটাইৰে মনঃপুত হ'ব বুলি মই ভাবো। মই, আমাৰ ঘৰ-মালিক সন্থাৰ সভাপতি মিঃ এছলেকছেনৰ কথা কৈছো।

বহুতো কণ্ঠ ॥ এৰা, এছলেকছেন! এছলেকছেনৰ জয় হওক!

( ডাঃ ষ্টকমেনে পাণ্ডুলিপিখন হাতত লৈ মঞ্চৰ ওপৰত ইফালে সিফালে অহা যোৱা কৰিবলৈ ধৰে। )

এছলেকছেন ॥ বন্ধুতুল্য সদাশয় নাগৰিক সকলে মোৰ ওপৰত অৰ্পণ কৰা এই দায়িত্বভাৰ মই অস্বীকাৰ কৰিব নোৱাৰো।

[ হৰ্ষধ্বনিৰ মাজত এছলেকছেন বক্তৃতা মঞ্চত উঠে ]

বিলিঙ ( লিখে ) ॥ মিঃ "এছলেকছেনক অতি উৎসাহেৰে সভাপতি নিৰ্বাচিত কৰা হৈছিল।"

এছলেকছেন ॥ এতিয়া সভাপতিৰ আসনৰ পৰা মই অতি চমুকৈ কিছু কথা আপোনালোকৰ আগত বেকত কৰিব খুজিছো। মই এজন ঠাণ্ডা মেজাজৰ শান্তি-প্ৰিয় লোক। সেয়ে মই বিচাৰ বুদ্ধি সম্পন্ন সংযম আৰু আৰু সংযমী বিচাৰ-বুদ্ধিত বিশ্বাস কৰো। মোৰ বন্ধু সকলে নিশ্চয় সেই কথা স্বীকাৰ কৰিব।

বহুতো কণ্ঠ ॥ সঁচা কথা, এছলেকছেন, সঁচা কথা।

এছলেকছেন ॥ জীৱন আৰু অভিজ্ঞতাৰ পঢ়াশালিত মই শিকিছো যে সংযমেই হ'ল এজন নাগৰিকৰ আটাইতকৈ মূল্যবান গুণ……।

পিটাৰ ॥ শুনক, বাইজ শুনক।

এছলেকছেন ॥ আৰু সংযম তথা সূক্ষ্মদৰ্শিতাই এজন লোকক সমাজ-সেৱকত পৰিণত কৰে। গতিকে আজিৰ এই সভাখন আহ্বান কৰা আমাৰ মাননীয় সদাশয় নাগৰিক জনকো অনুৰোধ কৰিছো যাতে তেখেত সংযমৰ ঠিক চাৰি-সীমাৰ মাজতেই নিজকে আবদ্ধ ৰাখে।

দুৱাৰৰ কাষৰ পৰা এজন মানুহ ॥ নিবাৰনী সমিতিৰ জয় হওক!

কোনো এক কণ্ঠ ॥ ধিক্!

বহুতো কণ্ঠ ॥ শ… শ… চুপ… চুপ…।

এছলেকছেন ॥ ভদ্ৰমহোদয় সকল, অনুগ্ৰহ কৰি মাজতে কথা নকব। কোনোবাই কিবা ক'ব খোজে নেকি!

পিটাৰ ॥ মাননীয় সভাপতি মহোদয়!

এছলেকছেন ॥ এতিয়া মেয়ৰ মহাশয়ে সভাত তেখেতৰ বক্তব্য দাঙি ধৰিব।

পিটাৰ ॥ স্নানাগাৰ সমূহৰ চিকিৎসা বিষয়াৰ লগত থকা মোৰ অতি ওচৰ সম্বন্ধৰ কথা আপোনালোক কাৰো অবিদিত নহয়। সেই হিচাপে মই এই সভাত বক্তব্য নৰখাটোৱে ভাল আছিল। কিন্তু স্নানাগাৰ পৰিচালনা সমিতিৰ মুৰব্বী হিচাপে আৰু চহৰ খনৰ বৃহত্তৰ স্বাৰ্থৰ কথা ভাবি মনটো উদ্বেগেৰে ভৰি পৰা কাৰণে মই এটা প্ৰস্তাব উত্থাপন কৰিবলৈ বিচাৰিছো। মই এই কথা প্ৰায় নিঃসন্দেহে ক'ব পাৰো যে স্নানাগাৰ সমূহৰ স্বাস্থ্যজনিত অতিৰঞ্জিত আৰু অবিশ্বাস্য কথাবোৰ বাহিৰত প্ৰচাৰ হোৱাটো ইয়াত উপস্থিত থকা আমাৰ নাগৰিক সকলৰ কোনো এজনেও নিশ্চয় নিবিচাৰে।

বহুতো কণ্ঠ ॥ নিশ্চয়, নিশ্চয়, কোনেও নিবিচাৰো! আমি ইয়াৰ বিৰোধিতা কৰো।

পিটাৰ ॥ সেয়েহে মই প্ৰস্তাৱ কৰিব খোজো যে আজিৰ সভাই যেন চিকিৎসা-বিষয়া গৰাকীক তেওঁৰ ভাষণ দাঙি ধৰিবলৈ অথবা সেই সন্দৰ্ভত কোনো ধৰণৰ বক্তব্য আগবঢ়াবলৈ অনুমতি নিদিয়ে!

শ্ৰীমতী ষ্টকমেন ॥ (কাঁহে আৰু গলখেকাৰি মাৰে)—

ডাঃ ষ্টকমেন ॥ (আত্মসম্বৰণ কৰি) ॥ অতি সুন্দৰ! তাৰ পিছত?

পিটাৰ ॥ "গণদূত"ত প্ৰকাশৰ বাবে দিয়া মোৰ বিবৃতিত মই জনতাৰ সমুখত প্ৰয়োজনীয় তথ্যখিনি এই ধৰণে উপস্থাপন কৰিছো যে প্ৰতিজন সুনাগৰিকেই সেইটো পঢ়ি নিজৰ নিজৰ অভিমত গঠন কৰি ল'ব পাৰিব। ইয়াৰ পৰা আপোনালোকে দেখিব যে চিকিৎসা বিষয়া গৰাকীৰ প্ৰস্তাৱ সমূহত চহৰৰ নেতৃস্থানীয় লোক সকলৰ প্ৰতি তুচ্ছ তাচ্ছিল্য কৰাৰ উপৰিও এইবোৰ কাৰ্যকৰী কৰিবলৈ যোৱা প্ৰধান ফল হ'ব কৰ দাঁতা সকলৰ ওপৰত নাই কমেও কেবা হাজাৰ পাউণ্ডৰ অতিৰিক্ত বোজা।

(জনতাৰ মাজৰ পৰা অসন্তুষ্টিৰ ভাব প্ৰকাশ আৰু মেকুৰীৰ মাতেৰে চিঁঞৰ)

এছলেকছেন (বেল বজাই) ॥ ভদ্ৰ মহোদয় সকল, মনে মনে থাকক। মেয়ৰৰ প্ৰস্তাৱটো মই সমৰ্থন কৰো। ডাক্তৰে আৰম্ভ কৰা এই আন্দোলনটোৰ গুৰিতে অইন কিবাহে থকা কথাটোও মই তেখেতৰ লগত সম্পূৰ্ণৰূপে একমত। ডাক্তৰে স্নানাগাৰ সমূহৰ কথা কৈ আচলতে এটা বিপ্লৱহে সংঘটিত কৰিব খুজিছে।

তেওঁ পৌৰ প্ৰশাসন নতুন হাতলৈ নিব খোজে। ডাক্তৰৰ অভিপ্ৰায়ৰ সততা সম্পৰ্কে কাৰো মনত সন্দেহ নাই— মোৰ বিশ্বাস এই বিষয়ত কাৰো দ্বিমত থাকিব নোৱাৰে। মই নিজেই জনতাৰ কাৰণে স্বায়ত্ত শাসনত বিশ্বাস কৰো। অৱশ্যে কৰদাতা সকলৰ ওপৰত গধুৰ বোজা পৰিব নালাগিব। কিন্তু বৰ্ত-মান ক্ষেত্ৰত সেয়ে হ'ব। মোক আপোনালোকে ক্ষমা কৰিব— ঠিক এই কাৰণতে মই ডা: ষ্টকমেনক কোনোপধ্যে সমৰ্থন কৰিব নোৱাৰিম। মোৰ মতে আপোনালোকে কেতিয়াবা কিবাৰ কাৰণে ভৰণি ভৰিব লগীয়া হ'ব পাৰে। এয়ে মোৰ অভিমত।

হফষ্টাদ ॥ ময়ো মোৰ অৱস্থানটো ব্যাখ্যা কৰা উচিত হ'ব বুলি অনুভৱ কৰিছো। ডা: ষ্টকমেনৰ আন্দোলনটোৱে পোনতে জনতাৰ মাজত কিছু পৰিমাণে সহা-নুভূতিৰ উদ্ৰেক কৰা যেন দেখি মই যথাসম্ভৱ নিৰপেক্ষভাবে ইয়াক সমৰ্থন কৰিছিলো। কিন্তু সদ্যহতে এই কথাত আমি পতিয়ন যোৱাৰ থল আছে যে কথাবোৰৰ অপব্যাখ্যাৰ দ্বাৰা আমাক ভুলপথে পৰিচালিত কৰাৰ প্ৰয়াস কৰা হৈছিল···।

ডা: ষ্টকমেন ॥ অপব্যাখ্যা··· ?

হফষ্টাদ ॥ অন্ততঃ এটা সম্পূৰ্ণৰূপে বিশ্বাসযোগ্য কথা নহয়। মেয়ৰ মহাশয়ৰ বিবৃতিয়ে এই কথা প্ৰমাণ কৰিছে যে আজি এই সভাত মোৰ উদাৰপন্থী-নীতি সম্পৰ্কে সন্দেহ পোষণ কৰা লোক উপস্থিত নাই। প্ৰতিটো গুৰুত্বপূৰ্ণ ৰাজ-নৈতিক বিষয়ৰ প্ৰতি "গণদূত"ৰ দৃষ্টিভংগীৰ কথা আপোনালোক আটায়ে জানে। কিন্তু এজন অভিজ্ঞ আৰু চিন্তাশীল ব্যক্তি হিচাপে মই এই কথাত পতিয়ন গৈছো যে সম্পূৰ্ণৰূপে স্থানীয় বিষয়বোৰত এখন সংবাদ পত্ৰই কিছু পৰিমাণে সাৱধান হৈ অগ্ৰসৰ হ'বলগীয়া হয়।

এছলেকছেন ॥ বক্তাৰ লগত মই সম্পূৰ্ণ একমত।

হফষ্টাদ ॥ তদুপৰি বৰ্তমান আমাৰ সমুখত থকা বিষয়টো সন্দৰ্ভত চহৰৰ জনমত যে ডাক্তৰ ষ্টকমেনৰ বিপক্ষে গৈছে, এই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই। ভদ্ৰমহোদয় সকল, এজন সম্পাদকৰ প্ৰথম আৰু প্ৰধান অৱশ্য কৰ্তব্য কি ? পাঠক সকলৰ লগত সম্ভাৱ বজাই ৰাখি কাম কৰি যোৱাটোৱে তেওঁৰ কৰ্তব্য নহয় নে ? তেওঁ প্ৰতিনিধিত্ব কৰা জনতাৰ কল্যাণৰ হকে নিৰলস আৰু সদাসতৰ্ক হৈ কাম কৰি যাবলৈ তেওঁ জানো এক অলিখিত আদেশ লাভ কৰা নাই ? নে মই কিবা ভুল কথা কৈছো ? জনতাৰ মাজৰ পৰা— নহয়,

নহয় ! আপুনি স°চা কথাকে কৈছে !

হফষ্টাদ ॥ প্ৰায় প্ৰতিদিনে আলহী হোৱা এজন মানুহৰ পৰা আজি এইদৰে বিচ্ছিন্ন হ'বলৈ মই যথেষ্ট কষ্ট পাইছো। এনেকুৱা এজন মানুহ যিজনে আজিলৈ এই মুহূৰ্তলৈ সহ-নাগৰিক বৃন্দৰ অবিমিশ্ৰ শুভেচ্ছাৰ অধিকাৰী বুলি গৌৰৱবোধ কৰিব পাৰে। কিন্তু এই মানুহজনৰ এক মাত্ৰ ...... নহয়...... আটাইতকৈ লক্ষণীয় দোষটো হ'ল যে তেখেতে সদায় মগজুৰ পৰিৱৰ্তে হৃদয়ৰ দ্বাৰাহে চলিত হয়।

কিছু জনতা— এৰা, হয়তো ! ষ্টকমেনৰ জয় হওঁক !

হফষ্টাদ ॥ কিন্তু সমাজৰ প্ৰতি দায়বদ্ধতাই মোক তেখেতৰ পৰা আঁতৰি আহিবলৈ বাধ্য কৰাইছে। সৰ্বোপৰি আন এটা কথাৰ কাৰণেও মই কেৱল তেখেতৰ বিৰোধিতা কৰাই নহয়, পাৰ্য্যমানে তেখেতক এই বিপদ সংকুল পথৰ পৰা আঁতৰাই অনাটো উচিত বিবেচনা কৰিছো। সেয়া হ'ল তেখেতৰ পৰিয়ালৰ কাৰণে ...... ।

ডা: ষ্টকমেন ॥ অনুগ্ৰহ কৰি পানী যোগান আৰু নলীৰ কথাতে আবদ্ধ থাকক !

হফষ্টাদ ॥ ...... আকৌ কৈছো, আন এটা কথাৰ কাৰণে ...... তেখেতৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালী কেইটি, যাৰ কাৰণে তেখেতে একো এটা সুব্যৱস্থা কৰা নাই !

মৰ্টেন ॥ মা, আমাৰ কথা কৈছে নেকি ?

শ্ৰীমতী ষ্টকমেন ॥ চুপ ! মনে মনে থাক !

এছলেকছেন ॥ বাইজে এতিয়া মেয়ৰ মহাশয়ৰ প্ৰস্তাবটো সন্দৰ্ভত মতদান কৰক !

ডা: ষ্টকমেন ॥ কোনো প্ৰয়োজন নাই ! স্নানাগাৰ সমূহত জমাহোৱা ময়লাবোৰৰ কথা কোৱাৰ আজি আৰু মোৰ সমূলি ইচ্ছা নাই। ওহোঁ, আজি আপোনালোকক মোৰ সম্পূৰ্ণ অইন ধৰণৰ কথা কেইটামান হে ক'বলগীয়া আছে।

পিটাৰ ( একাষৰীয়াকৈ ) ॥ এতিয়া আৰু কি ক'ব খোজে ?

এজন মদাপী ( প্ৰৱেশদ্বাৰত ) ॥ শুনক বাইজ, এজন কৰদাতা হিচাপে মোৰো নিশ্চয় কোৱাৰ অধিকাৰ আছে ! মোৰ সম্পূৰ্ণ .... দৃঢ় .... অভিমত হ'ল এয়ে যে ...... ।

কিছুমান কণ্ঠ ॥ মনে মনে থাকক, সৌ তাত, পিছফালে ...... !

আন কিছুমান ॥ সি মদ খাই আহিছে ! তাক বাহিৰ কৰি দিয়াহে।

( বাহিৰ কৰি দিয়ে )

ডাঃ ষ্টকমেন। মোক ক'বলৈ অনুমতি দিয়া হ'বনে ?

এচলেকচন ( বেল বজাই ) ॥ শুনক ৰ ইচ্চ, এতিয়া ডাক্তৰ ষ্টকমেনে সভাত ভাষণ দিব।

ডাঃ ষ্টকমেন ॥ আজিৰ পৰা কিছুদিন আগলৈকে এইদৰে মোৰ মুখ বন্ধ কৰি ৰাখিবলৈ কাৰোবাৰ সাহস হ'লহেঁতেন নে ? এজন মানুহ হিচাপে ...... এক সিংহৰ দৰে মই মোৰ পৱিত্ৰ অধিকাৰ ৰক্ষা কৰিলোহেঁতেন ! কিন্তু আজি হয়াত — কেৱল মইহে ! সেয়ে স্নানাগাৰ সমূহতকৈ আৰু অধিক গুৰুত্বপূৰ্ণ কথা আপোনালোকক ক'বলগীয়া আছে।

( আন কিছুমানৰ লগতে লক্ষ্যণীয় ভাবে মৰ্টেন কিল ডাক্তৰৰ কাষ চাপি আহে। )

ডাঃ ষ্টকমেন ( কৈ থাকি ) ॥ মই বহুত গুনাগথা কৰিলো। ইমান ভিন্নমুখী কথা মই ভাবিলো যে শেষত গৈ মোৰ মগজুৰ কাৰণে এইবোৰ ভাৰ বোৱাই টান হৈ পৰিল।

পিটাৰ ॥ ( কৃত্ৰিম কাঁহ--গলখেকাৰি মাৰে— )

ডাঃ ষ্টকমেন ॥ - - - কিন্তু শেষত মোৰ সকলো পৰিষ্কাৰ হৈ গ'ল আৰু তাৰ পিছত সমগ্ৰ পৰিস্থিতিটো মই অতি স্পষ্ট ৰূপত দেখা পালো। নাগৰিক বন্ধু সকল, আজি আপোনালোকৰ সমুখত মই এক বিৰাট আৱিষ্কাৰৰ কথা প্ৰকাশ কৰিম। আমাৰ সমগ্ৰ পানী যোগান ব্যৱস্থাটো দূষিত হৈ পৰিছে আৰু তথাকথিত স্বাস্থ্যসম্মত স্নানাগাৰ সমূহ যে দৰাচলতে কিছুমান বিষাক্ত কীটেৰে ভৰি পৰিছে, এই নগন্য কথাটোতকৈও এক অতি বিশাল গুৰুত্বপূৰ্ণ আৱিষ্কাৰ মই আপোনালোকৰ আগত প্ৰকাশ কৰিম।

কিছুমান কণ্ঠ ( চিঞৰি ) ॥ ৰাজহুৱা স্নানাগাৰ সমূহৰ কথা যাতে উল্লেখ কৰা নহয় ! আমি আপোনাৰ কথা শুনো। সেইবোৰ নচলিব।

ডাঃ ষ্টকমেন ॥ আপোনালোকক ইতিমধ্যে কৈছোৱেই যে মই সম্প্ৰতি উদ্‌ঘাটন কৰা গুৰুত্বপূৰ্ণ আৱিষ্কাৰটোৰ বিষয়েহে আপোনালোকক ক'ব খোজো। সেই আৱিষ্কাৰটো হ'ল এয়ে যে আমাৰ নৈতিক জীৱনৰ সকলো উৎসই বিষাক্ত হৈ পৰিছে আৰু আমাৰ সমগ্ৰ ৰাজহুৱা সামাজিক জীৱন বৰ্তমান এক মিথ্যাশ্ৰয়ী বীজাণুযুক্ত ভূমিৰ ওপৰত বৰ্তি আছে।

জনতাৰ মাজৰ পৰা ॥ তেওঁ কি ক'ব বিচাৰিছে ?

পিটাৰ ॥ এনে এক কুৰুচিপূৰ্ণ ইংগিত...... ।

এছলেকছেন ( বেলৰ ওপৰত হাত থৈ ) ॥ অনুগ্ৰহ কৰি বক্তাই তেখেতৰ ভাষণত সংযম আনক !

ডাঃ ষ্টকমেন ॥ যৌৱন কালৰ নিজৰ ঘৰখনক ভাল পোৱাৰ দৰেই মই সদায় মোৰ জন্মভূমি এই নগৰ খনক ভালপাই আহিছো। ইয়াৰ পৰা কিছু বছৰৰ বাবে আঁতৰি থাকিবলৈ যাওতে মোৰ বেছি বয়স হোৱা নাছিল। এই অপূৰ্ণ ইচ্ছা আকাংক্ষা আৰু কেৱল স্মৃতিৰে ভৰা প্ৰবাসৰ ফলত চহৰখন আৰু ইয়াৰ অধিবাসী সকলৰ প্ৰতি মোৰ মন অধিক আকৰ্ষিত হৈ পৰিছিল। ( হাত তালি আৰু হৰ্ষধ্বনি ) আনপিনে তাত --- উত্তৰ নৰৱেত, মই এক গাওঁত সোমাই থকাৰ দৰে কেইবা বছৰো কটালো। পাহাৰৰ ইফালে-সিফালে সিচৰিত ভাবে বাস কৰা কিছু লোকৰ সংস্পৰ্শলৈ আহি মই প্ৰায়েই এক কথা ভাবিছিলো যে এই অৰ্ধাহাৰী জীৱবোৰৰ মাজলৈ মোৰ দৰে মানুহ এজন পঠোৱাতকৈ এজন পশু চিকিৎসকক পঠালেহে বেছি কামত আহিলহেঁতেন ! ( জনতাৰ মাজত গুৰ্ণ-গুণনি। )

বিলিঙ ( কলমটো থৈ ) ॥ এনে কথাও কেতিয়াবা শুনিছানে ?

হাষ্টাদ ॥ এয়া সন্মানীয় লোক সকলৰ কাৰণে এক দেখ্ দেখ্ ইতিকিং !

ডাঃ ষ্টকমেন ॥ অলপ ধৈৰ্য্য ধৰক। --- তাত থাকি মই মোৰ নিজৰ চহৰখনক পাহৰি গৈছিলো বুলি কোনোৱে মোক অভিযুক্ত কৰিব নোৱাৰে। কাৰণ সেই সময়ৰ এক সাগৰীয় হাঁহৰ দৰে মই উমনিত পৰিছিলো। মোৰ সেই উমনিৰ ফল হ'ল-- এই স্নানাগাৰ সম্পৰ্কীয় আঁচনিবোৰ ! ( হৰ্ষধ্বনি আৰু ঠাট্টা-বিদ্ৰুপ ) আৰু ভদ্ৰ মহোদয় সকল, মই আপোনালোকক নিশ্চয়কৈ কৈছো যে যেতিয়া ভাগ্যৰ চকৰীয়ে মোক আকৌ মোৰ নিজৰ ঘৰখনৰ অতীৱ সুখ ওভটাই দিলে, তেতিয়া মোৰ ভাব হৈছিল যেন তাতকৈ পৃথিৱীখনত বিচাৰিব লগীয়া মোৰ বাবে আন একোৱেই নাছিল ! ক'ব পাৰি যে তাৰ পিছত অতি আগ্ৰহান্বিত আৰু ব্যগ্ৰতাৰে কেৱল এটা বস্তু বিচাৰিয়েই মই আকুল হৈছিলো ! সেয়া হ'ল মোৰ চহৰ খনৰ প্ৰতি কিবা অলপ সেৱা আগবঢ়োৱা আৰু লগতে সমাজখনৰ কিবা অলপ মংগল সাধন কৰা।

পিটাৰ ( বিলিঙৰ ফালে চাই ) ॥ তাকে কৰিবলৈ তেওঁ এক আচৰিত ধৰণৰ পথ বাছি ললে --- ( গল-খেকাৰি মাৰে )।

ডাঃ ষ্টকমেন ॥ --- আৰু সেয়ে, বাস্তৱৰ প্ৰতি অন্ধ হৈ মই সম্পূৰ্ণৰূপে সুখত মত্ত হ'লো। কিন্তু যোৱা কালি ৰাতিপুৱা --- নহয়, সঠিক ভাবে ক'বলৈ হ'লে,

যোৱাকালি আবেলি মোৰ চকু মেল খা'লে ! পোন প্ৰথমতে মোৰ দৃষ্টিগোচৰ হোৱা কথাটো হ'ল কৰ্তৃপক্ষসবৰ মূৰ্খামি - - - ।

(গণ্ডগোল আৰু হাঁহি খিকিন্দালি। শ্ৰীমতী ষ্টকমেনে কাহিবলৈ ধৰে।)

পিটাৰ ॥ মাননীয় সভাপতি মহোদয় !

এছলেকছেন (বেল বজাই) ॥ সভাপতি হিচাপে মই - - - !

ডাঃ ষ্টকমেন ॥ মিঃ এছলেকছেন, মোৰ শব্দ প্ৰয়োগ সম্পৰ্কে মোক কিবা এটা কোৱাটো অতি সৰু কথা। মই কেৱল ইয়াকে বুজাব খুজিছো যে শাংৰিৰ দৰে থকুৱা আমাৰ নেতৃস্থানীয় ব্যক্তি সকলেই যে স্নানাগাৰ সমূহৰ আজিৰ এই পৰিস্থিতিৰ কাৰণে দায়ী, তাৰ উমান মই পাই গৈছিলো ! মই এই নেতৃ-স্থানীয় ব্যক্তিসকলক কোনো পধো সহ্য কৰিব নোৱাৰো—মোৰ জীৱনত এই ধৰণৰ মানুহ বহুতো লগ পালো। ইঁহত হ'ল নতুন ঘাহনি এখনত সোমোৱা মতা-ছাগলীৰ দৰে ! ইঁহতে সকলোতে কুকৰ্ম কৰি ফুৰে। এজন মুক্ত উদাৰমনা মানুহ যিফালে যায়, সিফালেই ইঁহতে গৈ বাট ভেটি ধৰে। মই বিচাৰো, সমাজৰ এই বিষাক্ত কীট সমূহকো সমূলি নিৰ্মূল কৰিব লাগে। তেতিয়াহে.... ।

(গণ্ডগোল)

পিটাৰ ॥ মাননীয় সভাপতি মহোদয়, আমি এই ধৰণৰ অভিব্যক্তি প্ৰকাশ কৰাটো অনুমোদন কৰিব পাৰোনে ?

এছলেকছেন (বেলত হাতখন থৈ) ॥ ডাক্তৰ.... ।

ডাঃ ষ্টকমেন ॥ এই কথা ভাবি আচৰিত হৈছো যে আজি ইমান দিনে মোৰ চকুৰ আগতে ভদ্ৰলোকীৰ উৎকৃষ্ট নমুনা স্বৰূপে থকা এই ভদ্ৰলোক সকলৰ প্ৰকৃত স্বৰূপ বুজি পাবলৈ মোৰ ইমান পলম লাগিছিল কিয় ? এয়া এখেত.... মোৰ ককাইদেউ পিটাৰ—স্থূলবুদ্ধি সম্পন্ন আৰু সংস্কাৰযুক্ত মন এটা সযতনে লোক চক্ষুৰ আঁৰত থৈ... ।

(হাঁহি খিকিন্দালি আৰু চুমা-চুমি। শ্ৰীমতী ষ্টকমেনে অপ্ৰতিভ হৈ কাঁহি থাকে। এছলেকছেনে দ্ৰুত গতিত বেল বজাবলৈ ধৰে।)

মদাপীজন (আকৌ সোমাই আহি) ॥ কাৰ কথা কৈছে ! তেখেতে মোৰ কথা কৈছে নেকি ? মোৰ নাম পিটাৰছেন.... বাৰু হ'ব। কিন্তু মোৰ নৰকত বাস হওক, যদিহে.... ।

থডাল কণ্ঠ ॥ সেই মদাপীজনক উলিয়াই দিয়া ! গতিয়াই বাহিৰ কৰি দিয়া !

( আকৌ বাহিৰ কৰি দিয়ে। )

পিটাৰ ॥ এই মানুহজন কোন আছিল ?

১ম নাগৰিক ॥ মই নাজানো, মেয়ৰ মহাশয় ।

২য় নাগৰিক ॥ তেওঁ আমাৰ চহৰৰ ( মানুহ ) নহয় ।

৩য় নাগৰিক ॥ কোনোবা খননকাৰী বন্ধুৱা হ'ব পাৰে.... ।

( পিছৰ খিনি শুনা নাযায় )

এছলেকছেন ॥ সি নিশ্চয় বুজন পৰিমাণৰ বিয়াৰ গিলিছে । বাৰু, ডাক্তৰ, তাৰ পিছত আগবাঢ়ক । কিন্তু অনুগ্ৰহ কৰি আপোনাৰ ভাষাত সংযম আনিব ।

ডা: ষ্টকমেন ॥ ভাল কথা, ভদ্ৰ মহোদয় সকল ! মই আপোনাৰ নেতৃস্থানীয় ব্যক্তিসকলৰ বিষয়ে বাৰু অধিক নকওঁ । কিন্তু মই অলপ আগতে কোৱা কথাখিনিৰ পৰা যদি কোনোবাই ধৰি লয় যে তেখেত সকলক আক্ৰমণ কৰাটোৱেই মোৰ উদ্দেশ্য, তেন্তে ভুল কৰা হ'ব । সেয়া অতি ভুল ধাৰণা । কাৰণ এই কথা মই দৃঢ়ভাবে বিশ্বাস কৰো যে এই আওপুৰণি মুমূৰ্ষু ধ্যান-ধাৰণা পোষণকাৰী বৃদ্ধ ৰঘুমলাৰ জাকে নিজেই তেওঁলোকৰ ধ্বংসৰ বাট মুকলি কৰি দিছে । তেওঁলোকৰ আশু পৰিণতিৰ কাৰণে কোনো ডাক্তৰৰ প্ৰয়োজন নাই । আনহাতে সমাজখনৰ প্ৰতি বিপদৰ ভাবুকিৰ সৃষ্টি কৰা লোকো প্ৰকৃততে এই সকল নহয় । আমাৰ নৈতিক জীৱন কলুষিত কৰি তোলা আৰু আমি থিয় হৈ থকা ভূমি ডোখৰ সংক্ৰমিত কৰাত আগভাগ লোৱা লোকো এই সকল নহয় । আমাৰ মাজত সত্য আৰু স্বাধীনতাৰ বিপক্ষে থিয় হোৱা আটাইতকৈ বিপজ্জনক শত্ৰুও এওঁলোক নহয় ! চাৰিও ফালৰ পৰা— তেওঁলোক কোন ? কোন ? নাম কওঁক ।

ডা: ষ্টকমেন ॥ বিশ্বাস কৰক, মই তেওঁলোকৰ নাম কম । আৰু যোৱাকালিৰ মোৰ বৃহৎ আৱিষ্কাৰ আচলতে সেইটোৱেই । ( উচ্চকণ্ঠে ) আমাৰ মাজত সত্য আৰু স্বাধীনতাৰ আটাইতকৈ বিপজ্জনক শত্ৰু হ'ল আটিল সংখ্যাগৰিষ্ঠ গোট ! এৰা, এই জহনীত যোৱা উদাৰপন্থী আটিল সংখ্যাগৰিষ্ঠ গোট ! সেইটোৱে ! এতিয়া আপোনালোকে নিশ্চয় গম পালে !

( সাংঘাতিক হুলস্থূল । বেছিভাগ মানুহেই চিঞৰি চিঞৰি মাটিত সজোৰে পদাঘাত কৰিছে । মুখেৰে হুংকাৰ দিছে । কিছু বয়সীয়াল মানুহে নিজৰ ভিতৰতে দৃষ্টি বিনিময় কৰি যেন পৰিস্থিতি উপভোগ কৰিছে । শ্ৰীমতী ষ্টকমেনে ইফালে সিফালে চাই সচকিত হৈ বহাৰ পৰা উঠে । ইটোৱে

সিটোৰে হাতেৰে খেলি থকা কিছুমান স্কুলীয়া ল'ৰাৰ মাজেৰে এজলিফ আৰু মৰ্টেন আগবাঢি যায়। এছলেকছেনে বেল বজাই বজাই সকলোকে মনে মনে থাকিবলৈ অনুৰোধ কৰে। হফষ্টাদ আৰু বিলিঙে মুহূৰ্ততে কি কথা পাতিলে শুনা নাযায়। অৱশেষত পৰিস্থিতি শান্ত হয়।)

এছলেকছেন ॥ সভাৰ সভাপতি হিচাপে বক্তাজনে এইমাত্ৰ ব্যৱহাৰ কৰা মন্তব্য খিনি মই উঠাই ল'বলৈ অনুৰোধ কৰিছো।

ডাঃ ষ্টকমেন ॥ কেতিয়াও নলও, মিঃ এছলেকছেন। আমাৰ সমাজৰ এই গৰিষ্ঠ-সংখ্যক গোটেই মোৰ স্বাধীনতা খৰ্ব কৰিছে। সত্য প্ৰকাশৰ পৰা মোক বিৰত ৰাখিবলৈ চেষ্টা কৰিছে। মোৰ কণ্ঠৰুদ্ধ কৰাৰ প্ৰচেষ্টা চলাইছে।

হফষ্টাদ ॥ অধিকাৰ চিৰদিন গৰিষ্ঠ সংখ্যকৰেই!

বিলিঙ ॥ আৰু ভগৱানৰ নামত কৈছো, সত্যও!

ডাঃ ষ্টকমেন ॥ গৰিষ্ঠ সংখ্যকৰ ফালে কেতিয়াও সত্য নাথাকে। মই কৈছো, কেতিয়াও নাথাকে। এজন স্বাধীন, বিচাৰ-বুদ্ধি সম্পন্ন ব্যক্তিয়ে জেহাদ ঘোষণা কৰিবলগীয়া সামাজিক মিথ্যাচাৰ সমূহৰ ভিতৰত ই'ও এটা। দেশ এখনত গৰিষ্ঠসংখ্যক গোট কাৰ দ্বাৰা গঠিত হয়? চতুৰ সকলৰ দ্বাৰা নে মূৰ্খ সকলৰ দ্বাৰা? সমগ্ৰ পৃথিৱীতে বৰ্তমান মূৰ্খ লোক সকলেই এক সবপৰাভূতকাৰী সংখ্যাগৰিষ্ঠ গোট গঠন কৰিছে। আপোনালোকে এই কথা অস্বীকাৰ কৰিব বুলি মই নাভাবো। কিন্তু, হে ভগৱান! এদল মূৰ্খই চতুৰ সকলক শাসন কৰাটো নিশ্চয় আপোনালোকেও নিবিচাৰে! (চিঞঁৰ বাখৰ) আপোনালোকে চিঞঁৰ-বাখৰ কৰি মোৰ কথা উৰুৱাই দিব পাৰে বুলি মই জানো। কিন্তু আপোনালোকে মোৰ প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। দুৰ্ভাগ্যৰ কথা যে সংখ্যাগৰিষ্ঠ গোট সাধাৰণতে ক্ষমতাশালী হয়। কিন্তু ইয়াৰ সৈতে সত্য নাথাকে। মই সত্যত আছো—মই আৰু মোৰ দৰে অ'ত-ত'ত সিচৰিত হৈ থকা দুই-চাৰিজন ব্যক্তি। লঘিষ্ঠ সংখ্যক গোট সদায় সত্যৰ ফালেই থাকে।

হফষ্টাদ ॥ অ', তেন্তে যোৱা পৰহিৰ পৰা আমাৰ ডাক্তৰ ষ্টকমেন এজন অভি-জাত লোকত পৰিণত হ'ল!

ডাঃ ষ্টকমেন ॥ মই আগতেই কৈছো যে এই নিকৃষ্ট, ঠেক-মনা শ্বাস-ৰোগাক্ৰান্ত দলটোৰ সম্পৰ্কে এটা শব্দও খৰচ কৰাৰ ইচ্ছা মোৰ নাই। তেওঁলোকক আমি পাৰত এৰি থৈ যাম। নৱ-স্পন্দিত জীৱনে আজি আৰু তেওঁ-

লোকৰ কথা ভাবি থমকি নৰয়! আমাৰ মাজত সিঁচৰিত হৈ থকা নতুন আৰু বলিষ্ঠ সত্য হৃদয়ঙ্গম কৰিবলৈ সক্ষম সেই মুষ্টিমেয় কেইজনমানৰ কথাহে মোৰ মনলৈ আহিছে। আটিল সংখ্যাগৰিষ্ঠ গোটটোৱে এতিয়াও স্পৰ্শ কৰিব নোৱাৰা এই লোকসকল অতি দূৰৈত কোনোবা এক পহৰাচকীতহে যেন আছে! নতুনকৈ মানুহৰ চেতনালব্ধ হোৱা কিছুমান সদ্য জাগৃত সত্যৰ হকে অন্ততঃ কিছু লোকক পতিয়ন নিয়াবলৈ তেওঁলোকে যেন অহৰহ যুঁজি আছে!

হফষ্টাদ ॥ অ', ডাক্তৰ তেনেহলে এইবাৰ এজন বিপ্লৱীত পৰিণত হ'ল!

ডাঃ ষ্টকমেন ॥ হায় ভগৱান! অৱশ্যেই মই এজন বিপ্লৱী, মিঃ হফষ্টাদ! কেৱল গৰিষ্ঠসংখ্যক গোটৰহে সত্যৰ ওপৰত একচেটীয়া অধিকাৰ আছ—এই মিথ্যাৰ বিৰুদ্ধে মই এক বিপ্লৱ গঢ়ি তুলিব খোজো। গৰিষ্ঠসংখ্যক গোটে সচৰাচৰ সমৰ্থন কৰি অহা সত্য সমূহৰ স্বৰূপ কেনে? আজিৰ এই উন্নত যুগৰ তুলনাত সেই সত্যবোৰ তেনেই ঠুনুকা—সেইবোৰ উৱলি যাব ধৰিছে! ভদ্ৰ মহোদয় সকল, কোনো এক সত্য যিমান পুৰণি হোৱাৰ অৰ্থ হ'ল যে সি এটা মিথ্যাত পৰিণত হ'ব ধৰিছে। (হাঁহি-খিকিন্দালি আৰু ইতিকিং সূচক চিঞৰ-বাখৰ) এৰা, বিশ্বাস কৰা বা নকৰাটো আপোনালোকৰ কথা। কিন্তু কিছু লোকে ভবাৰ দৰে সত্য কেতিয়াও মেথুছেলা[৩] দৰে দীৰ্ঘজীৱি নহয়। এক স্বাভাৱিক সত্য সাধাৰণতে সোতৰ-ওঠৰ বা খুব বেছি বিশ বছৰ মান বাচি থাকে বুলি আমি ধৰি ল'ব পাৰো। কাচিৎহে ইয়াতকৈ বেছি থাকে। কিন্তু ইমান বেছি বয়সীয়াল এক সত্য পুৰণি কাপোৰৰ দৰে ফাটি উৱলি যায়। আনহাতে ইও সঁচা যে তেতিয়াহে সংখ্যাগৰিষ্ঠ গোটটোৱে সেই সত্যৰ স্বৰূপ চিনি পাবলৈ সক্ষম হয়। এই উৱলি যোৱা স্বাস্থ্যসম্মত নৈতিক পথ্যৰ ৰূপত সমাজলৈ আগবঢ়াই দিয়ে। কিন্তু মই নিশ্চিত ভাবে আপোনালোকক ক'ব পাৰো যে সেই ধৰণৰ খাদ্যৰ কোনো পুষ্টি-যোগান ক্ষমতা নাথাকে। এজন ডাক্তৰ হিচাপে স্বাভাৱিকতে মই এই কথা জানো। এই "সংখ্যাগৰিষ্ঠ সত্য" আগৰ বছৰতে শুকাই থোৱা মঙহৰ দৰে—ঠিক পচি দুৰ্গন্ধ ওলাই বিষাক্ত হৈ পৰা এখন সিজোৱা উকৰ দৰে। বৰ্তমান আমাৰ সমাজখনক ছানি ধৰা নৈতিক পথৰোগবোৰ গুৰি কাৰণ হ'ল

---

৩ মেথুছেলা—বাইবেলত বৰ্ণিত এক মানৱ চৰিত্ৰ। এওঁ ৯৬৯ বছৰ জীয়াই আছিল বুলি কোৱা হৈছে।

এইবোৰেই ।

এছলেক্‌ছেন ॥ বস্তাই তেওঁৰ মূল বস্তুবাৰ পৰা ফালৰি কাটি বহু দূৰলৈ আঁতৰি যোৱা যেন লাগিছে !

পিটাৰ ॥ মাননীয় সভাপতিৰ লগত মই সম্পূর্ণ একমত ।

ডাঃ ষ্টকমেন ॥ তোমাৰ সমস্ত কাণ্ডজ্ঞান পুৰি খালা নেকি কৰাইদেউ ? মই পাঠ্যমানে মোৰ মূল বিষয়ৰ মাজতে আবদ্ধ থাকিবলৈ চেষ্টা কৰিছো । থোৰতে ক'বলৈ হ'লে মোৰ বিষয়টো হ'ল এয়ে যে আমাৰ নৈতিক জীৱনৰ উৎসসমূহ বিষাক্ত কৰি তোলা আৰু আমাৰ ভৰিৰ তলৰ ভূমিডোখৰো সংক্ৰমিত কৰি তোলা বস্তুটো হ'ল এই জনতা.... সংখ্যাগৰিষ্ঠ গোট.... এই নাৰকীয় আটিল সংখ্যাগৰিষ্ঠ গোট !

হভষ্টাদ ॥ তেনেহলে আপুনি ক'ব খোজে নেকি যে এই মহান আৰু বহল দৃষ্টিভংগীৰ গৰিষ্ঠ সংখ্যক গোটে সুনিশ্চিত আৰু সুপ্ৰতিষ্ঠিত সত্য সমূহৰ প্ৰতি শ্ৰদ্ধাশীল হৈ নিজৰ দূৰদৰ্শিতাৰ পৰিচয় দিয়া কাৰণেই এই সকলোবোৰ ঘটিছে ?

ডাঃ ষ্টকমেন ॥ আঃ ! সদাশয় হভষ্টাদ, সুনিশ্চিত সত্যৰ বিষয়ে বুৰ্বকৰ দৰে কথা নক'ব । আজি জনতাই স্বীকৃতি দিয়া এই সত্য সমূহক এদিন সৌ পহৰাচকীত থকা যুদ্ধৰত সৈনিক সকলে আমাৰ ককা-আজোককা আদিৰ দিনতহে স্বীকৃতি দিছিল ! আজি আমি পহৰাচকীৰ সৈনিক সকলে সেই সত্য সমূহক আৰু স্বীকৃতি নিদিও । কোনো সমাজেই এই ধৰণৰ লজ্জাহীন সত্যৰ পৰা শক্তি সংগ্ৰহ কৰি বেছি দিনলৈ সুস্বাস্থ্যৰ অধিকাৰী হৈ থাকিব নোৱাৰে ইয়াতকৈও সুনিশ্চিত সত্য বুলিবলৈ আন কিবা আছে বুলি মই বিশ্বাস নকৰো ।

হভষ্টাদ ॥ কিন্তু তাত থিয় হৈ অস্পষ্ট ৰূপত এই সাধাৰণ কথাবোৰ কৈ থাকি লাভ নাই । তাতোকৈ বৰং আপুনি আমাক আমাৰ সমাজখন বৰ্ত্তি থকা এই সুনিশ্চিত সত্য বোৰনো কি, তাকে ক'লেহে শুনিবলৈ অধিক মনোগ্ৰাহী হ'ব বুলি ভাবো ।

(কেউদিশৰ পৰা সমৰ্থন লাভ কৰে) ·

ডাঃ ষ্টকমেন ॥ এই বিৰক্তিকৰ সত্য সমূহৰ এখন দীঘলীয়া তালিকা মই আপোনালোকক দিব পাৰো । কিন্তু প্ৰকৃততে অন্যায়কাৰী আৰু মিছা অথচ সমাজত সু-স্বীকৃত এক সত্যৰ আলোচনাতে মই পোনতে নিজকে আবদ্ধ ৰাখিম ।

অথচ এনে এক সত্যৰ পৰাই আমাৰ মি: হফষ্টাদকে ধৰি "গণদূত" আৰু "দূত"ৰ সকলো সমৰ্থকে পুষ্টি লাভ কৰে।

হফষ্টাদ ॥ আৰু সেই সত্য হ'ল.... ?

ডা: ষ্টকমেন ॥ আপোনালোকৰ পূৰ্বপুৰুষৰ পৰা লাভ কৰা আৰু নিৰ্বাধৰ দৰে নাভাবি-নিচিন্তি চুকে-কোনে ঘোষণা কৰি ফুৰা মতবাদটো। এই মতবাদৰ মতে জন-সাধাৰণ-জনতাই হ'ল মানৱ সমাজৰ আটাইতকৈ আৱশ্যকীয় অংশ। এওঁলোকৰ দ্বাৰাই গঠিত হয়—সমাজ। এই সাধাৰণ শ্ৰেণীৰ মানুহখিনি—এওঁ-লোকৰো সমাজত বাস কৰা মানসিক ভাবে উচ্চ পৰ্য্যায়ৰ আৰু বুদ্ধিজীৱি বুলি খ্যাত আন এটা শ্ৰেণীৰ দৰেই ৰায়দান কৰিবলৈ আৰু স্বীকৃতি দিবলৈ, নিৰ্দেশনা দিবলৈ আৰু শাসন কৰিবলৈ সমানেই অধিকাৰ আছে।

বিলিঙ ॥ আ:, নিপাত যাওক··· কেতিয়াবা যদি মই.... ।

হফষ্টাদ ( লগে লগে চিঞৰি ) ॥ নাগৰিক বন্ধু সকল, এই কথাটো ভালদৰে মনত ৰাখিব।

বহুতো কণ্ঠ ( খণ্ডত ) ॥ কি ? তেনেহলে আমি মানুহ নহয় ? কেৱল উচ্চ শ্ৰেণীৰ লোক সকলেহে আমাক শাসন কৰিব, হয়নে ?

এজন বক্তা ॥ এই ধৰণৰ গৰ্হিত কথা কোৱা মানুহজনক বাহিৰ কৰি দিয়া !

আন এজন ॥ উলিয়াই দিয়া।

আন এজন ( মাত্তি ) ॥ হেৰা ইভেনছেন, তোমাৰ শিঙাটো বজাই দিয়া!

( হুলস্থুলৰ মাজতে জোৰেৰে এটা শিঙা বজাই দিয়া হয় )

ডা: ষ্টকমেন ( হুলস্থূল কিছু শাম কটাৰ পিছত ) ॥ ৰাইজ, অধৈৰ্য্য নহবচোন ! এবাৰলৈও সত্যৰ কণ্ঠ শুনাৰ কাৰণে ধৈৰ্য্য নাইনে ? আপোনালোকে এই মুহূৰ্ত্তে মোৰ কথাৰ সৈতে একমত হ'ব বুলি মই মুঠেই আশা নকৰো। কিন্তু এই কথা মই ক'বই লাগিব যে কিছু সুস্থিৰ হোৱাৰ পিছত মি: হফষ্টাদে মোৰ কথাৰ সত্যতা উপলব্ধি কৰি মোৰে সৈতে একমত হ'ব বুলি আশা কৰিছিলো। কাৰণ তেখেতে নিজকে এজন উদাৰচিন্তীয়া লোক বুলি.... ।

হফষ্টাদ ( চিঞৰি ) ॥ আপুনি এই কথা প্ৰমাণ কৰিব লাগিব, ডাক্তৰ ষ্টকমেন ! মই লিখিত ৰূপত কেতিয়াবা সেই কথা কৈছোনে ?

ডা: ষ্টকমেন ( ভাবি ) ॥ এৰা, নাই কোৱা, আপুনি ঠিক কথাকে কৈছে। মোৰেই ভুল হৈছিল। লিখাৰ কাৰণে আপোনাৰ সাহস নাই! বাৰু, মই আপোনাক গাঁতত ভৰাই নথও, মি: হফষ্টাদ ! তেনেহলে ধৰি লোৱা যাওক যে

মুক্তভাবে চিন্তা কৰা লোকজন আপুনি নহয়—মইহে! বাইজ, মই বিজ্ঞান-সন্মত ভাবে আপোনালোকক প্রমাণ কৰি দেখুৱাম যে "গণদূতে" "জনসাধাৰণ, সমাবেশ অথবা জনতাই সমাজৰ সাৰ অংশ" বুলি কৈ লজ্জাজনক ভাৱে আপোনালোকৰ নাকত ধৰি ভুল পথে পৰিচালিত কৰিছে। অৱশ্যে আপোনালোকে জানি থওক যে সি কেৱল এক সাংবাদিক মিথ্যাহে। আচলতে সাধাৰণ মানুহ চাম সমাজখন তৈয়াৰ কৰিবলৈ প্রয়োজন হোৱা কেঁচামালত বাহিৰে আন একো নহয়। (হাঁহি-খিকিন্দালি, চিঞৰ-বাখৰ) কথাটো সেয়ে নহয় জানো? ভালদৰে লালিত-পালিত আৰু অনাদৃত ভাবে ডাঙৰ দীঘল হোৱা জন্তুৰ মাজত পার্থক্য নাই জানো? উদাহৰণ স্বৰূপে কোনো গুদাম ঘৰত বথা এটা সাধাৰণ কুকুৰাৰ কথাই লোৱা যাওক। হাড়ে-ছালে লগা, অস্থিসৰ্ব্বস্ব তেনে কুকুৰাৰ মঙহ খাই আপোনালোকে কিমান পুষ্টি পাব? অধিক পুষ্টি নিশ্চয় নাপায়, নহয় জানো? তাৰোপৰি ই কেনে ধৰণৰ কণী পাৰে? এটা ভাল কাউৰী অথবা এটা বগলীৰ কণীও সিমান ডাঙৰ হ'ব পাৰে! কিন্তু এটা ভালদৰে পালিত স্পেনীয় অথবা জাপানী কুকুৰালৈ চাওক— অথবা আন যিকোনো উন্নত মানৰ কুকুৰাৰ কথাই কওক— তেতিয়াই আপোনালোকে পার্থক্যটো ভালদৰে বুজি পাব। নাইবা মানুহৰ লগত অতি ওচৰ সম্পর্ক থকা প্রাণী কুকুৰৰ কথাই ধৰক। পোনতে এটা সাধাৰণ কুকুৰলৈ চাওক— ঠিক সেই লেতেৰা ওখোৰা-মোখোৰা নোমেৰে, নিম্ন শ্রেণীৰ কুকুৰৰ কথা কৈছো। বাটে-পথে ঘূৰি-ঘূৰি, দৌৰা-দৌৰি কৰি মানুহৰ ঘৰৰ বেৰবোৰ চুৱা কৰাত বাহিৰে ইহঁতৰ আৰু অইন একো কাম নাই। এতিয়া ভাল খাদ্য খাই, মিঠা মাত আৰু সুমধুৰ সংগীত উপভোগ কৰি কৰি বহু পুৰুষ ধৰি এজন সম্ভ্রান্ত লোকৰ ঘৰত বংশবৃদ্ধি কৰি থকা বগা, দীর্ঘ-মসৃন নোমযুক্ত, হেলনীয়া আকৃতিৰ সেই কুকুৰবোৰৰ লগত ইহঁতৰ তুলনা কৰি চাওক। এই কুকুৰবোৰৰ মগজুৰ বিকাশৰ স্তৰৰ লগত আগতে কোৱা সাধাৰণ শ্রেণীৰ কুকুৰৰ মগজুৰ বিকাশৰ স্তৰৰ তাৰতম্য থাকিব বুলি নাভাবেনে? অৱশ্যেই থাকিব। সাধাৰণ কুকুৰবোৰে আনকি নিজৰ মূৰৰ ওপৰত ভৰি দি থিয় হ'লেও কোনোদিনে আয়ত্ব কৰিব নোৱাৰা কিছুমান প্রখৰ বুদ্ধিৰ খেল এই পিছৰ শ্রেণীৰ কুকুৰবোৰে কম আয়াসতে শিকিবলৈ সক্ষম হয়।

(গণ্ডগোল আৰু ইতিকিংসূচক চিঞৰ-বাখৰ)

এজন নাগৰিক ( ডাঙৰকৈ ) ॥ তেনেহলে এতিয়া আপুনি আমাক কুকুৰ সাজিব খুজিছে নেকি ?

আন এজন ॥ আমি জন্তু নহয়, ডাক্তৰ, কৈ দিছো।

ডা: ষ্টকমেন ॥ সেয়ে কিন্তু সঁচা। ঈশ্বৰে কৰুণা কৰক, বন্ধুসকল, আমি আটায়ে জন্তু। যেয়ে, সেয়ে ইচ্ছা কৰিও হ'ব নোৱাৰা আমিয়েই হ'লো আটাইতকৈ সুন্দৰ জন্তু। কিন্তু আমাৰ মাজতো ব্যতিক্রম ধৰণৰ সুন্দৰ জন্তু অতি বিৰল। উচ্চস্তৰৰ মানুহ-কুকুৰ আৰু সাধাৰণ মানুহ-কুকুৰৰ মাজত বৰ বিশাল পাৰ্থক্য আছে। আমোদজনক কথা হ'ল এয়ে যে সূত্ৰটো যেতিয়ালৈ চাৰিঠেঙীয়া জন্তুৰ মাজত আবদ্ধ থাকে, তেতিয়ালৈ মি: হফষ্টাদ মোৰ লগতে সম্পূৰ্ণ একমত····· ।

হফষ্টাদ ॥ হয়, চাৰিঠেঙীয়া কুকুৰবোৰৰ ক্ষেত্ৰত এই কথা সঁচা।

ডাঃ ষ্টকমেন ॥ অতি সুন্দৰ। কিন্তু যি মুহূৰ্ত্তত মই এই সূত্ৰটো আৰু অলপ বহলাই দুঠেঙীয়া জন্তুৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব খোজো, সেই মুহূৰ্ত্ততে মি: হফষ্টাদ পিছ হুহকি যায়। তেখেতে স্বাধীনভাবে চিন্তা কৰিবলৈ সাহস নকৰে। অথবা তেখেতৰ ধাৰণা সম্বন্ধে এক যুক্তিসিদ্ধ সিদ্ধান্তলৈ লৈ যোৱাটো তেখেতে নিবিচাৰে। গতিকে সূত্ৰটোক সম্পূৰ্ণৰূপে ওভটাই দি তেখেতে "গণদূত"ত এইবুলি ঘোষণা আগবঢ়ায় যে সাধাৰণ শ্ৰেণীৰ কুকুৰ আৰু ৰাস্তাৰ কপৰা কুকুৰবোৰেই হ'ল প্ৰদৰ্শনী স্থলীৰ সুন্দৰতম নমুনা ! নিজৰ সাধাৰণ বংশগোষ্ঠীৰ সঁচ জীয়াই ৰাখি যি সকল লোকে ধাপে ধাপে এক বিশিষ্ট বুদ্ধিমত্তাৰ বৈশিষ্ট্যপূৰ্ণ স্থানলৈ নিজকে উন্নীত কৰিব নোৱাৰে। সেইসকল লোকৰ ক্ষেত্ৰত এনেকুৱাই হয়।

হফষ্টাদ ॥ মই কোনো ধৰণৰ বিশিষ্টতা দাবী নকৰো। মই নিজে সাধাৰণ গাঁৱলীয়া পৰিয়ালৰ পৰা অহা লোক। এই কথা ভাবি মই গৌৰৱান্বিত যে মই যি ধৰণৰ চিন্তাধাৰাৰ পৰিয়ালৰ পৰা আহিছো, সেই একে ধৰণৰ চিন্তাধাৰা ডাক্তৰে তুচ্ছ-তাচ্ছিল্য কৰা লোক সকলৰ শিৰাই শিৰাই প্ৰবাহিত হৈ আছে ।

বহুতো কণ্ঠ ॥ হফষ্টাদৰ জয় হওঁক ! ধন্য হফষ্টাদ ! !

ডাঃ ষ্টকমেন ॥ মই কোৱা সাধাৰণ বিধ মানুহ যে কেৱল সামাজিক দৃষ্টিত নিম্নশ্ৰেণীত পোৱা যায়, তেনে নহয়। সিইতে চিৰদিন আমাৰ চৌ-দিশে আনকি সমাজৰ উচ্চ পদবীতো মো-মাখিৰ দৰে জাকে জাকে থুপ খাই আছে। বেছিদুৰলৈ যাবই নালাগে, আপোনালোকে আপোনালোকৰ সুন্দৰ বিশিষ্ট মেয়ৰ

গৰাকীলৈ চালেই হ'ল ! মোৰ ককাইদেউ পিটাৰ ষ্টকমেন বঙ্গে ৰঙ্গে যি কোনো এজন সাধাৰণ ভু-ঠেঙীয়াৰ দ'ৰেহঁ। ( হাঁহি, হিচ্ হিচ্ শব্দ )

পিটাৰ ॥ এই ধৰণৰ ব্যক্তিগত উল্লেখৰ মই প্ৰতিবাদ কৰো !

ডাঃ ষ্টকমেন ॥ ( স্থিৰ শান্ত ভাবে ) ॥ আৰু তাৰ কাৰণ এইটোও নহয় যে মোৰ দৰে তেওঁৰ পোমেৰেনিয়া অথবা সেই অঞ্চলৰ কোনোবা ঠাইৰ এজন বুঢ়া বদমাছ জলদস্যুৰ পৰিয়ালৰ পৰা আহিছে—। কাৰণ আমি আচলতে ষ্টেনে-কুৱা পৰিয়ালৰ পৰাই আহিছো।

পিটাৰ ॥ সম্পূৰ্ণৰূপে মনে সজা কথা ! মই কেতিয়াও মানি নলও?

ডাঃ ষ্টকমেন ॥ ইয়াৰ কাৰণ হ'ল, তেওঁৰ অগ্ৰজ সকলে যি ধৰণে ভাবিছিল, তেওঁও আজিও সেই ধৰণে ভাবে। অগ্ৰজ সকলক পোষণ কৰা ধ্যান-ধাৰ-ণাকে তেওঁ আজিও বিশ্বাস কৰে। বুদ্ধিজীৱিৰ ভাষাৰে ক'বলৈ গ'লে এই শ্ৰেণীৰ মানুহবোৰেই সাধাৰণ মানুহ। এই কাৰণেই মোৰ সম্ভ্ৰান্ত ককাইদেউ বাস্তৱতে বিশিষ্টতাৰ পৰা বহু আঁতৰত। ফলস্বৰূপে এজন উদাৰমনা লোক হোৱাৰ পৰাও তেওঁ বহু দূৰৈত !

পিটাৰ ॥ মাননীয় সভাপতি মহোদয়…।

হভষ্টাদ ॥ তাৰ মানে আমাৰ দেশৰ কেৱল বিশিষ্ট ব্যক্তি সকলহে উদাৰ-মনা ব্যক্তি? আমি সম্পূৰ্ণ নতুন কথা এটা শিকিলো ! ( হাঁহি )

ডাঃ ষ্টকমেন ॥ এৰা, সেয়াও মোৰ আবিষ্কাৰৰ এটা অংশ। ইয়াৰ আন এটা দিশ হ'ল যে বহল দৃষ্টিভংগী আৰু নৈতিকতা ক'বলৈ গ'লে প্ৰায় একে। সেইবাবেই মই এই মত পোষণ কৰো যে, "গণদূতত" ৰাতিয়ে দিনে অহৰহ ঘোষণা কৰি থকাৰ দৰে কেৱল জনতাৰ সমাবেশৰ অথবা আচিল সংখ্যা-গৰিষ্ঠ গোটৰহে বহল মানসিকতা আৰু নৈতিকতাৰ ওপৰত ঠিকাদাৰীৰ এক-চেটীয়া অধিকাৰ আছে বুলি কোনো পধ্যে মানি ল'ব নোৱাৰি। আৰু মলেডেলত থকা চামৰাৰ কাৰখানাৰ পৰাই সকলো মলি-ক্লেদ আহি আমাৰ স্নানাগাৰ সমূহত জমা হোৱাৰ দৰে, সকলো ধৰণৰ কদৰ্য্যতা, দুৰ্নীতি আৰু বৌদ্ধিক লাম্পট্যও হ'ল সংস্কৃতিৰ কুফল।

( হুলস্থুল আৰু বাধা প্ৰদান। ডাঃ ষ্টকমেনে কোনো বিৰক্তি বোধ নকৰাকৈ আবেগ-বিহ্বল হৈ মিচিকিয়া হাঁহি মাৰি কৈ থাকে। )

আৰু এই একেখন "গণদূতে"ই আমাক শিকাব খোজে যে জীৱনৰ উচ্চতৰ স্তৰলৈ জনতাক উন্নত কৰি তুলিব লাগে ! কিন্তু… ঈশ্বৰে কৰুণা কৰক…,

"গণদূত"ৰ কথাত বিশ্বাস কৰিবলৈ হ'লে এই জনতাৰ উৎকৰ্ষ সাধন কৰা আৰু তেওঁলোকক চিধা-চিধি লাম্পট্যৰ পথত আগবঢাই নিয়া কম-বেছি পৰিমাণে একে কথাই হ'ব! সৌভাগ্যৰ কথা যে "সংস্কৃতিয়ে নীতি-ভ্ৰষ্ট কৰে" বোলা কথাষাৰ আমাৰ পূৰ্বপুৰুষ সকলে বিশ্বাস কৰা আৰু আমি উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা এক মিথ্যাত বাহিৰে আন একো নহয়। ওহো, অজ্ঞতা, গৰীবী, জীৱনৰ কদৰ্য্যতা আদিয়েহে চয়তানৰ কাম কৰে। বা-বতাহ সোমাব নোৱাৰা আৰু সদায় সাৰি-পুচি পৰিষ্কাৰ কৰি নৰখা ঘৰ এটাত বাস কৰিলে মানুহে দুই বা তিনি বছৰৰ ভিতৰতে নৈতিক ভাবে চিন্তা কৰাৰ বা কাম কৰাৰ শক্তি হেৰুৱাই পেলায়। অৱশ্যে মোৰ পৰিবাৰ কেথেৰিনে ঘৰ-দুৱাৰ সদায় মচি-কাচি থাকিব লাগে বুলিও ভাবে যদিও কথাটো বিতৰ্কৰ উৰ্ধত নহয়। অক্সিজেনৰ অভাব ঘটিলে বিবেক দুৰ্বল হৈ পৰে। সমগ্ৰ আটিল সংখ্যা গৰিষ্ঠ গোটটোৱে সম্পূৰ্ণৰূপে অবিবেচকী হৈ মিথ্যা আৰু প্ৰতাৰণাৰ ভিত্তিত এখনৰ ওপৰত নিভৰ কৰি চহৰখনৰ উন্নতি সাধন কৰিবলৈ ওলোৱা কথাটোলৈ চাই মোৰ ভাব হৈছে যে এই চহৰখনত বহুতো ঘৰত অক্সিজেনৰ বাৰুকৈয়ে অভাব ঘটিছে।

এথলেকছেন ॥ চহৰখনৰ নাগৰিক সমাজখনৰ ওপৰত এনে এক গুৰুতৰ অভিযোগ আৰোপ কৰাটো আমি ল'ব নোৱাৰো।

এজন নাগৰিক ॥ মই প্ৰস্তাৱ কৰো যে সভাপতি মহোদয়ে বক্তা গৰাকীক বহিবলৈ নিৰ্দেশ দিয়ক।

বহুতো কণ্ঠ ॥ (খঙেৰে) ॥ শুনক বাইজ, শুনক! উচিত কথা! তেওঁক বহুৱাই দিয়াৰ ব্যৱস্থা কৰক।

ডা: ষ্টকমেন (আত্মনিয়ন্ত্ৰণ হেৰুৱাই) ॥ তেনেহলে মই নগৰখনৰ সমস্ত চুকে-কোণে গৈ চিঞৰি চিঞৰি সত্য প্ৰকাশ কৰিম! আন চহৰৰ সংবাদ-পত্ৰত মই এই কথা লিখিম! ইয়াত কি ঘটি আছে সমগ্ৰ দেশেই জানক!

হভষ্টা'দ ॥ এনে অনুমান হৈছে যেন চহৰখনক ধ্বংস কৰাটোহে ডাক্তৰৰ মতলব আছিল!

ডাঃ ষ্টকমেন ॥ এৰা, এৰা। মই মোৰ নিজৰ চহৰখনক ইমান ভাল পাও যে এটা মিথ্যাক আশ্ৰয় কৰি ইয়াৰ প্ৰসাৰ হোৱাতকৈ বৰং চহৰখনক ধ্বংস কৰি পেলাম ॥

এছলেকছেন ॥ ইতো সঁচাকৈয়ে সাংঘাতিক কথা!

( চিঞঁৰ-বাখৰ আৰু মেকুৰীৰ মাত। শ্ৰীমতী ষ্টকমেনে কৃত্ৰিম কাঁহ মাৰে যদিও কোনো ফল নহ'ল! তেওঁৰ স্বামীয়ে তেওঁলৈ কৰ্ণপাত নকৰিলে। )

হফষ্টাদ ( অতি উচ্চ স্বৰত চিঞঁৰি ) ॥ সমগ্ৰ সমাজ এখনক ধ্বংস কৰিবলৈ ওলোৱা মানুহজন নিশ্চয় জনতাৰ শত্ৰুৱেই হ'ব!

ডাঃ ষ্টকমেন ( উৎসাহিত হৈ ) ॥ মিথ্যাৰ ওপৰত তিষ্ঠি থকা সমাজ এখন ধ্বংস হ'লে কি ক্ষতি হ'ব? মই আপোনালোকক ক'লো যে ইয়াক আচলতে ধূলিৰ লগত মিহলাই দিব লাগিছিল। মিথ্যাশ্ৰয়ী সকলোকে বিষাক্ত কীটৰ দৰেই তেওঁ-য়াকৈ নিৰ্মূল কৰাৰ প্ৰয়োজন হৈছে। আপোনালোকে সমগ্ৰ দেশখনকে সংক্ৰমিত কৰিব। এক সময়ত আপোনালোকে এনে এক অৱস্থাৰ সৃষ্টি কৰিব যে গোটেই দেশখনকে ধ্বংস কৰি দিয়াত বাহিৰে গত্যন্তৰ নাথাকিব। আৰু যদি মই তোমাৰ দৰেই অৱস্থা এটাৰ সৃষ্টি হয়, তেনেহলে মই মোৰ হৃদয়ৰ তলীৰ পৰা কৈছো যে সমগ্ৰ দেশখনেই ধ্বংস হৈ যাওক— এই আটাইবোৰ মানুহ নিপাত যাওক!

সমাবেশৰ মাজৰ পৰা ॥ পুৰাপুৰি জনতাৰ শত্ৰু এজনৰ দৰেই কথা কৈছে!

বিলিং ॥ সেয়া, সেযাহে জনতাৰ কণ্ঠ শুনা গৈছে!

সমস্ত সমাবেশ ( চিঞঁৰি ) ॥ হয়, হয়, বাইক! তেওঁ এজন জনতাৰ শত্ৰু! তেওঁ নিজৰ দেশখনক ঘৃণা কৰে! নিজৰ জাতি ভাইকতেওঁ ঘৃণা কৰে!

এছলেকছেন ॥ এজন ব্যক্তি আৰু এগৰাকী নাগৰিক হিচাপে সপোনতো নভবা ধৰণে আমি ডাক্তৰ ষ্টকমেনৰ পৰা যি শুনিলো, সি সঁচাকৈয়ে আপত্তি জনক। মাননীয় সহ-নাগৰিক সকলে এইমাত্ৰ উচ্চাৰণ কৰা অভিমতৰ সৈতে বাধ্য হৈ একান্ত দুখমনে একমত হ'বলগীয়া হৈছে। সেয়ে মই মত পোষণ কৰো যে আমি উক্ত অভিমত লিপিবদ্ধ কৰি এক প্ৰস্তাৱ গ্ৰহণ কৰা উচিত। নিম্নোক্ত মৰ্মে আমি এক প্ৰস্তাৱ লিপিবদ্ধ কৰিব লাগে বুলি মই মোৰ মত দাঙি ধৰিলো! "আজিৰ সভাই ঘোষণা কৰে যে স্নানাগাৰ সমূহৰ চিকিৎসা বিষয়া ডাঃ ষ্টকমেনক সভাই এজন "জনতাৰ শত্ৰু" ৰূপে গণ্য কৰে।"

( হৰ্ষোল্লাস আৰু জয়ধ্বনি। কেইজনমান মানুহে ডাক্তৰক ঘেৰি ধৰি ধিক্কাৰ-সূচক মন্তব্য কৰে। শ্ৰীমতী ষ্টকমেন আৰু পেট্ৰা তেওঁলোকৰ আসনৰ পৰা উঠিছে। মৰ্টেন আৰু এজলিফক ইতিকিং কৰা বাবে সিহঁতে আন স্কুলীয়া ল'ৰাৰ লগত যুঁজি আছে। কেইজনমান বয়স্ক লোক আহি সিহঁতক আঁতৰাই দিয়ে।)

ডা: ষ্টকমেন ( তেওঁক ইতিকিং কৰা মানুহবোৰৰ প্ৰতি ) ॥ আ:, মূৰ্খৰ দল ক'ৰ-বাৰ! মই তোমালোকক কওঁ যে ।

এছলেকছেন ( বেল বজাই ) ॥ এতিয়া আৰু আমি আপোনাৰ কথা শুনিব নোৱাৰো, ডাক্তৰ। এয়া, প্ৰস্তাৱটো আনুষ্ঠানিকভাবে গ্ৰহণ কৰাৰ অৰ্থে ভোটত দিয়া হ'ৰই । কিন্তু ব্যক্তিগত অনুভূতিৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰি ইয়াক মৌখিক ভাবে নকৰি কেলটৰ যোগেদিহে কৰা হ'ব। মি: বিলিঙ, আপোনাৰ লগত পৰিস্কাৰ কাগজ আছেনে ?

বিলিঙ ॥ এৰা, মোৰ লগত বগা আৰু নীলা দুয়োবিধ কাগজেই আছে।

এছলেকছেন ( কাষলৈ গৈ ) তাৰেই সুন্দৰভাবে চলি যাব। সেই ধৰণে আমি খৰতকীয়া কৰিব পাৰিম। সৰু, সৰু কৈ কাটা , এৰা, ঠিক সেই ধৰণে হ'ব। ( সভাৰ প্ৰতি ) নীলাৰ অৰ্থ "নহয়" আৰু বগাৰ অৰ্থ "হয়"। মই নিজে সকলোৰে ওচৰলৈ গৈ ভোট সংগ্ৰহ কৰিম।

( পিটাৰ ষ্টকমেন হলঘৰৰ পৰা ওলাই যায়। এছলেকছেন আৰু আন দুজন মানে নিজৰ নিজৰ টুপীত কাগজৰ ঢ়ুকুৰাবোৰ লৈ প্ৰত্যেকৰ ওচৰলৈ যায়। )

১ম নাগৰিক ( হফষ্টাদৰ প্ৰতি ) ॥ হেৰি, ডাক্তৰৰ বাৰু কি হ'ল ? আমি এতিয়া বাৰু কি ভাবো ?

হফষ্টাদ ॥ আ:, তেখেতৰ বদ্‌মেজাজৰ কথা নেজানা জানো ?

২য় নাগৰিক ( বিলিঙৰ প্ৰতি ) ॥ বিলিঙ, তুমি প্ৰায়েই তেওঁলোকৰ ঘৰলৈ যোৱা। ভদ্ৰলোকে কেতিয়াবা মদ-টদ খোৱা লক্ষ্য কৰিছানে ?

বিলিঙ ॥ কিনো ক'ম ? কি কোৱা উচিত মই যদি জানিলোহেঁতেন! তুমি যেতিয়াই যোৱা তেতিয়াই টেবুলৰ ওপৰত স্পিৰিটৰ বটল দেখিবাই !

৩য় নাগৰিক ॥ বৰং মইতো ভাবো যে প্ৰায়েই তেওঁৰ মগজুৱে কাম নকৰা হয় !

১ম নাগৰিক ॥ তেওঁলোকৰ পৰিয়ালত আন কাৰোবাৰো মূৰৰ বিকৃতি আছে নেকি ?

বিলিঙ ॥ থকাটো একো আচৰিত নহয়।

৪ৰ্থ নাগৰিক ॥ ওহো, সেইবোৰ একো নহয়। কাৰোবাৰ প্ৰতি হিংসাৰ বাহিৰে এয়া আন একো নহয়। ডাক্তৰে কাৰোবাৰ ওপৰত থকা কিবা আখেজহে পূৰণ কৰিব খোজে হ'বলা !

বিলিঙ ॥ হয়তো অৱশ্যে আজি কেইদিনমান আগতে এবাৰ তেওঁ তেওঁৰ দৰমহা বঢ়াব লাগে বুলি কৈছিল! কিন্তু যেয়া তেওঁ নাপালে নহয়!

নাগৰিক বৃন্দ ( একেলগে ) ॥ অ',... কিহৰ পৰা কি হ'ল, এতিয়াহে মুজাত সহজ হৈছে!

মদাপীজন ( আকৌ সমাবেশত সোমাই ) ॥ মোক এখন নীলা কাগজ লাগে! নীলা! আৰু এখন বগা কাগজো মোক লাগিব!

সামূহিক কণ্ঠ ॥ যেয়া, সেই মদাপীজন! তাক বাহিৰ কৰি দিয়া।

মটেন কিল ( ডাক্তৰৰ কাষলৈ গৈ ) ॥ ষ্টকমেন, দেখিলানে তোমাৰ বানৰ বুধিৰ পৰিণতি কি হ'ল ?

ডাঃ ষ্টকমেন ॥ মই মোৰ কৰ্তব্য কৰিছো।

কিল ॥ মলেডেল চামৰা কাৰখানাৰ বিষয়ে তুমি কি কৈছিলা জানো ?

ডাঃ ষ্টকমেন ॥ মই কোৱা কথা আপুনি নিজ কাণে ভালদৰে শুনিছিল। মই কৈছিলো যে সকলো ক্লেদৰ উৎস হ'ল এই চামৰা কাৰখানাবোৰ!

কিল ॥ মোৰ চামৰা কাৰখানাটোও নে ?

ডাঃ ষ্টকমেন ॥ অতি দুৰ্ভাগ্যৰ কথা যে আপোনাৰটোৱেই আটাইতকৈ বেয়া পৰিবেশৰ সৃষ্টি কৰিছে।

কিল ॥ তুমি এই কথাবোৰ খবৰ কাগজত প্ৰকাশ কৰিম বুলি ভাবিছা নেকি ?

ডাঃ ষ্টকমেন ॥ মই কোনো কথাকেই গোপন কৰি নাৰাখো।

কিল ॥ ষ্টকমেন, তুমি ইয়াৰ কাৰণে বহুত ক্ষতিবলগীয়া হ'ব পাৰে!

( ওলাই যায় )

এজন ওখ পাখ মানুহ ( মহিলা সকলৰ প্ৰতি কোনো ভ্ৰূক্ষেপ নকৰাকৈ গোনে গোনে কেপ্তেইন হৰ্ষ্টাৰৰ ওচৰলৈ গৈ ) ॥ কেপ্তেইন, তুমি "জনতাৰ শত্ৰু" বোৰকো তোমাৰ ঘৰ ভাড়ালৈ দিয়া নেকি ?

হৰ্ষ্টাৰ ॥ মিঃ ভিক্, মই ভাবো, মোৰ সম্পত্তিৰে মই যি ইচ্ছা তাকে কৰিব পাৰো।

মানুহজন ॥ তেনেহলে মোৰ সম্পত্তি সম্পৰ্কতো মই যি ইচ্ছা, তাকে কৰিম। তুমি কোনো আপত্তি নকৰিবা।

হৰ্ষ্টাৰ ॥ আপুনি কি ক'ব খোজে ?

মানুহজন ॥ কাইলৈ বাতিপুৱা তুমি মোৰ পৰা সংবাদ পাবা।

( পিছফালেৰে ওলাই যায় )

পেট্ৰা ॥ কেপ্তেইন হৰ্ষ্টাৰ, মানুহজন আপোনাৰ জাহাজৰ মালিক নহয় নে ?

হৰ্ষ্টাৰ ॥ এৰা, তেওঁ মোৰ জাহাজখনৰ মালিক মিঃ ভিক্ ।

এছলেকছেন ( কাগজৰ টুকুৰাবোৰ হাতত লৈ বক্তৃতা মঞ্চলৈ উঠি গৈ বেল বজাই দিয়ে ) ॥ ভদ্ৰ মহোদয় সকল, অনুগ্ৰহ কৰি মোক ফলাফল ঘোষণা কৰিবলৈ দিয়ক ! কেৱল এজনত বাহিৰে আন সকলোৰে ভোটৰ দ্বাৰাই··· ।

এজন ডেকা ॥ সেইজন সেই মদাপীজনেই ।

এছলেকছেন ॥ কেৱল এজন মাতালত বাহিৰে আন সকলোৰে ভোটৰ দ্বাৰা নাগৰিক সকলৰ এই সভাই ডাক্তৰ টমাছ ষ্টকমেনক এজন "জনতাৰ শত্ৰু" ৰূপে ঘোষণা কৰে । ( চিঞৰ বাখৰ ) আমাৰ পুৰণি আৰু সম্মানীয় নাগৰিক সমিতিৰ জয় হওক । ( আকৌ হৰ্ষধ্বনি ) একান্ত পাৰিবাৰিক অনুভূতিকো দমন কৰি ৰাখি এইদৰে নিজৰ দায়িত্বশীল মনোভাবৰ পৰিচয় দিয়া, কৰ্মঠ আৰু উদ্যমী আমাৰ মেয়ৰ মহাশয়ৰো জয় হওক ! ( জয়ধ্বনি ) এতিয়া সভা ভংগ । ( নামে )

বিলিঙ ॥ সভাপতিৰ জয় হওক !

সমূহ জনতা ॥ এছলেকছেনৰ জয় হওক ! হুৰ্‌ৰে !

ডাঃ ষ্টকমেন ॥ পেট্ৰা, মোৰ টুপী আৰু কোটটো ! কেপ্তেইন, আপোনাৰ জাহাজত এমেৰিকালৈ যোৱা যাত্ৰীৰ কাৰণে আসন হ'বনে ?

হৰ্ষ্টাৰ ॥ আপোনাৰ আৰু আপোনাৰ পৰিয়ালৰ লোকৰ কাৰণে ঠাই উলিয়াব পৰা হ'ব ডাক্তৰ ।

ডাঃ ষ্টকমেন ( পেট্ৰাই কোটটো পিন্ধি লোৱাত সহায় কৰে ) ॥ বাৰু হ'ব দে । কেথেৰিন, আহা । ল'ৰাইত, আহ ।

শ্ৰীমতী ষ্টকমেন ( নিম্ন স্বৰত ) ॥ টমাছ প্ৰিয়তম, আমি পিছফালৰ দুৱাৰেদি ওলাই যাওঁ ব'লা !

ডাঃ ষ্টকমেন ॥ মোৰ কাৰণে পিছ দুৱাৰৰ ৰাস্তা নহয়, কেথেৰিন ! ( উচ্চস্বৰে ) তেওঁৰ জোতাৰ তলৰ ধুলি-মাকতিবোৰ তোমালোকৰ ওপৰত জাৰি-জোকাৰি নেপেলোৱালৈকে এই "জনতাৰ শত্ৰু" ৰ পৰা আৰু বহুত শুনিব লগীয়া আছে । কোনো কোনোৰ দৰে মই ক্ষমাশীল ব্যক্তি নহয় । মই এনেকৈ ক'বলৈ নাযাওঁ যে, মই তোমালোকক ক্ষমা কৰো, কাৰণ তোমালোকে কি কৰা, তাক নিজেই নাজানা ।

এছলেকছেন ( চিঞৰি ) ॥ প্ৰভু-ঈশ্বৰৰ বাণীৰ সৈতে এই তুলনা কিন্তু ভাল

নহয়, ডাক্তৰ !

বিলিঙ ॥ এৰা, হয়তোন ! যিকোনো নৈষ্ঠিক ব্যক্তিৰ পক্ষে এনে কথা শুনাও পাপ !

এক কট কণ্ঠ ॥ কি হৈছে ? আমাক ধমকি দিছে নেকি ?

আন কিছুমান (উত্তেজিত হৈ) ॥ ব'লা, তেওঁৰ ঘৰৰ দুৱাৰ-খিড়িকীবোৰ ভাঙি পেলাও গৈ ! তেওঁক পাহাৰৰ মাজলৈ নিক্ষেপ কৰা হওক !

আন এক কণ্ঠ ॥ ইভেনছেন, তোমাৰ শিঙাটো বজোৱা ! পিপ্ পিপ্ ! (শিঙা বজায় । হুতাহুতি আৰু বন্য চিঞঁৰ । ডাক্তৰ ষ্টকমেন পৰিয়ালৰ সৈতে সভাঘৰৰ পৰা ওলাই যায় আৰু হৰ্ষ্টাৰে তেওঁলোকৰ বাবে বাট উলিয়াই দিয়ে ।

সমগ্ৰ জনতা (তেওঁলোক পিছ দিয়াৰ লগে লগে চিঞঁৰি চিঞঁৰি) ॥ জনতাৰ শত্ৰু ! জনতাৰ শত্ৰু !!

বিলিঙ (কাগজ পাতি সামৰি) ॥ আজি নিশালৈ যদি ডাক্তৰৰ ঘৰলৈ চৌডী খাবলৈ যাওঁ, তেন্তে মই নিপাত যাওঁ !

(দুৱাৰ মুখৰ পিনে ওলাই যোৱাৰ কাৰণে জনতাৰ মাজত ঠেলা-হেঁচা হয় । বাহিৰত হুলস্থূল চলি থকাৰ লগতে বাহিৰত হোৱা "জনতাৰ শত্ৰু" চিঞঁৰ শুনা যায় ।)

# পঞ্চম অংক

(ডাক্তৰ ষ্টকমেনৰ পঢ়া কোঠা । বেৰৰ কাষত কিতাপৰ ৰেকত কিতাপবোৰ শাৰী-শাৰীকৈ সজোৱা । কোঠাৰ পিছফালৰ দুৱাৰখনেৰে হলঘৰলৈ যাব পাৰি । সমুখৰ পিনে বাওঁফালেৰে বহা কোঠালৈ যাব পাৰি । সোঁফালৰ বেৰত থকা দুয়োখন খিৰিকীৰ আয়নাবোৰ ভগা-ছিগা । কোঠাৰ মাজতে থেলি-মেলি হৈ কিতাপেৰে ভৰি থকা ডাক্তৰৰ পঢ়া টেবুলখনৰ অৱস্থাও বিশৃংখলাময় । সময় ৰাতিপুৱা । ড্ৰেছিংগাউন আৰু স্লিপাৰ পৰিহিত ডাক্তৰ ষ্টকমেনে থোৱা-খোৱা হাতত লৈ হালি পৰি ছাতি এটাৰে কেবিনেটৰ তলৰ পৰা কিবা এটা হাকুটিয়াই আনিবলৈ চেষ্টা কৰি আছে । অলপ পিছতে

তেওঁ এটা শিলগুটি বিচাৰি পায়।)

ডা: ষ্টকমেন (বহা কোঠাৰ খোলা দুৱাৰখনৰ ফালে মাতি) ॥ কেথেৰিন, এয়া, আৰু এটা পাইছো।

শ্ৰীমতী ষ্টকমেন (বহা কোঠাৰ পৰা) ॥ পাবাই। আশাকৰো তুমি আৰু বহুতো গোটাব পাৰিবা।

ডাঃ ষ্টকমেন (টেবুলত থকা শিলৰ দম এটাৰ লগত শিলগুটিটো থৈ) ॥ মই এই শিলগুটিবোৰ অতি আপুৰুগীয়া স্মৃতিচিহ্ন হিচাপে সযত্নে সংৰক্ষণ কৰি থম। এজলিফ আৰু মৰ্টেনে নিতৌ এইবোৰ চাব। ডাঙৰ হৈ উঠিলে সিহঁতে উপৰিপুৰুষৰ পৰা পোৱা সম্পত্তি হিচাপে সেইবোৰৰ উত্তৰাধিকাৰী হ'ব। (কিতাপ থোৱা ঠাইৰ তলত বিচাৰে) তাই—কি নাম এই মৰতী-জনীৰ—তাই জানো এতিয়াও খিড়িকীৰ আয়নাবোৰ লগাবলৈ মিস্ত্ৰীজন মাতিবলৈ যোৱা নাই?

শ্ৰীমতী ষ্টকমেন (সোমাই আহি) ॥ গৈছিল। কিন্তু সি হেনো আজি আহিব পাৰিব নে নোৱাৰে সঠিক কৈ ক'ব নোৱাৰে।

ডা: ষ্টকমেন ॥ তুমি চাবা, আহিবলৈ তাৰ সাহস নহ'ব।

শ্ৰীমতী ষ্টকমেন ॥ এৰা, ৰেন্‌ডিনে ঠিক তাকেই ভাবিছিল।—সি হেনো তাৰ প্ৰতি-বেশীবোৰৰ কাৰণে আহিবলৈ সাহস গোটাব পৰা নাই। (বহা কোঠাৰ পিনে চাই মাতে) ৰেন্‌ডিন, তোক কি লাগে? চাও, মোক দে।

(সোমাই গৈ পোনে পোনে ঘূৰি আহে)

টমাছ ॥ এয়া, তোমাৰ চিঠি।

ডা: ষ্টকমেন ॥ চাও, দিয়াচোন। (খুলি পঢ়ে) অ',.... অৱশ্যে এনে হ'বই।

শ্ৰীমতী ষ্টকমেন ॥ কাৰ চিঠিনো নো?

ডা: ষ্টকমেন ॥ ঘৰৰ মালিকৰ। ঘৰ খালী কৰি দিবলৈ জাননী দিছে।

শ্ৰীমতী ষ্টকমেন ॥ এয়াও সম্ভৱ নে? ইমান ভাল মানুহ এজনে...।

ডা: ষ্টকমেন (চিঠিখনলৈ চাই) ॥ তেওঁ লিখিছে যে ইয়াৰ অন্যথা কৰিবলৈ তেওঁৰ সাহস নহ'ল। এনে কৰি তেওঁৰ ভাল লগা নাই। কিন্তু তেওঁৰ সহ-নাগৰিক বৃন্দৰ কাৰণে আৰু জনমতৰ প্ৰতি থকা তেওঁৰ সন্মানৰ কাৰণে তেওঁ অন্যথা কৰিবলৈ সাহ নকৰিলে। মুষ্টিমেয় কেইজনমান প্ৰভাৱশালী মানুহক অসন্তুষ্ট কৰিবলৈ সাহস নকৰাটো এটা পৰনিৰ্ভৰশীল অৱস্থা....।

শ্ৰীমতী ষ্টকমেন ॥ কথা সেইটোৱে, টমাছ।

ডা: ষ্টকমেন ॥ এৰা, এৰা, মই ভালদৰে বুজি পাও। এই চহৰখনৰ আটাই-বোৰ মানুহেই কাপুৰুষৰ দল'। ইহঁতৰ মাজৰ এজনেও আনৰ ভয়ত একো কৰিবলৈ সাহস গোটাব নোৱাৰে। ( চিঠিখন টেবুলত দলিয়াই থয় ) কিন্তু, ইয়াৰ পৰা আমাৰ আৰু একো নহয়, কেথেৰিন। আমি জাহাজেৰে এমে-ৰিকালৈ যাম আৰু.... ।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু টমাছ, আমি এই পদক্ষেপ লোৱাটো উচিত হ'ব বুলি তুমি নিশ্চিত নে ?

ডা: ষ্টকমেন ॥ তেনেহলে তুমি ক'ব খোজা নেকি যে য'ত সিহঁতে মোক এই দৰে "জনতাৰ শত্ৰু" সজাই শূলত দিয়াৰ ব্যৱস্থা কৰিছে, দেহাত তপত লোহাৰে দাগ দিয়াৰ ব্যৱস্থা কৰিছে—মোৰ ঘৰৰ দুৱাৰ-খিড়িকী ভাঙি তছ-নছ কৰিছে, তেনে এখন ঠাইত আমি থাকিব লাগে ? কেথেৰিন, আৰু এয়া চোঁৱা, সিহঁতে মোৰ ক'লা পেণ্টটোত এটা ডাঙৰ ফুটাও কৰি দিছে !

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, সেই জোৰেই তোমাৰ আটাইতকৈ ভাল কাপোৰ আছিল, নহয় জানো ?

ডা: ষ্টকমেন ॥ স্বাধীনতা আৰু সত্যৰ হকে যুঁজিবলৈ যাওতে তুমি কেতিয়াও তোমাৰ উৎকৃষ্ট সাজ-জোৰ পিন্ধি যোৱা উচিত নহয়। মই চোলা-পেণ্টৰ কথা ভাবি চিন্তিত হোৱা নাই। কাৰণ তুমি সেইজোৰ আকৌ চিলাই দিব পাৰিবা। কিন্তু সাধাৰণ শিয়ালৰ দৰে মানুহ জাকে মোক কেনেকৈ সিহঁতৰ সমনীয়াৰ দৰে আক্ৰমণ কৰিবলৈ সাহস কৰিলে, মই সেই কথাহে কোনোমতে হজম কৰিব পৰা নাই।

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, নিঃসন্দেহে সিহঁতে তোমাৰ লগত অতি অশোভনীয় আচৰণ কৰিছে। কিন্তু আমি কেৱল সেই কাৰণতে আমাৰ নিজৰ দেশখন চিৰদিনৰ কাৰণে এৰি যোৱা উচিত হ'বনে ?

ডা: ষ্টকমেন ॥ আমি অইন এখন চহৰলৈ গুচি গ'লেও তাৰ সাধাৰণ মানুহ-বোৰ আমাৰ ইয়াৰ দৰে উদ্ধত নহ'ব বুলি ভাবা নেকি ? বিশ্বাস কৰা, ইহঁতৰ মাজত বিশেষ পাৰ্থক্য নাই। এৰা, হওতে কুকুৰবোৰে ভুকি থাকিলেই কিন্তু সেয়াই আটাইতকৈ ঘৃণনীয় নহয়। আটাইতকৈ ঘৃণনীয় কথাটো হ'ল এয়ে যে দেশখনৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিজন মানুহেই তেওঁৰ দলৰ ভৃত্য। যদিওবা যিমানদূৰ জানো, মোৰ ধাৰণা যে আনকি মুক্ত পাশ্চাত্যতো এই অৱস্থা ইয়াতকৈ উন্নত নহয়। এই আটিল সংখ্যাগৰিষ্ঠ গোট, উদাৰপন্থী জনমত

আৰু এই ধৰণৰ পুৰণি নাৰকীয় কূট-কৌশলবোৰ সম্ভৱতঃ সেইফালেও বিয়পি আছে। কিন্তু তাত সকলোবোৰ কাম এক বহল পৰিসৰত কৰা হয়। সিহঁতে তোমাক হত্যা কৰিব পাৰে, কিন্তু তিল্ তিল্ কৈ মৃত্যুৰ মুখলৈ ঠেলি নিদিয়ে। ইয়াৰ দৰে তাত এক ক্লেদাক্ত পৰিবেশত সিহঁতে মানুহৰ হৃদয়খন চেপি নধৰে। আৰু প্ৰয়োজন হ'লে মানুহে অকলশৰীয়া হৈও থাকিব পাৰে। (ইফালে সিফালে অহা যোৱা কৰে) যদি সন্তাতে ক'ৰবাত এটুকুৰা নতুন হাবি অথবা এটা সৰু দক্ষিণ সাগৰীয় দ্বীপ পালোহেঁতেন.... ।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু টমাছ, ল'ৰাহঁতৰ কথাও পাহৰি নাযাবা!

ডাঃ ষ্টকমেন (থিৰ হৈ থিয় দি) ॥ কেথেৰিন, তুমি যে কি এক আচৰিত নাৰী! আমাৰ ল'ৰাহঁত এনেকুৱা সমাজ এখনত ডাঙৰ-দীঘল হোৱাটো বিচৰানে? যোৱা নিশা তুমি নিজ চকুৰে দেখিলা যে জনতাৰ অধিকাংশই হ'ল কাণ্ড-জ্ঞানহীন! আৰু বাকী অংশই কাণ্ডজ্ঞান নেহেৰুৱাৰ কাৰণ হ'ল যে সিহঁত আচলতে নিৰ্বোধ। হেৰুৱাবলৈ সিহঁতৰ কাণ্ডজ্ঞান নায়েই!!

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু মৰমৰ টমাছ, তুমি যোৱা কালি কোৱা অবিবেচকী কথাবোৰৰ লগত ইয়াৰ সম্পৰ্ক আছে, জানা!

ডাঃ ষ্টকমেন ॥ বাৰু, মই কোৱা কথাবোৰ সম্পূৰ্ণৰূপে সত্য নহয় জানো? সিহঁতে সকলো ধাৰণাকে ওলট-পালট কৰি নিদিয়ে জানো? সিহঁতে শুদ্ধ আৰু অশুদ্ধ সম্পৰ্কে নিয়মিত ৰূপতে হৈ-চৈ খন কৰি নাথাকে জানো? মই সত্য বুলি জনা কথাবোৰ সিহঁতে মিছা বুলি কোৱা নাই জানো? আটাইতকৈ বলিয়া সুলভ আচৰণ হ'ল এই পূৰ্ণ বয়স্ক "উদাৰপন্থী" বোৰৰ। জনতাৰ মাজলৈ সোমাই গৈ সিহঁতে এনে ধৰণৰ আচৰণ কৰে যেন একমাত্ৰ সিহঁতেই হ'ল বহল দৃষ্টিভংগীৰ দল! কেথেৰিন, তুমি বাৰু কেতিয়াবা এনেকুৱা কথাও শুনিছানে?

শ্ৰীমতী ষ্টকমেন ॥ এৰা, এৰা সিহঁতে নিশ্চিত ভাবে বলিয়া সুলভ আচৰণ কৰিছে। (বহা কোঠাৰে পেট্ৰা সোমাই আহে) স্কুলৰ পৰা পালিহিয়েই নে?

পেট্ৰা ॥ হয়। মোক পদচ্যুতিৰ জাননী দিয়া হৈছে।

শ্ৰীমতী ষ্টকমেন ॥ পদচ্যুতি?

ডাঃ ষ্টকমেন ॥ তোকো?

পেট্ৰা ॥ শ্ৰীমতী বাস্কে মোক জাননীখন দিলে। গতিকে মইও পলম কৰা উচিত নহ'ব বুলিয়েই ভাবিলো।

ডা: ষ্টকমেন ॥ তই ঠিকেই কৰিছ !

শ্ৰীমতী ষ্টকমেন ॥ শ্ৰীমতী বাস্ক এজনী এই ধৰণৰ তিৰোতা হ'ব পাৰে বুলি কোনে ভাবিব পাৰে বাৰু ?

পেট্ৰা ॥ মা, আচলতে শ্ৰীমতী বাস্ক সেই ধৰণৰ তিৰোতা নহয়। মই ভাল দৰে বুজিছিলো যে এনেকুৱা কাম এটা কৰি তেখেতে অতি কষ্ট পাইছিল। কিন্তু তেখেতে মোক কোৱা মতে তেখেতে ইয়াৰ অন্যথা কৰিবলৈ সাহস নকৰিলে। সেই কাৰণেই মই এই জাননীখন পালো।

ডা: ষ্টকমেন ( হাঁহি হাঁহি হাত দুখন মোহাৰি ) ॥ তেখেতে ইয়াৰ অন্যথা কৰিবলৈ সাহস গোটাব নোৱাৰিলে ! অতি শ্ৰুতিমধুৰ কথা !

শ্ৰীমতী ষ্টকমেন ॥ চোঁৱা, যোৱা ৰাতিৰ সেই ভয় লগা ঘটনাবাজিৰ পিছত……।

পেট্ৰা ॥ কেৱল সেয়ে নহয় ! দেউতা, শুনা।

ডা: ষ্টকমেন ॥ কচোন !

পেট্ৰা ॥ আজি ৰাতিপুৱা তেখেতে পোৱা কমেও তিনিখন চিঠি শ্ৰীমতী বাস্কে মোক দেখুৱাইছিল।

ডা: ষ্টকমেন ॥ নিশ্চয় বেনামী !

পেট্ৰা ॥ হয়।

ডা: ষ্টকমেন ॥ ঠিকেই, কাৰণ সিহঁতে নিজৰ নাম-চহীবোৰ কৰি বিপদ চপাই লোৱাৰ সাহস নকৰিলে, কেথেৰিন।

পেট্ৰা ॥ আৰু তাৰে দুখন চিঠিৰ বক্তব্য মতে আমাৰ ঘৰত সঘনে আলহী হোৱা মানুহ এজনে যোৱাৰাতি হেনো ক্লাবত ঘোষণা কৰিছিল যে বিভিন্ন বিষয়ত মোৰ ধাৰণা সমূহ হেনো অতি বেছি স্বাধীনতা কামী ……।

ডা: ষ্টকমেন ॥ আশাকৰো, তই সেই কথাটো অস্বীকাৰ নকৰ নিশ্চয় !

পেট্ৰা ॥ তুমি জানাই দেউতা, সেই কথা মই অস্বীকাৰ নকৰিম। মোৰ লগত অকলশৰে থকা অৱস্থাত শ্ৰীমতী বাস্কৰে ধাৰণা বোৰো কিছু পৰিমাণে স্বাধীনতা কামী হয়। কিন্তু এতিয়া কথাটো এনেদৰে প্ৰকাশ হোৱাৰ পিছত তেখেতে আৰু মোক কামত ৰাখিবলৈ সাহস গোটাব নোৱাৰিলে।

শ্ৰীমতী ষ্টকমেন ॥ আমাৰ ঘৰলৈ সঘনে আলহী হৈ অহা কোনোবা এজন ! চোৱাছ, এয়াই তোমাৰ অতিথি পৰায়ণতাৰ প্ৰতিদান !

ডা: ষ্টকমেন ॥ আমি আৰু এই ঘৃণনীয় পৰিবেশত এক মুহূৰ্তও নাথাকো। কেথেৰিন, যিমান সোনকালে পাৰা, টাপি-টোপোলা বন্ধা-ছিটা কৰাৰ দিহা কৰা।

যিমান সোনকালে ইয়াৰ পৰা ওলাব পাৰো, সিমানেই মংগল ।

শ্ৰীমতী ষ্টকমেন ॥ ৰবা, মনে মনে থাকা । হল ঘৰেদি কোনোবা অহা যেন পাইছো । পেট্ৰা, চাচোঁন, কোন আহিছে !

পেট্ৰা ( দুৱাৰ খুলি ) ॥ অ', কেপ্তেইন হৰ্ষ্টাৰ, আপুনি ! আহক, ভিতৰলৈ সোমাই আহক ।

হৰ্ষ্টাৰ ( সোমাই আহি ) ॥ সু প্ৰভাত । ভাবিলো পাক এটা মাৰি আপোনালোকৰ খবৰ খাতি লৈ যাও ।

ডা: ষ্টকমেন ( কৰমৰ্দন কৰি ) ॥ ধন্যবাদ । খুব ভাল পাইছো ।

শ্ৰীমতী ষ্টকমেন ॥ যোৱাকালি আমাক মানুহৰ ভীৰৰ মাজেৰে ওলাই অহাত সহায় কৰা কাৰণেও ধন্যবাদ যাচিছো, মিঃ হৰ্ষ্টাৰ ।

পেট্ৰা ॥ পিছত আপুনি গ'ল কেনেকৈ ?

হৰ্ষ্টাৰ ॥ গ'লো আৰু কিবাকৈ । মোৰ দেহত যথেষ্ট বল আছে । তদুপৰি এই মানুহবোৰৰ বিষতকৈ ফোপাঁনিহে বেছি ।

ডাঃ ষ্টকমেন ॥ এৰা, সিহঁতৰ গাহৰি সুলভ কাপুৰুষালি দেখিলে আচৰিত হব নালাগেনে ? এইফালে চাওকচোন, আপোনাক মই কিবা অলপ দেখুৱাও । এইবোৰ হ'ল সিহঁতে মোৰ দুৱাৰ-খিড়িকালৈ মৰা শিলগুটি । এবাৰ ভালদৰে চাওকচোন ! গোটেই শিলৰ দমটোত দুটাতকৈ বেছি ভাল ডাঙৰ কঠিন শিল নাই বুলি মই ডাঠি ক'ব পাৰো । বাকিবোৰ কেৱল সৰু সৰু শিলগুটি— অতি নগণ্য । অথচ সিহঁতে তাতে থিয়হৈ টেটুফালি চিঞৰি শপত খাইছিল যে সিহঁতে মোৰ কিবা ক্ষতি সাধন কৰিহে এৰিব ! কিন্তু কিবা এটা কৰা মানুহ আপুনি এই চহৰ খনত অতি কমেইহে লগ পাব ।

হৰ্ষ্টাৰ ॥ ঠিক আপোনাৰ ক্ষেত্ৰতেই এইবাৰ যি হ'ল ডাক্তৰ ।

ডা: ষ্টকমেন ॥ সঁচা কথা । তথাপিও খং উঠা কথা দিয়কচোন । কাৰণ যদি কেতিয়াবা সঁচাসচিকৈ জাতীয় ৰণত অংশ ল'ব লগীয়া হয়, তেন্তে আপুনি চাব যে জনমতে যুদ্ধক্ষেত্ৰৰ পৰা পলাই পত্ৰং দিয়াৰ পক্ষেই ৰায় দিব । চাব যে আটিল সংখ্যাগৰিষ্ঠ গোটেও ভেড়াৰ পালৰ দৰে নেজ কোচাই দৌৰ দিব । সেই কথা ভাবিহে দুখ লাগিছে । এই কথাই মোক ইমান চিন্তিত কৰি তুলিছে যে ……। ওহো, এইবোৰ সম্পৰ্কে যুৰ-ঘমোৰা এতিয়া আৰু হাঁহি উঠা কথা । সিহঁতে মোক "জনতাৰ শত্ৰু" আখ্যা দিছে । গতিকে "জনতাৰ শত্ৰু" হৈয়েই থাকোচোন !

শ্ৰীমতী ষ্টকমেন ॥ তুমি কেতিয়াও "জনতাৰ শত্ৰু" নোহোৱা, টমাছ ।

ড': ষ্টকমেন ॥ কেথেৰিন, এই কথাটো নৈ তুমি শপত নাখাবা । কোনো এক বদনাম পোৱা আৰু কলিজাত জোঙা পিন এটাৰে খুচি দিয়া একে কথা । এই ঘৃণনীয় শব্দ দুটাৰ পৰা মোৰ নিষ্কৃতি নাই । বিষাক্ত এচিদৰ দৰে ই মোৰ পাকস্থলীৰ তলিত সোমাই পুৰি নিব লাগিছে । কোনো মেগনেছিয়াই ইয়াক নিৰাময় কৰিব নোৱাৰে ।

পেট্ৰা ॥ কিন্তু দেউতা, তেওঁলোকৰ কাৰ্য্য-কলাপলৈ চাই তেওঁলোক কেৱল তোমাৰ পুতৌৰ পাত্ৰহে হোৱা উচিত বুলি ভাব হয় ।

হৰ্ষ্টাৰ ॥ ডাক্তৰ, এদিন নিশ্চয় তেওঁলোকৰ মনৰ পৰিবৰ্তন হ'ব ।

শ্ৰীমতী ষ্টকমেন ॥ এৰা, টমাছ, তুমি— ইয়াত থিয়দি থকা জীৱন্ত মানুহজনৰ দৰেই কথাটো সঁচা ।

ডা: ষ্টকমেন ॥ হয়তো তেতিয়ালৈ বহুত দেৰী হৈ যাব । ইয়াৰ পৰা তেওঁলোকৰ যথেষ্ট লাভ হ'ব । তেতিয়ালৈ তেওঁলোকে বোকাত লুটিয়া লুটি কৰি এজন দেশপ্ৰেমিকক বনবাসলৈ খেদি পঠোৱাৰ কাৰণে নিশ্চয় অনুশোচনা কৰিব । কেপ্টেইন হৰ্ষ্টাৰ, আপোনাৰ জাহাজ কেতিয়ালৈ এৰিব ?

হৰ্ষ্টাৰ ॥ হুম্ ! — সেই কথাটোকে মই কও বুলি আহিছিলো...... !

ডাঃ ষ্টকমেন ॥ কিয়, জাহাজৰ কিবা বিচ্যুতি ঘটিল নেকি ?

হৰ্ষ্টাৰ ॥ নাই, কথাটো অইন ধৰণৰহে । এই জাহাজখন আৰু মোৰ তত্ত্বাৱধানত নাযাব ।

পেট্ৰা ॥ তাৰ মানে আপোনাকো কামৰ পৰা অব্যাহতি দিয়া হ'ল নেকি ?

হৰ্ষ্টাৰ ( হাঁহি ) ॥ এৰা, কথা সেইটোৱে ।

পেট্ৰা ॥ তেনেহ'লে আপুনিও পৰিল !

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, চোৱা এতিয়া ...... ।

ডা: ষ্টকমেন ॥ আৰু এই সকলো ঘটিছে কেৱল সত্য প্ৰতিষ্ঠাৰ কাৰণে ! অহ্, এনেকুৱা হ'ব পাৰে বুলি মই যদি আগতে জানিলোহেঁতেন...... ।

হৰ্ষ্টাৰ ॥ আপুনি এই বিষয়ে চিন্তা কৰিব নালাগে । মই আন ক'ৰবাত··· কোনোবা নহয়, কোনোবা জাহাজ মালিকৰ তলত কাম পামেই ।

ডাঃ ষ্টকমেন ॥ এই যে এজন মানুহ······ ভিক্······এজন সম্পত্তিশালী মানুহ সকলোৰে পৰা আৰু সকলো বস্তুৰ পৰা মুক্ত । এনে মানুহক ধিক্ !

হৰ্ষ্টাৰ ॥ এনেয়ে তেওঁ এজন অতি ভাল মানুহ । মোক কোৱা মতে তেওঁ মোক

সানন্দে কামত ৰাখিলেহেঁতেন, যদিহে তেওঁৰ কেৱল সাহস হ'লহেঁতেন !

ডা: ষ্টকমেন ॥ কিন্তু তেওঁৰ সাহস নহ'ল ? নহৱই অবশ্যেই, নহ'ব ! –

হৰ্ষ্টাৰ ॥ তেওঁ কোৱা মতে এজন দলভুক্ত মানুহৰ পক্ষে ই তেনেই সহজ কথা নাছিল ।

ডা: ষ্টকমেন ॥ ভদ্ৰলোকে স'চা কথাকে কৈছিল । এটা দল হ'ল মঙহ তৈয়াৰ কৰা যন্ত্ৰ এটাৰ দৰে । তীক্ষ্ণ বুদ্ধি আৰু ভোটা বুদ্ধিৰ সকলো ধৰণৰ মূৰবোৰ একেলগে মিহলাই ই পিহি বটি দিয়ে– মঙহ এবিধেই হব !

শ্ৰীমতী ষ্টকমেন ॥ আ:, টমাছ হৈছে বাৰু !

পেট্ৰা ॥ যদি আপুনি আমাক ঘৰলৈ আগবঢ়াই থবলৈও নাহিলহেঁতেন, তেতিয়াও হয়তো এইবোৰ নঘটিলহেঁতেন !

হৰ্ষ্টাৰ ॥ এই সম্পৰ্কে মোৰ কোনো অনুশোচনা নাই ।

পেট্ৰা ( নিজৰ হাতখন হৰ্ষ্টাৰলৈ আগবঢাই ) ॥ তাৰ কাৰণে আপোনাক ধন্যবাদ, মি: হৰ্ষ্টাৰ ।

হৰ্ষ্টাৰ ( ডাক্তৰৰ প্ৰতি ) ॥ অ', মই ক'ব খুজিছিলো যে যদি আপুনি যাবলৈ বদ্ধ পৰিকৰ হয়, তেতিয়া হ'লে মই অইন ধৰণৰ কথা এটাহে ভাবিছিলো· ।

ডা: ষ্টকমেন ॥ উত্তম ! যদিহে আমি ততালিকে ইয়াৰ পৰা আঁতৰিব পাৰো.... ।

শ্ৰীমতী ষ্টকমেন ॥ চুপ ! দুৱাৰত কোনোবাই টুকুৰিওৱা নাইনে ?

পেট্ৰা ॥ সেয়া নিশ্চয় বৰদেউতাই হ'ব !

ডা: ষ্টকমেন ॥ অহ্ ! ( মাতে ) সোমাই আহক ।

শ্ৰীমতী ষ্টকমেন ॥ মৰমৰ টমাছ, মোক কথা দিয়া যে তুমি··· ।

( পিটাৰ ষ্টকমেন হলঘৰেদি সোমাই আহে )

পিটাৰ ॥ অ', দেখিছো তোমালোক ব্যস্ত আছা । তেনেহলে মই বৰং.... ।

ডা: ষ্টকমেন ॥ নাই, নাই সোমাই আহা ।

পিটাৰ ॥ কিন্তু মই তোৰ লগত অকলশৰেহে কথা হ'ব খুজিছিলো ।

শ্ৰীমতী ষ্টকমেন ॥ তেতিয়ালৈ আমি বৰং বহা কোঠাতে আছো ।

হৰ্ষ্টাৰ ॥ মইও পিছলৈ এবাৰ আহিম ।

ডা: ষ্টকমেন ॥ নালাগে, কেপ্তেইন হৰ্ষ্টাৰ, আপুনিও তেওঁলোকৰ সৈতে ভিতৰলৈ যাওক । মই সেই সম্পৰ্কে আৰু শুনিব লগীয়া আছে.. ।

হৰ্ষ্টাৰ ॥ ভাল বাৰু । তেনেহলে মই অপেক্ষা কৰিম ।

( তেওঁ শ্ৰীমতী ষ্টকমেন আৰু পেট্ৰাৰ সৈতে চ'ৰাঘৰলৈ যায় )

ডাঃ ষ্টকমেন ॥ ক'কাইদেউ, মই ভাবো তুমি ইয়াত ঠাণ্ডা পাবা । টুপীটো পিন্ধি লোৱাই ভাল হ'ব ।

পিটাৰ ॥ ধন্যবাদ, পিন্ধিব পাৰো যদিহে ! ( টুপীটো পিন্ধে) বোধ হয় যোৱা ৰাতি অলপ বাককৈয়ে ঠাণ্ডা খালো । থিয় দি দি কপঁনি উঠিছিল.... ।

ডাঃ ষ্টকমেন ॥ হয় নেকি ? মোৰ কিন্তু গৰমহে লাগিছিল ।

পিটাৰ ॥ যোৱা নিশা হৈ যোবা ঘটনাবোৰ বোধ কৰাৰ ক্ষমতা মোৰ হাতত নাছিল । তাৰ কাৰণে মই ক্ষমা খুজিছো ।

ডাঃ ষ্টকমেন ॥ তাৰ বাহিৰে তোমাৰ অইন বিশেষ কিবা ক'ব লগীয়া আছে নেকি ?

পিটাৰ ( জেপৰ পৰা এটা ডাঙৰ খাম উলিয়াই ) ॥ স্নানাগাৰ পৰিচালনা সমিতিৰ তৰফৰ পৰা মই তোৰ কাৰণে এই নথি পত্ৰবোৰ আনিছো ।

ডাঃ ষ্টকমেন ॥ মোৰ পদচ্যুতি সম্পৰ্কীয় ?

পিটাৰ ॥ এৰা, আজিৰ পৰা কাৰ্য্যকৰী হোৱাকৈ । ( খামটো টেবুলত থয় ) এনে কৰিবলৈ আমাৰ বেয়া লাগিছে । কিন্তু সঁচা কথা ক'বলৈ হ'লে জনমতৰ ভয়ত আমি ইয়াৰ অন্যথা কৰিবলৈ সাহস নকৰিলো ।

ডাঃ ষ্টকমেন ( হাঁহি ) ॥ সাহস গোটাব নোৱাৰিলা, নহয় জানো ? এই কথাটো আজিৰ দিনটোত আগতেও বহুবাৰ শুনা মনত পৰে !

পিটাৰ ॥ মোৰ অৱস্থানটো বুজি চাবলৈ তোক মই অনুৰোধ কৰিছো । ভৱিষ্যতে এই চহৰত তই কোনো ধৰণৰ চিকিৎসা সেৱা আগবঢ়াব নোৱাৰিবি !

ডাঃ ষ্টকমেন ॥ জাহান্নামে যাওক তোমাৰ চিকিৎসা সেৱা ! কিন্তু তুমি এই বিষয়ে ইমান নিশ্চিন্ত হ'লা কেনেকৈ ?

পিটাৰ ॥ ঘৰ-মালিক সন্থাৰ তৰফৰ পৰা এখন তালিকা বিতৰণ কৰা হৈছে । তোক চিকিৎসক হিচাপে নিযুক্তি দিয়াৰ পৰা বিৰত থাকিবলৈ সকলো সচেতন নাগৰিককে আহ্বান জনোৱা হৈছে । মই তোক নিশ্চিত ভাবে ক'ব পাৰো যে কোনো পৰিয়ালৰ মুৰব্বীয়েই ইয়াত স্বাক্ষৰ দান নকৰি বিপদ চপাই নব । মুঠতে তেওঁলোকৰ সেই সাহস নাই ।

ডাঃ ষ্টকমেন ॥ সেই বিষয়ে মোৰ কোনো সন্দেহ নাই । কিন্তু সেয়ে হ'লে কি হ'বনো ?

পিটাৰ ॥ যদি মোৰ কথা শুন, তেনেহলে কিছু দিনৰ কাৰণে এই চহৰ এৰি থোৱাই তোৰ কাৰণে মংগলজনক হ'ব ।

ডা: ষ্টকমেন ॥ এৰা, সেয়ে উচিত হ'ব বুলি মইও বিবেচনা কৰিছো ।

পিটাৰ ॥ ভাল কথা । পিছনৈ কিছু দিন যোৱাৰ পিছত ভাৱিগুণি তোৰ যদি শুভবুদ্ধি উদয় হয়, আৰু নিজৰ ভুল স্বীকাৰ কৰি কৈফিয়ৎ মান লিখ ।

ডা: ষ্টকমেন ॥ তুমি ক'ব খুজিছা যে তেতিয়া মই মোৰ চাকৰিটো ঘূৰাই পাম ?

পিটাৰ ॥ হয়তো পাবও পাৰ । সেযা মুঠেই অসম্ভৱ নহয় ।

ডা: ষ্টকমেন ॥ কিন্তু তেতিয়া জনমতৰ কি হ'ব ? মই নিশ্চিত যে জনমতৰ ভয়ত তোমালোকে এই কাম কৰিবলৈ সাহস গোটাব নোৱাৰিবা !

পিটাৰ ॥ জনমত হ'ল এক পৰিবৰ্তনশীল বস্তু । অধিক খোলোচা কৈ ক'বলৈ হ'লে লিখিত ৰূপত তোৰ পৰা তেনেকুৱা এক স্বীকাৰোক্তি আমাৰ কাৰণে অতিশয় গুৰুত্বপূৰ্ণ ।

ডা: ষ্টকমেন ॥ অ', তেন্তে তোমালোকক তাকে লাগে বুলি নোকোৱা কেলেই ? মই মাথোন সেই ধৰণৰ শিয়াল বুধিৰ বিষয়ে অলপতে তোমালোকক কোৱা কথাখিনি মনত পেলাবলৈ ক'ম ।

পিটাৰ ॥ তেতিয়াৰ কথা বেলেগ আছিল । তেতিয়া এই কথা ভবাৰ যুক্তি আছিল যে সমগ্ৰ চহৰখনেই তোৰ সপক্ষে আছিল ।

ডা: ষ্টকমেন ॥ এৰা, আৰু মই ভাবো যে গোটেই চহৰখন এতিয়াও মোৰ পক্ষেই আছিল । ( উত্তেজিত হৈ ) কিন্তু স্বয়ং চয়তানে মোৰ বিৰুদ্ধে গড বান্ধিলেও মই এই কাম নকৰো । কেতিয়াও নকৰো, তোমাক ক'লো— কেতিয়াও নকৰো !

পিটাৰ ॥ পা-পৰিয়াল থকা মানুহে তোৰ দৰে আচৰণ কৰা উচিত নহয় । টমাছ, এই ধৰণৰ কাম কৰাৰ তোৰ অধিকাৰ নাই ।

ডা: ষ্টকমেন ॥ মোৰ অধিকাৰ নাই ? এজন স্বাধীন মানুহে কৰিব নোৱাৰা কাম মাত্ৰ এটাই আছে । তুমি জানানে সেইটো কি ?

পিটাৰ ॥ নাজানো, কি বা ?

ডা: ষ্টকমেন ॥ অৱশ্যে তুমি নজনাটোৱে স্বাভাৱিক । কিন্তু মই তোমাক ক'ম । বোকাত লুতুৰি-পুতুৰি হোৱাৰ এজন স্বাধীন মানুহৰ অধিকাৰ নাই । নিজৰ মুখত নিজে থুওৱাৰ দৰে কথাবাৰ যুক্তিযুক্ত বুলি প্ৰতিপন্ন কৰাকৈ আচৰণ কৰাৰ অধিকাৰ তেওঁৰ নাই ।

পিটাৰ ॥ অৱশ্যে এই ধৰণৰ কথা এটা আপাত দৃষ্টিত যুক্তিপূৰ্ণ যেনেই লাগে ।

বিশেষকৈ যদি তোৰ আকোৰ-গোঁজালিৰ অইন একো ব্যাখ্যা তোৰ হাতত নাই, তেনেহলে · । বাৰু, বাদ দিলো । কিন্তু যি ঘটিছে, সেয়া তোৰ চকুৰ সমুখত বৰ্তমান ।

ডা: ষ্টকমেন ॥ তুমি কি ক'ব খুজিছা ?

পিটাৰ ॥ মই কি ক'ব খুজিছো, তই নিশ্চয় ভালদৰে বুজি পাইছ। কিন্তু তোৰ ককাইদেউ হিচাপে আৰু এজন বিবেচকী মানুহ হিচাপে মই তোৰ ভালৰ কাৰণেই ক'ব খোজো যে কিছুমান অবাস্তৱ আশা আৰু সম্ভাৱনীয়তাৰ ওপৰত নিৰ্ভৰ কৰি পিছলৈ ঠগ খাবি ।

ডা: ষ্টকমেন ॥ তুমি কি ক'ব খুজিছা, পোনপটীয়াকৈ নোকোৱা কিয় ?

পিটাৰ ॥ মিঃ কিলৰ ইচ্ছাপত্ৰ থনৰ স্বৰ্ত্ত সমূহ সম্পৰ্কে তই একো নাজান বুলি মই কেনেকৈ বিশ্বাস কৰো ?

ডা: ষ্টকমেন ॥ মই জানো যে তেওঁৰ যি অলপ অচৰপ সাচতীয়া ধন আছে, সেইখিনি তেওঁ বুঢ়া দৰিদ্ৰ বস্তৱা সকলৰ এখন অনুষ্ঠানলৈ দি যাব । তাৰ লগত মোৰ কি সম্পৰ্ক ?

পিটাৰ ॥ প্ৰথম কথা হ'ল, তই কোৱা অলপ অচৰপ ধন মুঠেও অলপ নহয়। মিঃ কিল এজন অতি ধনী মানুহ ।

ডা: ষ্টকমেন ॥ এই সম্পৰ্কে মোৰ কোনো ধাৰণা নাছিল ।

পিটাৰ ॥ হুম্ ! সঁচাকৈয়ে নাছিল নে ? তেনেহলে তেওঁৰ সম্পত্তিৰ এক বৃহৎ অংশ যে তোৰ ল'ৰা-ছোৱালী কেইটিলৈও আহিব, সেই সম্পৰ্কেও তোৰ কোনো ধাৰণা নাই নিশ্চয় ! তদুপৰি তই আৰু তোৰ পৰিবাৰে মূলধনৰ পৰা আজীৱন এক অংশ ভোগ কৰিবলৈ পাবি । তেখেতে এই বিষয়ে কেতিয়াও তোক কোৱা নাছিল নে ?

ডা: ষ্টকমেন ॥ বিশ্বাস কৰা, কেতিয়াও কোৱা নাছিল । বৰং সম্পূৰ্ণ বিপৰীতটোহে মই শুনিছিলো । কাৰণ হকে-বিহকে কৰ বহুৱাই থকাৰ কাৰণে অনবৰতে বিষোদ্গাৰ কৰি থকাত বাহিৰে তেওঁৰ যেন অইন একো কামেই নাছিল ।

পিটাৰ ॥ এক অতি বিশ্বস্ত সূত্ৰৰ পৰা মই এই কথা গম পাইছো ।

ডা: ষ্টকমেন ॥ ঈশ্বৰক শত কোটি সেৱা যে অন্ততঃ কেথেৰিন আৰু ল'ৰা-ছোৱালী কেইটাৰ কাৰণে মই আৰু নাভাবিলেও হ'ব । মই এতিয়াই তেওঁক এই কথা ক'ব লাগিব । (মাতে) হেৰা কেথেৰিন, কেথেৰিন শুনিছানে ?

পিটাৰ (ডাক্তৰক বাধা দি) ॥ ৰবি.. ৰবি.... এতিয়াই তেওঁক একো নকৰিবি।

শ্ৰীমতী ষ্টকমেন (দুৱাৰখন খুলি) ॥ কি কথা ?

ডাঃ ষ্টকমেন ॥ নাই, একো নহয়। তুমি যাব পাৰা। (শ্ৰীমতী ষ্টকমেনে দুৱাৰখন জপাই দিয়ে। উত্তেজিত হৈ ডাক্তৰে ইফালে-সিফালে অহা-যোৱা কৰিবলৈ ধৰে) ব্যৱস্থা হৈছে···। আমাৰ সকলোৰে কিবা এটা ব্যৱস্থা হৈ আছে—কথাষাৰ ভাবিলেই কি ভাল লাগে! সেয়াও আকৌ গোটেই জীৱন জুৰি!

পিটাৰ ॥ এৰা। কিন্তু বৰ্তমান তোৰ সেই ব্যৱস্থা নাই! মিঃ কিলে যিকোনো মুহূৰ্ততে তেওঁৰ ইচ্ছাপত্ৰ খনৰ পৰিবৰ্তন কৰিব পাৰে।

ডাঃ ষ্টকমেন ॥ তেখেতে সেইটো নকৰে, ককাইদেউ! তোমাৰ আৰু তোমাৰ বিজ্ঞ বন্ধু সকলৰ বিৰুদ্ধে মই কৰা আক্ৰমণত বুঢ়া ব্যাজাৰ অতি আনন্দিত।

পিটাৰ (উদ্দেশ্যপূৰ্ণ ভাবে ডাক্তৰৰ পিনে চাই) ॥ অ', ইয়াৰ পৰা আন বহুতো কথাই স্পষ্ট হৈ পৰে।

ডাঃ ষ্টকমেন ॥ কি কথা ?

পিটাৰ ॥ সমস্ত কাহিনীটোৱেই তোৰ আৰু তেওঁৰ এক যুটীয়া কৌশল বুলি এতিয়া বুজি পাইছো। এই যে সত্য প্ৰতিষ্ঠাৰ গহনা লৈ চহৰখনৰ নেতৃস্থানীয় ব্যক্তিসকলৰ বিৰুদ্ধে এই ধৰণৰ ভয়ানক অবিবেচকী আক্ৰমণবোৰ..।

ডাঃ ষ্টকমেন ॥ কিয়, সেইবোৰৰ আকৌ কি হ'ল ?

পিটাৰ ॥ সেইবোৰ যে এই প্ৰতিহিংসা পৰায়ণ বুঢ়াৰ ইচ্ছাপত্ৰখনৰ সম্ভাব্য মূল্যৰ বাহিৰে আন একোৱেই নাছিল, এতিয়া বুজিব পাৰিছো।

ডাঃ ষ্টকমেন (প্ৰায় নিৰ্বাক) ॥ ককাইদেউ, তুমিয়েই হ'লা মোৰ জীৱনত লগ পোৱা আটাইতকৈ বিৰক্তিকৰ মানুহজন!

পিটাৰ ॥ আমাৰ মাজত থকা সকলো সম্পৰ্ক শেষ হ'ল। এতিয়া আৰু তোৰ পদচ্যুতি পত্ৰ উঠাই ল'ব পৰা নাযাব। আমি তোৰ বিৰুদ্ধে এপাত অস্ত্ৰ পাইছো। (ওলাই যায়)

ডাঃ ষ্টকমেন ॥ কি লাজৰ কথা! অতি লজ্জাজনক! (মাতে) কেথেৰিন, তেওঁ ওলাই যোৱাৰ পিছত তুমি মজিয়াখন মচিবই লাগিব। এই মৰতীজনীৰ নামটোও মনত নাথাকে....।

শ্ৰীমতী ষ্টকমেন (চ'ৰাঘৰৰ পৰা) ॥ চুপ! টমাছ, মনে মনে থাকা!

পেট্ৰা (দুৱাৰৰ ওচৰলৈ আহি) ॥ দেউতা, ককা আহিছে। তোমাৰ লগত

হেনো অকলশৰীয়াকৈ কিবা অলপ কথা পাতিব লগীয়া আছে। আহিব নে সুধিছে।

ডা: ষ্টকমেন ॥ নিশ্চয়, আহিবলৈ ক'। (দুৱাৰৰ ওচৰলৈ গৈ) সোমাই আহক, মি: কিল! (মৰ্টেন কিল সোমাই আহে। ডাক্তৰে দুৱাৰখন জপাই দিয়ে) কওক, আপোনাৰ কাৰণে মই কি কৰিব পাৰো? নবহে জানো?

কিল ॥ নাই, নবহো। (চাৰিওফালে চকুফুৰাই চাই) তোমাক ইয়াত বেছি সুখত থকা যেনেই লাগিছে!

ডা: ষ্টকমেন ॥ এৰা, নাই জানো?

কিল ॥ অতি আৰামপ্ৰদ—পৰ্য্যাপ্ত পৰিমাণৰ মুক্ত সতেজ বায়ু! মই ভাবো যোৱা কালি তুমি উল্লেখ কৰা অক্সিজেন আজি নিশ্চয় যথেষ্ট পৰিমাণেই পাইছা! তোমাৰ বিবেকৰো অৱস্থা আজি নিশ্চয় অতি সুন্দৰ!

ডা: ষ্টকমেন ॥ হয়। –

কিল ॥ মোৰ ধাৰণা তেনেকুৱাই। (বুকুখন পিহি পিহি) মই ইয়ালৈ আহি কি পাইছো, তুমি জানানে?

ডা: ষ্টকমেন ॥ আশাকৰো আপুনিও এক সুস্থ বিবেকৰ অধিকাৰী হ'ব পাৰিছে!

কিল ॥ ওহো নহয়। তাতোকৈ ভাল অইন কিবাহে মই পাইছো।

(বুকুৰ জেপৰ পৰা এটা ডাঠ পকেট বুক উলিয়াই কিছুমান কাগজ ডাক্তৰক দেখুৱায়)

ডা: ষ্টকমেন (আচৰিত হৈ তেওঁৰ ফালে চাই) ॥ স্নানাগাৰ সমূহৰ শ্বেয়াৰ?

কিল ॥ আজি এইবোৰ কিনিবলৈ বিশেষ অসুবিধা হোৱা নাছিল।

ডা: ষ্টকমেন ॥ আৰু আপুনি হ'বলা কিনিয়েই আছে?

কিল ॥ যিমান পাৰো সিমান।

ডা: ষ্টকমেন ॥ কিন্তু মি: কিল—স্নানাগাৰ সমূহৰ ঘটনাবোৰৰ কথা ভাবকচোন!

কিল ॥ তুমি এজন বিবেচকী মানুহৰ দৰে কাম কৰিলে স্নানাগাৰ সমূহৰ পূৰ্বৰ অৱস্থা আকৌ ঘূৰি আহিব পাৰে!

ডা: ষ্টকমেন ॥ চাওঁক, আপুনি দেখিছেই, মোৰ পক্ষে সম্ভৱপৰ সকলোখিনি মই কৰিছো। কিন্তু......। এই চহৰখনৰ সকলো মানুহ খলিয়া হ'ল!

কিল ॥ তুমি যোৱাকালি কোৱামতে এই দূষিতকৰণৰ কাৰণে আটাইতকৈ বেয়া খলডোখৰ হৈছে মোৰ চামৰা কাৰখানাটো! যদি সেই কথা সঁচা হয়, তেনেহলে আজি ইমান বছৰে মোৰ ককা, মোৰ আগতে মোৰ পিতা আৰু

বর্তমানেও মই তিনিজন বিধ্বংসী দূতৰ দৰে চহৰখনক কেৱল বিষেৰে ভৰাই আহিছো। এই কথা শুনাৰ পিছতো মই মনে মনে বহি থাকিম বুলি ভাবা নেকি ?

ডা: ষ্টকমেন ॥ দুৰ্ভাগ্যৰ কথা যে হয়তো আপুনি তাকেই কৰিব লাগিব।

কিল ॥ মুঠেই নালাগে, ধন্যবাদ। মই মোৰ নাম আৰু যশ সম্পৰ্কে সদা-সচেতন। তেওঁলোকে মোক ব্যাজাৰ বুলি কোৱাও মোৰ কাণত পৰে। ব্যাজাৰে গাহৰিবোৰৰ ওপৰত ৰাজত্ব কৰে বুলিযেই জানো। কিন্তু আৰু সহ্য কৰিব নোৱাৰি। মোক সেই বুলি মাতিবলৈ তেওঁলোকক আৰু কোনো অধিকাৰ দিয়া নহব। এজন পৰিষ্কাৰ মানুহ হিচাপে মই জীয়াই থাকিব খোজো আৰু মৰিবও খোজো সেইদৰেই।

ডা: ষ্টকমেন ॥ সেইটো কেনেকৈ কৰিব বুলি ভাবিছেনো ?

কিল ॥ টমাছ, তুমিযেই মোক পৰিষ্কাৰ কৰিবা।

ডা: ষ্টকমেন ॥ মই ?

কিল ॥ এই শ্বেয়াৰ সমূহ কিনিবলৈ মই কোনখিনি ধন ভৰিছো, তুমি জানানে ? নাজানা, অৱশ্যেই তুমি সেয়া জানিব নোৱাৰা। কিন্তু মই তোমাক ক'ম। মই মৰাৰ পিছত কেথেৰিন, পেট্ৰা আৰু ল'ৰাহালে যিখিনি ধন পাব, তাৰেই মই এই শ্বেয়াৰ সমূহ ক্ৰয় কৰিছো। তুমি জানা, মোৰো অলপ অচৰপ সাঁচ-তীয়া ধন আছে।

ডা: ষ্টকমেন ( থঙত ) ॥ আৰু সেয়ে আপুনি ওলাই গ'ল আৰু "ইয়াৰ" কাৰণে কেথেৰিনৰ পইচাখিনি ছটিয়াই দিলে !

কিল ॥ এৰা, সিইঁতে পাবলগীয়া আটাইখিনি ধনেই মই এতিয়া স্নানাগাৰ সমূহত খটুৱাইছো। টমাছ, তুমি এটা সম্পূৰ্ণ বলিয়া হয়নে নহয়, চাব খোজো। তুমি যদি এতিয়াও এই ধৰণৰ কথা ক'বলৈ নেৰা যে এই বিষাক্ত কীট-বোৰ আৰু সেই ধৰণৰ লেতেৰা বস্তুবোৰ বিশেষতঃ মোৰ চামৰা কাৰখানাৰ পৰাই স্নানাগাৰ সমূহত জমা হৈছেগৈ, তেনেহলে তাৰ অৰ্থ হ'ব কেৱল এয়ে যে তুমি কেথেৰিন, পেট্ৰা আৰু ল'ৰাহালৰ গাৰ ছাল দীঘলে দীঘলে বখলিয়াব ধৰিছা ! কোনো এজন ভাল মানুহেই সেই ধৰণৰ কাম এটা নকৰিব— অৱশ্যে যদিহে মানুহজন বলিয়া নহয় !

ডাঃ ষ্টকমেন ( পায়চাৰি কৰি কৰি ) ॥ এৰা। কিন্তু মই পাগল··· মই এজন পাগল !

কিল ॥ তোমাৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীইতৰ কথা আহিলে নিশ্চয় তুমি তোমাৰ সিমান বলিয়ালি দেখুৱাব নোৱাৰা!

ডাঃ ষ্টকমেন (কিলৰ সমুখত স্থিৰভাবে থিয় হৈ) ॥ এই নগন্য কাগজৰ টুকুৰা কেইটা কিনিবলৈ যোৱাৰ আগতে মোক এবাৰ সুধিলে কেলেই?

কিল ॥ হৈ যোৱাটো আৰু নোহোৱা কৰিব নোৱাৰি।

ডাঃ ষ্টকমেন (অসহজ ভাবে অহা যোৱা কৰিবলৈ ধৰে) ॥ যদিহে মই এই সম্পৰ্কে ইমান নিশ্চিত নহলোহেঁতেন.... ! কিন্তু পানী দূষিত হোৱা সম্পৰ্কে মই সম্পূৰ্ণৰূপে আৰু সন্দেহাতীত ভাবে পতিয়ন গৈছো।

কিল (হাতত পকেট বুকটো অনুমানতে জুখি চাই) ॥ তুমি তোমাৰ এই বলিয়ালি বাদ নিদিলে এইবোৰৰ বৰ বেছি এটা মূল্য নহ'ব! (পকেট বুকটো জেপত থয়)

ডাঃ ষ্টকমেন ॥ কিন্তু সেই কথা বাদ দিয়ক! এইবোৰ নিবাৰণৰ অৰ্থে বিজ্ঞজনৰ কিবা প্ৰতিষেধক নিদান নিশ্চয় থাকিব লাগিব।

কিল ॥ এই কীটবোৰ ধ্বংস কৰিবলৈ?

ডাঃ ষ্টকমেন ॥ হয়। অন্ততঃ সিহঁতৰ পৰা যাতে কোনো ধৰণৰ ক্ষতি সাধন নহয়, তাৰ ব্যৱস্থা হ'ব পাৰে।

কিল ॥ কিছু এন্দুৰ মৰা ঔষধ ব্যৱহাৰ কৰি চাব নোৱাৰানে?

ডাঃ ষ্টকমেন ॥ বাজে কথা কোৱাৰ দৰকাৰ নাই। তেওঁলোকৰ মতেতো এয়া মোৰ কল্পনা মাথোন, আপুনি জানেই। বেছ, সেই ধৰণেই লওক। তেওঁলোকৰ ইচ্ছামতেই কৰক সকলো। এই নিৰ্বোধ, ঠেকমনা কুকুৰবোৰে মোক "জনতাৰ শত্ৰু" আখ্যা দিয়া নাই জানো? সিহঁতে আনকি মই পিন্ধি থকা সাজজোৰো ফালি পেলাবলৈ ওলোৱা নাছিল জানো?

কিল ॥ দেখিছো, তোমাৰ খিড়িকীৰ আয়নাবোৰো টুকুৰা-টুকুৰ কৰি পেলাইছে!

ডাঃ ষ্টকমেন ॥ তাতে মোৰ পৰিয়ালৰ প্ৰতিও কৰ্তব্য আছে। এই বিষয়ে মই কেপেৰিনৰ লগত কথা পাতিব লাগিব। তেওঁ এইবোৰ বিষয়ত সিদ্ধহস্ত।

কিল ॥ ঠিক কথা। এগৰাকী বিচাৰ-বুদ্ধি সম্পন্না তিৰোতাৰ উপদেশ মতে চলা ভাল হ'ব।

ডাঃ ষ্টকমেন (তেওঁৰ ফালে আগবাঢ়ি) ॥ আপুনি এনেকুৱা নিৰ্দয় কাম এটা কৰিব পাৰে বুলি যদি ভাবিব পাৰিলোহেঁতেন! কেথেৰিনৰ পইচাবোৰ এইদৰে পানীত

পেলাই মোক এনে এক ভয়লগা আৰু বেদনাদায়ক বিবুধিত পেলোৱাটো !
আপোনাক দেখিলে মই সাক্ষাৎ চয়তানক দেখা যেন পাও.... ।

কিল ॥ তেনেহলে মই যোৱাই মংগল । কিন্তু আজি দুটা বজাৰ আগতে মই তোমাৰ পৰা এটা উত্তৰ পোৱাৰ আশা কৰিম—হয় বা নহয় ! যদিহে "নহয়" বুলি উত্তৰ পাও, তেন্তে এই শ্বেয়াৰবোৰ এটা সাহায্য মূলক অনুষ্ঠানলৈ যাব আৰু আজিয়েই !

ডা: ইকমেন ॥ পিছে কেথেৰিনে কি পাব ?

কিল— এটা পাইও নাপায় ! ( হলঘৰৰ দুৱাৰ থনেৰে হফষ্টাদ আৰু এছলেক-ছেন সোমাই আহে ) সেইদুজনৰ ফালে চোঁৱা !

ডাঃ ইকমেন ( আগন্তুক দুজনৰ পিনে স্থিৰদৃষ্টিত চাই ) ॥ কি আচৰিত ! মোৰ ঘৰলৈ আহিবলৈ আপোনালোকৰ অলপো লজ্জাবোধ নহ'ল নে ?

হফষ্টাদ ॥ আপুনি তেনেকে ভবাটো অতি স্বাভাৱিক !

এছলেকছেন ॥ চাওক, আপোনাৰ সৈতে আমাৰ অলপ কথা আছে ।

কিল ( ফুচফুচাই ) ॥ হয় বা নহয় – দুই বজাৰ আগতে !

এছলেকছেন ( হফষ্টাদলৈ ইংগিতপূৰ্ণ ভাবে চাই ) ॥ অহ !

( কিল ওলাই যায় )

ডা: ইকমেন ॥ বাৰু, মোৰ পৰা আপোনালোকে কি বিচাৰে ? চমুকৈ ক'ব ।

হফষ্টাদ ॥ আপুনি, যে যোৱাকালিৰ সভাত আমাৰ আচৰণত যথেষ্ট অসন্তুষ্ট হৈছে, সেই কথা উপলব্ধি কৰিব পাৰিছো ।

ডা: ইকমেন ॥ কি ক'লে ? আপোনালোকৰ আচৰণ ? এৰা, আপোনালোকৰ আচৰণ ! সঁচাকৈয়ে অতি সুন্দৰ আচৰণ আছিল আপোনালোকৰ ! মই ক'ব খোজো যে এনে আচৰণ প্ৰকৃততে দুৰ্বল— নাৰী সুলভ— অতি লজ্জা-জনক !

হফষ্টাদ ॥ আপোনাৰ যি মন যায, ক'ব পাৰে । ইয়াৰ অন্যথা কৰিবলৈ আমাৰ সাহস নাছিল ।

ডা: ইকমেন ॥ অন্যথা কৰিবলৈ আপোনালোকৰ সাহস নাছিল, কথাটো সেয়াই নহয় জানো ?

হফষ্টাদ ॥ আপুনি যদি তেনেকৈ ভাবে, তেনেহলে সেয়ে ।

এছলেকছেন ॥ কিন্তু আপুনি এই সন্দৰ্ভত আগতে আমাক একো ইংগিত দিয়া নাছিল কিয় ? মিঃ হফষ্টাদ নাইবা মোক কেৱল সামান্য ইংগিত এটা যদি

দিলেহেঁতেন !

ডা: ষ্টকমেন ॥ ইংগিত ? কিহৰ বিষয়ে ?

এছলেকছেন ॥ এই সকলোৰে আঁৰত যি আছিল, তাৰে ইংগিত !

ডা: ষ্টকমেন ॥ মই আপোনালোকৰ কথা ঘুনাক্ষৰেও বুজি পোৱা নাই।

এছলেকছেন (বিশ্বাসৰ স্বৰত) ॥ আপুনি নিশ্চয় বুজি পাইছে, ডাক্তৰ ষ্টকমেন।

হফষ্টাদ ॥ এই বিষয়ে আৰু ৰহস্য কৰি লাভ নাই।

ডা: ষ্টকমেন (পোনতে ইজনলৈ আৰু পাছত সিজনলৈ চাই) ॥ আপোনালোকে কি ক'ব খুজিছে ?

এছলেকছেন ॥ আপোনাৰ শহুৰে বৰ্তমান সমগ্ৰ চহৰ খনতে স্নানাগাৰৰ সমস্ত শ্বেয়াৰসমূহ কিনি ফুৰা নাই নে ?

ডা: ষ্টকমেন ॥ এৰা, আজি তেখেতে এইবোৰ কিনিয়েই আছে। কিন্তু……।

এছলেকছেন ॥ এই কাম অইন এজনৰ দ্বাৰা কৰোৱা হলে বেছি ভাল আছিল … আপোনাৰ ইমান ওচৰ সম্পৰ্কীয় নহৈ - - -।

হফষ্টাদ ॥ অন্ততঃ গোটেই ঘটনাটোৰ লগত আপুনি আপোনাৰ নামটো জড়িত নকৰা হলেই ভাল আছিল। স্নানাগাৰ সমূহক আক্ৰমণ কৰা ব্যক্তিজন যে আপুনিয়েই, এই কথা অইনে নাজানিলেও কোনো ক্ষতি নহলহেঁতেন ! আপুনি মোৰ লগতো আলোচনা কৰিব পাৰিলেহেঁতেন, ডাক্তৰ !

ডা: ষ্টকমেন (তেওঁৰ মুখলৈ চাই হঠাৎ কিবা বুজি পোৱাৰ দৰে কৈ উঠে) ॥ এই কথাও বিশ্বাস কৰিব পাৰিনে ? এনে ধৰণৰ কথাও সম্ভৱ নে ?

এছলেকছেন (হাহি) ॥ ঘটনাৰ গতিবিধিলৈ চাই সম্ভৱ বুলিয়েই ধাৰণা হৈছে। কিন্তু কিছু সতৰ্কতা অৱলম্বন কৰা ভাল, আপুনি জানে - - -।

ডা: ষ্টকমেন ॥ (শান্তভাৱে) ॥ আচল কথালৈ আহক, মহাশয়দ্বয়। আপোনালোকে কি বিচাৰে ?

এছলেকছেন ॥ কথাষাৰ মি: হফষ্টাদে ক'লেই হয়তো ….।

হফষ্টাদ ॥ নহয়, আপুনিয়েই কওক, এছলেকছেন।

এছলেকছেন ॥ বাৰু, এতিয়া আমি সমগ্ৰ ঘটনাটোৰ বিষয়ে জানো। আমাৰ ধাৰণা মতে এতিয়া আমি "গণদূত"ক আপোনাৰ সেৱাত নিয়োজিত কৰিব পাৰো।

ডা: ষ্টকমেন ॥ তাৰ মানে এতিয়ালৈ আপোনালোকে সাহস গোটাব পাৰিছে ? পিছে, জনমতৰ কি হ'ব ? আমাৰ প্ৰত্যেকৰে মূৰৰ ওপৰত বজ্ৰপাত হ'ব

পাৰে বুলি ভয় লগা নাইনে ?

হফষ্টাদ ॥ আমি সেয়া সহ্য কৰিবলৈ চেষ্টা কৰিম ।

এছলেকছেন ॥ অতি কম সময়ৰ ভিতৰতে আপুনি এটা নতুন থাৰৈ পাৰ হৈ যোৱাৰ কাৰণে সাজু থকা উচিত। আপোনাৰ ভৎ'সনা মূলক বক্তৃতা ফল-প্ৰসূ হোৱাৰ লগে লগে - - - ।

ডা: ষ্টকমেন ॥ তাৰ মানে মোৰ শহৰৰ আৰু মই অতি সস্তা দৰত স্নানাগাৰৰ শ্বেয়াৰ সমূহ কিনাৰ লগে লগে - - - ।

হফষ্টাদ ॥ মই বুজামতে স্নানাগাৰ সমূহৰ নিয়ন্ত্ৰণ পাবলৈ থকা আপোনাৰ বাসনা সম্পূৰ্ণ বিজ্ঞান ভিত্তিক ।

ডা: ষ্টকমেন ॥ অৱশ্যেই । সম্পূৰ্ণ বিজ্ঞান ভিত্তিক কাৰণতে মই বুঢ়া ব্যাজাৰক মোৰ প্ৰতি সমৰ্থন আগবঢ়াবলৈ কৈছিলো। কাৰণ তেতিয়া হ'লে পানীৰ নলীসমূহ অলপ অচৰপ মেৰামতি কৰাত আৰু পাৰৰ খালৰ মাটি অলপ অলপ খান্দি লোৱাত আমাৰ ফালৰ পৰা বৰ বেছি খৰচ কৰিব লগীয়া নহ'ল-হৈঁতেন । এইখিনি কৰিলেই সকলো ঠিক হৈ নাযাব জানো ?

হফষ্টাদ ॥ সেই বুলিয়েই মই ভাবো— যদিহে "গণদূত" আপোনাৰ পক্ষে থাকে ।

এছলেকছেন ॥ ডাক্তৰ, মুক্ত সমাজ এথনত সংবাদ মাধ্যম হ'ল এক শক্তি-স্বৰূপ ।

ডা: ষ্টকমেন ॥ নিশ্চয় । আৰু জনমতো এক শক্তি । কিন্তু মি: এছলেকছেন, মই ভাবো আপুনি ঘৰ-মালিক সন্থাক ইয়াৰ কৈফিয়ৎ দিব লাগিব !

এছলেকছেন ॥ এৰা । আপুনি এই কথা বিশ্বাসত ল'ব পাৰে যে মই নিবাৰণী সমিতিকো কৈফিয়ৎ দিব লাগিব ।

ডা: ষ্টকমেন ॥ কিন্তু প্ৰশ্নটো কৰিবলৈ লাজ পোৱা স্বত্ত্বেও মই সোধো— আপোনা-লোকক ইয়াৰ বিনিময়ত ... ।

হফষ্টাদ ॥ বিশ্বাস কৰক, কোনো প্ৰতিদান নোহোৱাকৈ আমি আপোনাক সহায় কৰিবলৈ ভাল পাম । কিন্তু "গণদূত"ৰ অৱস্থা সিমান ভাল নহয় । সম্প্ৰতি কাকতখন খুব বেছি চলা নাই । আনহাতে সদাহতে কাকতখন বন্ধ কৰি দিয়া-টোও আমি নিবিচাৰো । কাৰণ ৰাজনৈতিক দিশৰ পৰা বৰ্তমান আমাৰ বহুতো বক্তব্য দাঙি ধৰিব লগীয়া আছে ।

ডা: ষ্টকমেন ॥ নিশ্চয় আছে । আপোনালোকৰ দৰে ... "জনতাৰ বন্ধু" ৰ কাৰণে, এয়া এক কঠিন পৰীক্ষা হ'ব । (খণ্ডত) কিন্তু মনত ৰাখিব, মই হ'লো এজন "জনতাৰ শত্ৰু ।" (কোঠাৰ চাৰিওফালে অহা-যোৱা কৰি) মোৰ

লাঠীডাল ক'ত থ'লো বাক? আঃ মোৰ লাঠীডাল… ।

হুফষ্টাদ ॥ এয়া আকৌ কি ?

এছলেকছেন ॥ নিশ্চয় আপুনি …।

ডাঃ ষ্টকমেন ॥ (স্থিৰ ভাবে থিয় দি) ॥ ধৰি লওক, মই পোৱা ধনৰ এক পইচাও যদি আপোনালোকক নিদিও? অনুগ্ৰহ কৰি আপোনালোকে মনত ৰখা ভাল যে আমাৰ নিচিনা ধনী মানুহ বোৰৰ পৰা পইচা গোটকোৱা সিমান সহজ নহয়।

হুফষ্টাদ ॥ আৰু আপুনিও অনুগ্ৰহ কৰি মনত ৰাখিব যে স্নানাগাৰৰ খেয়াৰ ক্ৰয় সম্পৰ্কীয় বিষয়টো দুই ধৰণে উপস্থাপন কৰিব পাৰি।

ডাঃ ষ্টকমেন ॥ এৰা, আৰু সেইটো কৰিবলৈ আপোনালোকেই হ'ল উপযুক্ত লোক। যদি মই "গণদুত" উদ্ধাৰৰ বাবে আগবাঢ়ি নাহোঁ, তেনেহলে আপোনালোকে সমগ্ৰ বিষয়টো সন্দৰ্ভত এটা বেয়া ধাৰণা পোষণ কৰিব। মই কল্পনাৰ চকুৰে ভালদৰে দেখা পাইছো যে আপোনালোকে মোক এক চিকাৰৰ দৰে পিছে পিছে খেদি ফুৰিব— চিকাৰী কুকুৰে শহা এটাৰ নেলু চেপি ধৰাৰ দৰে মোৰো নেলু চেপি ধৰাৰ চেষ্টা চলাব ।

হুফষ্টাদ ॥ ই এটা প্ৰাকৃতিক সূত্ৰ। প্ৰত্যেক জন্তুৱেই নিজে বাচি থকাৰ কাৰণে যুঁজিব লাগিব ।

এছলেকছেন ॥ তদুপৰি আহাৰ ক'ত-কেনেকৈ সংগ্ৰহ কৰিব পাৰি, তাকো চাব লাগিব ।

ডাঃ ষ্টকমেন (কোঠাৰ চাৰিওফালে পায়চাৰি কৰি) ॥ তেন্তে আপোনালোক গৈ ৰাস্তাৰ কাষৰ নৰ্দমাত আপোনালোকে খাদ্য বিচাৰিব পাৰে। কাৰণ আমি তিনিটা জন্তুৰ ভিতৰত আটাইতকৈ শক্তিশালী জন্তু কোন, তাক মই আপোনালোকক দেখুৱাই দিম। (ছাতি এটা হাতত পাই নিজৰ মূৰৰ ওপৰত ঘূৰাই) অঃ হ্, - - - এতিয়া - - - ।

হুফষ্টাদ ॥ আপুনি নিশ্চয় হিংসাশ্ৰয়ী হ'বলৈ বিচৰা নাই ?

এছলেকছন ॥ ছাতিটোৰে আপুনি কি কৰিব খুজিছে, অনুগ্ৰহ কৰি লক্ষ্য ৰাখিব ডাক্তৰ !

ডাঃ ষ্টকমেন ॥ আপুনি খিড়িকীৰে ওলাই যোৱাটো বিচাৰিছো, মিঃ হুফষ্টাদ !

হুফষ্টাদ (দুৱাৰৰ পিনে পোনাই) ॥ আপুনি সম্পূৰ্ণ ৰূপে বলিয়া হ'ল নেকি, ডাক্তৰ?

ডাঃ ষ্টকমেন ॥ খিড়িকীৰে ওলাই যাওক, মিঃ এছলেকছেন। মই কৈছো, জলিয়াওক ! এতিয়াই হওক বা অলপ পিছতে হওক, আপুনি তাকেই

কৰিব লাগিব।

এছলেকছেন ( লিখা টেবুলৰ কাষেৰে দৌৰি ) ॥ ডাক্তৰ, সংযমী হওক— মই এজন দুৰ্বল মানুহ - - - ইমান বেছি মোৰ সহ্য নহয় ॥ ( মাতে ) হেৰি, কোন আছে ? সহায় কৰক, সহায় কৰক !

( চ'ৰাঘৰৰ পৰা শ্ৰীমতী ষ্টকমেন, পেট্ৰা আৰু হষ্টাৰ সোমাই আহে )

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, এইবোৰ কি হৈছে ?

ডাঃ ষ্টকমেন ( ছাতিটো ঘূৰাই ঘূৰাই ) ॥ মই কৈছো, জাপ মাৰক ! সৌ নৰ্দমাৰ্লৈ !

হফষ্টাদ ॥ এজন নিৰপৰাধী মানুহক এইদৰে আক্ৰমণ ! কেপ্তেইন হৰ্ষ্টাৰ, আপুনি সাক্ষী থাকিল !

( হলঘৰেদি ওলাই যায় )

এছলেকছেন ( অনিশ্চয়তাৰ সুৰত ) ॥ যদিহে মই ইয়াৰ পৰা ওলাই যোৱাৰ বাটটো পালোহেঁতেন !

( চ'ৰাঘৰৰ মাজেৰে সৰকি যায় )

শ্ৰীমতী ষ্টকমেন ( স্বামীক ধৰি ৰাখি ) ॥ অধৈৰ্য্য নহ'বা টমাছ, নিজকে নিয়ন্ত্ৰণ কৰা !

ডাঃ ষ্টকমেন ( ছাতিটো দলিয়াই দি ) ॥ ভাগ্যে, অৱশেষত সিহঁত পলাই সাৰিল !

শ্ৰীমতী ষ্টকমেন ॥ সিহঁতে তোমাৰ পৰা কি বিচাৰি আহিছিলনো ?

ডাঃ ষ্টকমেন ॥ সেইবোৰ তোমাক পিছে পৰেও কম। সম্প্ৰতি মোৰ অইন কিবাহে ভাবিব লগীয়া আছে। ( টেবুলৰ্লৈ গৈ কিবা লিখে। ) এইপিনে চোৱা, কেথেৰিন ! ইয়াত কি লিখা আছে ?

শ্ৰীমতী ষ্টকমেন ॥ ডাঙৰ ডাঙৰ আখৰেৰে তিনিটা "নহ'ব, নহ'ব, নহ'ব।" ইয়াৰ অৰ্থ কি ?

ডাঃ ষ্টকমেন ॥ সেয়াও মই তোমাক পিছত ক'ম। ( পেট্ৰাক কাৰ্ডখন দি ) পেট্ৰা, এইখন ল' আৰু সেই ছাইমুই জনীক দি ক' যে এতিয়াই এইখন বুঢ়া ৰাজাৰক দি আহিবলৈ লাগে। যিমান সোনকালে পাৰে, সিমান সোনকালে। যা, খৰধৰ কৰ।

( পেট্ৰাই কাৰ্ডখন লৈ ভিতৰলৈ সোমাই যায় )

ডাঃ ষ্টকমেন ॥ বিহুওক মোৰ এনে ধাৰণা হৈছে যেন চয়তানৰ দূত কেইজনৰ কেউজনেই আজি মোৰ ওচৰলৈ আহিছিল। কিন্তু সিহঁতে চোক সহ্য কৰিব পৰাকৈকে মই মোৰ কলমৰ ধাৰ দিম। মই মোৰ কলম গৰল আৰু তিক্ততাত যিমান পাৰো, ডুবাম। মই মোৰ চিয়াহীৰ দোৱাতটো সিহঁতৰ মূৰত ঢালি

দিম !

শ্ৰীমতী ষ্টকমেন ॥ সেয়া হ'ব বাৰু। কিন্তু টমাছ, তুমি জানাই যে আমি ইয়াৰ পৰা যাম। (পেট্ৰা উভটি আহে)

ডা: ষ্টকমেন ॥ কি হ'ল ?

পেট্ৰা ॥ তাই সেইখন লৈ গৈছে!

ডা: ষ্টকমেন ॥ ভাল। কি ক'লা? গুছি যাম? মাথাগু, মৰিলেও ইয়াৰ পৰা গুছি নাযাও। কেথেৰিন, আমি য'তে আছো, ত'তে থাকিম!

পেট্ৰা ॥ ইয়াতে থাকিম ?

শ্ৰীমতী কমেন ॥ ইয়াত ? এই চহৰতে ?

ডা: ষ্টকমেন ॥ এৰা, ইয়াতে। এয়াই হ'ল সমৰথলী—ইয়াতেই অনুষ্ঠিত হ'ব যুদ্ধখন! মই জয়লাভ কৰিম ইয়াতেই! মোৰ পেন্টটো চিলাই কৰা হোৱাৰ লগে লগে মই গুলাই গৈ অইন এটা ঘৰ বিচাৰিম। অন্ততঃ শীতকালত আমাৰ মূৰৰ ওপৰত চাল এখন থাকিব লাগিব।

হৰ্ষ্টাৰ ॥ সেয়া আপুনি মোৰ তাতেই পাব।

ডা: ষ্টকমেন ॥ সঁচাকৈয়ে পামনে ?

হৰ্ষ্টাৰ ॥ এৰা, নিশ্চয় পাব। মোৰ বহুতো কোঠা খালী হৈ পৰি আছে। তাৰোপৰি মই ঘৰত প্ৰায় নেথাকোৱেই।

শ্ৰীমতী ষ্টকমেন ॥ আপুনি মহান মি: হৰ্ষ্টাৰ।

পেট্ৰা ॥ আপোনাক ধন্যবাদ দিছো।

ডা: ষ্টকমেন (হৰ্ষ্টাৰৰ হাত দুখন মুঠি মাৰিলৈ)। ধন্যবাদ মি: হৰ্ষ্টাৰ, আপোনাক ধন্যবাদ দিছো। এটা বিপদ যেনিবা আঁতৰিল। এতিয়া মই মনপুতি কামত লাগিব পাৰো। কেথেৰিন, ইয়াত চকু দিব লগীয়া অগণন কাম পৰি আছে। মোৰেই সৌভাগ্য যে মই এতিয়া মোৰ সমস্ত সময় এই কামবোৰত নিয়োজিত কৰিব পাৰিম। কাৰণ তুমি জানাই, মোক মোৰ পদবীৰ পৰা অব্যাহতি দিয়া হৈছে।

শ্ৰীমতী ষ্টকমেন (হুমুনিয়াহ কাঢ়ি) ॥ এৰা, মযো তাকেই ভাবিছিলো!

ডা: ষ্টকমেন ॥ আৰু সিহঁতে হেনো মোক ইয়াত চিকিৎসা সেৱা কৰিবলৈকো নিদিয়ে। সিহঁতৰ যি ইচ্ছা, তাকেই কৰক! ধিয়েই হওক, মই অন্ততঃ গৰীব শ্ৰেণীৰ মানুহখিনিৰ লগত ব্যস্ত হ'ব পাৰিম। সিহঁতৰ দিবলৈ একো নাই আৰু মোকেই সিহঁতৰ প্ৰয়োজন আটাইতকৈ বেছি। কিন্তু হে ভগৱান, সিহঁতে মোৰ কথা শুনিব লাগিব, তেহে! সিহঁতক শিকোৱাত কোনো কোনে'

কোৱাৰ দৰে মই দিন-ৰাতি একাকাৰ কৰি দিম।

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু প্ৰিয় টমাছ, এইবোৰ শিকোৱাৰ পৰা কি লাভ হয়, সেয়া নিশ্চয় ইতিমধ্যে পাব হৈ যোৱা ঘটনাবাজিৰ পৰা স্পষ্ট হৈ পৰিছে।

ডাঃ ষ্টকমেন ॥ তোমাৰ কথাবোৰ শুনিলে সঁচাকৈয়ে হাঁহি উঠে, কেথেৰিন। এই জনমত, আটিল সংখ্যাগৰিষ্ঠ গোট আৰু সেই ধৰণৰ চয়তানীবোৰৰ কোব খাই তুমি মোক পলাই যাবলৈ কোৱা নেকি? ওহো, সেইটো নহ'ব, ধন্যবাদ। আৰু মই যি কৰিব খোজো, সেয়া অতি সহজ, স্পষ্ট আৰু পোনপটীয়া। মই কেৱল এই কুকুৰ মথাৰ মূৰত (ঢোল কোবাই হ'লেও) এই কথাটো সুমুৱাই দিব খোজো যে এই উদাৰপন্থীবোৰেই হ'ল স্বাধীনতাৰ আটাইতকৈ ঘৃণনীয় শত্ৰু। মই সিঁহতক বুজাই দিব খোজো যে দলীয় কাৰ্য্যপন্থাই প্ৰতিটো নতুন আৰু বলিষ্ঠ সত্যৰ টেটু চেপি ধৰে। সিঁহতক ইয়াকো বুজাব লাগে যে সুবিধাবাদী বিবেচনাই ন্যায় আৰু নৈতিকতাক মূৰৰ ভৰি কাটিবলৈ বাধ্য কৰে। সিঁহতে যে এই চহৰখনত মানুহৰ জীৱন অসহনীয় কৰিহে এৰিব, এই কথাও মই সিঁহতক বুজাই দিব খোজো। কেপ্তেইন হৰ্ষ্টাৰ, এই কথাটো মই জনতাক বুজাই দিব পাৰিম বুলি আপুনি নাভাবে জানো?

হৰ্ষ্টাৰ ॥ সেইটো নিশ্চয় সম্ভৱ হ'ব পাৰে। মই এই ধৰণৰ কথা বৰ বিশেষ এটা বুজি নাপাও।

ডাঃ ষ্টকমেন ॥ ভাল, চাওক—মই আপোনাক বুজাই দিছো। দলৰ নেতা সকলক ধ্বংস কৰিবই লাগিব। এজন দলীয় নেতা হ'ল একোটা কুকুৰনেচীয়াৰ দৰে—একোটা লোলুপ কুকুৰনেচীয়াৰ দৰে। বাচি থকাৰ তাড়নাত বছৰি ইহঁতৰ কিছুমান সৰু চিকাৰৰ প্ৰয়োজন হয়। এই হফষ্টাদ আৰু এছলেকছেনৰ কথাই ধৰক। ঘৰ-মালিক সন্থাৰ সভ্য অথবা "গণদূত"ৰ গ্ৰাহক নোহোৱালৈকে সিঁহতে যে কিমান এই ধৰণৰ সৰু সৰু দুৰ্বল চিকাৰৰ অংগক্ষত কৰিছে, কিমানক যে বিকলাংগ কৰিছে আৰু কিমানৰ জীৱনলৈ যে যৱনিকা নমাই আনিছে, তাৰ লেখ পাবলৈ নাই। (টেবুলৰ একোণত বহে) কেথেৰিন, এই ফালে আহা, চোৱাহিচোন! আজি সূৰ্যৰ কেনে উজ্জ্বল আভা! আৰু এই যে সুন্দৰ বসন্ত-বায়ু মই সেৱন কৰিছো!

শ্ৰীমতী ষ্টকমেন ॥ এৰা, যদিহে আমি কেৱল সূৰ্য্যৰ কিৰণ চাই আৰু মুক্ত বসন্ত-বায়ু সেৱন কৰিয়েই বাচি থাকিব পাৰিলোহেঁতেন!

ডাঃ ষ্টকমেন ॥ অলপ মিতব্যয়ী হৈ দুই-চাৰি পইচা সাঁচি থাকিলেই আমাৰ

ঠিক চলি যাব, কেথেৰিন! সেই বিষয়ে মই মুঠেই ভবা নাই। তাতোকৈ ভাবিব লগীয়া কথা হ'ল যে মোৰ পিছত এই কামৰ গুৰি ধৰিবলৈ মই আন কোনো স্বাধীনমনা আৰু বহল দৃষ্টিভংগীৰ মানুহ সদ্যহতে বিচাৰি পোৱা নাই।

পেট্ৰা ॥ দেউতা, সেই বিষয়ে চিন্তা নকৰিবা। তোমাৰ সমুখত এতিয়াও যথেষ্ট সময় পৰি আছে.... হেৰ, এই ল'ৰাইত পালেহিয়েই!

( বাটচ'ৰাৰে এজলিফ আৰু মৰ্টেন সোমাই আহে )

শ্ৰীমতী ষ্টকমেন ॥ তহঁতৰ স্কুল ছুটী হ'ল নেকি?

মৰ্টেন ॥ নাই হোৱা। কিন্তু শ্ৰেণীৰ মাজতে আমি আন আন ল'ৰাবোৰৰ লগত যুঁজি থাকোতে...।

এজলিফ ॥ নহয় মা, সেইটো সঁচা নহয়। আন ল'ৰাবোৰেহে আমাৰ লগত যুঁজিছিল....।

মৰ্টেন ॥ বাৰু, ৰাৰু। তাৰ পিছত মিঃ ৰুলাণ্ডে আমাক কৈছিল যে দুই-এদিনৰ কাৰণে আমি ঘৰত থকাই ভাল হ'ব।

ডাঃ ষ্টকমেন ( আঙুলিৰ মোট ভাঙি বহাৰ পৰা উঠে ) ॥ পাইছো· এয়া ·· ঈশ্বৰৰ নামত, মই পাইছো! তহঁতে আৰু কোনো দিনেই সেইখন স্কুলত ভৰি দিব নোৱাৰ!

ল'ৰাইত ॥ আমি আৰু স্কুললৈ যাব নোৱাৰিম নেকি মা?

শ্ৰীমতী ষ্টকমেন ॥ কিন্তু টমছ ।

ডাঃ ষ্টকমেন ॥ মই কৈছো, কেতিয়াও নোৱাৰ। তহঁতক মই নিজে শিকাম। কথা হ'ল, তহঁতে আৰু সেই জাতীয় কথাবোৰ শিকিব নোৱাৰ....।

মৰ্টেন ॥ হুৰ ৰে!

ডাঃ ষ্টকমেন ॥ মই তহঁতক স্বাধীনমনা আৰু উচ্চ মনৰ অধিকাৰী কৰি গঢ়ি তুলিম। পেট্ৰা, এই কামত তই মোক সহায় কৰিব লাগিব।

পেট্ৰা ॥ নিশ্চয়, দেউতা। আপুনি এই বিষয়ত নিশ্চিন্ত থাকিব পাৰে।

ডাঃ ষ্টকমেন ॥ যি ভোথৰ ঠাইত সিহঁতে মোক ইতিকিং কৰি উকৰাই দি "জনতাৰ শত্ৰু" আখ্যা দিছিল, ঠিক সেই ঠাই ভোথৰতে স্থাপিত হ'ব মোৰ পঢ়াশালি। কিন্তু আমি সংখ্যাত নিচেই তাকৰ হ'লো! অন্ততঃ আৰম্ভণিৰ সময়ত মোক কমেও বাৰজনমান ল'ৰা লাগিছিল!

শ্ৰীমতী ষ্টকমেন ॥ তুমি সেই বাৰজন ল'ৰা এই চহৰখনত নিশ্চয় নোপোৱা!

ডাঃ ষ্টকমেন ॥ পাম, আমি পাম। ( ল'ৰাইতক ) বাটে-ঘাটে ধিতিঙালি কৰি

ঘৃৰি ফুৰা লাওলোৱা পৰিয়ালৰ ল'ৰা-ছোৱালী কাকো তইঁতে নেজাননে ?

মটেন ॥ দেউতা, তেনেকুৱা বহুতকে মই জানো।

ডা: ষ্টকমেন ॥ বঢ়িয়া। সিহঁতৰ কেইটামান নমুনা মোৰ ওচৰলৈ লৈ আহ! এবাৰ মাত্র মই এই ইতৰ বোৰৰ দ্বাৰাই পৰীক্ষা-নিৰীক্ষা কৰি চাও! সিহঁতৰ মাজত দুই এটা ব্যতিক্রম ধৰণৰ মগজু হয়তো ওলাবও পাৰে।

মটেন ॥ বাৰু দেউতা, আমাক যেতিয়া তুমি উদাৰ-চিতীয়া আৰু উচ্চ মনৰ অধিকাৰী কৰি গঢ়ি তুলিবা, তাৰ পিছত আমি কি কৰিব লাগিব ?

ডা: ষ্টকমেন ॥ তেতিয়া তইঁতে এই কুকুৰনেচীয়াবোৰক দেশৰ পৰা বাজ কৰি পঠিয়াবি, বাছাইত!

(দেউতাকৰ কথা শুনি এজলিফৰ মনত যেন কিছু সন্দেহ ওপজে। মটেনে "হুৰ্‌ৰে, হুৰ্‌ৰে" বুলি কিৰিলি পাৰিবলৈ ধৰে।)

শ্ৰীমতী ষ্টকমেন ॥ টমাছ, আমি আশা কৰো যাতে এই কুকুৰনেচীয়াবোৰে তোমাক দেশৰ পৰা বাজ কৰি পঠিয়াব নোৱাৰে।

ডা: ষ্টকমেন ॥ তুমি বলিয়া হৈছা নেকি, কেথেৰিন ? মোক বাজ কৰি পঠিয়াই! এতিয়া—যি মুহূর্তত ময়েই হ'লো চহৰখনৰ আটাইতকৈ শক্তিশালী মানুহজন!

শ্ৰীমতী ষ্টকমেন ॥ আটাইতকৈ শক্তিশালী ? এই মুহূর্তত ?

ডা: ষ্টকমেন ॥ এৰা। বৰং মই ইমানলৈকো ক'ব খোজো যে সমগ্র পৃথিৱীৰ ভিতৰত বর্তমান মইয়েই হ'লো আটাইতকৈ শক্তিশালী মানুহজন!

মটেন ॥ কি ক'লে ?

ডা: ষ্টকমেন (নিম্ন স্বৰত) ॥ চুপ! তইঁতে এই বিষয়ে এতিয়াই একো নকবি। কিন্তু মই এটা অতি ডাঙৰ কথা আৱিষ্কাৰ কৰিলো!

শ্ৰীমতী ষ্টকমেন ॥ আৰু এটা ?

ডা: ষ্টকমেন ॥ এৰা। (আটাইকে নিজৰ কাষলৈ চপাই আনি) শুনা, সেই আৱিষ্কাৰটো হ'ল এই—সম্পূর্ণ অকলশৰে থিয় দিব পৰা জনেই হ'ল পৃথিৱীৰ আটাইতকৈ শক্তিশালী ব্যক্তি!

শ্ৰীমতী ষ্টকমেন (হাঁহি, মূৰ জোকাৰি) ॥ আঃ, টমাছ!

পেট্রা (দেউতাকৰ হাতত খামোচ মাৰি ধৰি উৎসাহেৰে) ॥ দেউতা!

++